# ASAMIYA SAHITYAR CHANEKI

OR

# TYPICAL SELECTIONS

FROM

# ASSAMESE LITERATURE

Vol. II

VAISNAVA PERIOD

Part II


EDITED BY

HEMCHANDRA GOSWAMI

ASSAM CIVIL SERVICE






PUBLISHED BY THE

UNIVERSITY OF CALCUTTA

1924

বুলিস মোহোৰ সম বীৰ কোথা আছে।
মোৰ বাণে আপনে জানিবি হৰি পাছে॥
হৰৰ বচন শুনি হাসি নাৰায়ণ।
বুঢ়া বয়সত কেনে বুদ্ধি ভৈলা ছন্ন॥

তোহ্মাৰ আমাৰ কিছু নাহি বোল চাল।
কেহ্নে অকাৰণে হৰ পাৰহ পাচাল॥
সকল দানৱে মোক ৰাতি দিনে ঘাসে।
বাণাসুৰে নাতিক বান্ধিল নাগপাশে॥

তাহাৰ উদ্ধাৰ কাজে মই আইলোঁ ৰণে।
তুমি কি কাৰণে দন্দ কৰা মোৰ সনে॥
হৰ বোলে হৰি বোঝ আপোনাৰ চিত্তে।
বাণাসুৰ তোহোক ঘানিল কেন মতে॥

অনিৰুদ্ধে অকাজ কৰিল যেন মনে।
পৃথিবীত হেন কাজ কৰে কোন জনে॥
যেবে নাহি শুন কথা শাস্ত্ৰ ব্যৱহাৰ।
প্ৰথমে বুলিব গিয়া বাপক কন্যাৰ॥

পিতৃ দত্তা কন্যা হেন কহে সৰ্ব্বজনে।
বৰ্ব্বৰ যাদৱ সব আমি জানি মনে॥
ধৰ্ম্ম এড়িল বুলি দানৱ ৰাজাক।
গাৱেৰ গৰবে গিয়া হৰিল উষাক॥

পথ এৰি যে জনা বিপথে কৰে গতি।
তাক সংহাৰিব হেন শাস্ত্ৰৰ যুগুতি॥
উচিত বান্ধিল বাণাসুৰে তোৰ নাতি।
তাত কেনে যুজিবাক আইলে কোপ মতি॥

তই অকাৰণে সে কৰিতে আছ দন্দ।
শঙ্কৰ থাকিতে কি বাণেৰ আছে মন্দ॥
ষোড়শ সহস্ৰ গোপী তোহ্মাৰ ৰমণী।
পৰম কামুক তুমি ত্ৰিভুবনে জানি॥

ভাল মন্দ লোক-চৰচাক নাহি লাজ।
কিবা ৰাতি কিবা দিন তিৰি লয়া কাজ ॥
শঙ্কৰৰ বচনে হৰিৰ ভৈল হাস।
বোলে মন দিয়া শুন শুন দিগবাস ॥

সকল শাস্ত্ৰৰ কথা জানিয়া আপোনে।
তবে কেনে অকাজ কৰহ ৰাত্ৰি দিনে ॥
সহস্ৰেক মুখে যেবে বৎসৰেক কহি।
তোমাৰ কথাৰ তেবে অৱসান নাহি ॥

দক্ষ প্ৰজাপতি যজ্ঞ কৰিল যখনে।
নাদিল তোমাক তাক কপালী কাৰণে ॥
পৰম্পৰে মহামায়া একথা শুনিয়া।
প্ৰাণ পৰিহৰিল তোমাৰ লাজ পায়া ॥

কামে উন্মত্ত পাছে ভৈলা তুমি আতি।
লাখে লাখে হৰিলাহা মুনিৰ যুবতি ॥
যথায়ে তথায়ে দেবী লগত আবাসে।
অৰ্দ্ধ অঙ্গ কৈলে তিৰি কাম অভিলাসে ॥

কিৰাট কোচেৰ যত আছে বা যুবতী।
বোল কাৰ সনে নাহি অনুভব ৰতি ॥
হেন সে কামুক তুমি হুয়া ত্ৰিপুৰাৰি।
কোন লাজে আনক বোলহ কামচাৰী ॥

সকল শাস্ত্ৰৰ নয় তোম্মাৰ বেক্ষাৰ।
তবে কেনে বিষ ভুঞ্জ পিন্ধ চিতাচাৰ ॥
যে অস্থি পৰশি ভাৰ কথা আছে স্নান।
হেন হাৰ গলাত কৰিলে পৰিধান ॥

গৰুক পূজিবে হেন কহে সৰ্ব্ব জন।
পণ্ডিত হুইয়া তাত চৰ কেন মন ॥
নিলাজ বুলিয়া সে ছুষিলা মোৰ জাতি।
বোলহ শঙ্কৰ তুমি উপজিলে কতি ॥

পকাইলা মাথাৰ কেশ ভৈল পুত্ৰ নাতি।
তথাপি লাঙ্গট হৈয়া ভ্ৰম পশুপতি ॥
যথায়ে তথায়ে দেবী কোলে সৰ্ব্বক্ষণে।
আমাক নিলাজ বোল হয়া হেন জনে ॥

গোৱাল বুলিয়া সে দুষিলা আমা জাতি।
বোলহ শঙ্কৰ তুমি উপজিলে কতি ॥
কাহাৰ তনয় তুমি কুলক নজানি।
ভূত লয়া শ্মশানে বসহ শূলপাণি ॥

কোন কাজে ভূত পতি বখানা অপুনা।
তাৰ আগে কহো তোক নাজানে যে জনা ॥
বুলিলা মই থাকিতে বাণেৰ নাহি ভয়।
কাটিবো বাণেৰ কে ৰাখিবে বাহু চয় ॥

দৈত্যেৰ সহায় তুমি হইল আপোনে।
যেবে বল আছে ৰণ কৰ মোৰ সনে ॥
সৰ্ব্বকালে দানৱ ধৰ্ম্মৰ কৰে নাশ।
হেন পাপিষ্ঠৈৰ পক্ষ ভৈল দিগবাস ॥

দেৱতা এৰিয়া ভৈল দানৱেৰ ভিতি।
তাৰ ফল ভুঞ্জ মোৰ শৰে পশুপতি ॥
হৰিৰ বচন তবে শুনিয়া ঈশান।
মহা কোপে জ্বলিলন্ত অগনি সমান ॥

ললাটৰ নয়নে অনল জ্বলে কোপে।
ডৰাইলা সকল দেৱ শঙ্কৰেৰ ৰূপে ॥
ধনু ধৰি হৰিক চাপিয়া কোপ মনে।
অধৰ কামুৰিয়া গৰ্জ্জিল মনে মনে ॥

হাসে নাৰায়ণ শুনি হৰেৰ কাহিণী।
হাসি হাসি পৰিহাঁস বোলে চক্ৰপাণি ॥
গৰ্জ্জন সংগ্ৰামে নাজিনিব ত্ৰিপুৰাৰি।
মৰণে অধিক দুঃখ যেবে ৰণ হাৰি ॥

স্বস্থ হুয়া যুদ্ধ কৰ যত বল আছে।
ৰণ পৰিহৰিয়া পলায়া জোনো পাছে ॥
বোল শুনি কোপ কৈল বৃষভ বাহন।
ধনুত জুৰিলে নাৰাচ শত বাণ ॥

দশন কামুৰি হৰে প্ৰহাৰিল শৰ।
ত্বৰিতে ভেদিল গোবিন্দৰ কলেবৰ ॥
শৰছোট পায়া ত্ৰিভুবণ অধিকাৰী।
মেঘ বাণ ধনুত জুৰিলে শ্ৰীহৰি ॥

মন্ত্ৰ অভিষেকি বাণ হানিল তখনে।
শিলা বৃষ্টি বিদ্যুত বৰিষে মেঘগণে ॥
শঙ্কৰেৰ সেনাগণ ঢাকিলেক জলে।
কত চুৰ ভৈল পাথৰৰ মহাখেলে ॥

জলত ভাসিয়া কতো মৰে সেনাগণ।
দেখিয়া শঙ্কৰেৰ কুপিত ভৈল মন ॥
মহাভয়ঙ্কৰ অগ্নি অস্ত্ৰ লৈল কৰে।
স্বৰ্গ মৰ্ত্ত্য পাতাল দেখিয়া কাম্পে ডৰে ॥

উল্‌কাময় নিৰন্তৰে দেখি দশো দিশ।
হৰেৰ অস্ত্ৰেৰ ৰূপ আতি অসদৃশ ॥
শঙ্কৰে মাৰিল শৰ কৰি হুহুঙ্কাৰ।
পৃথিবী গগণে অগ্নি ভৈল অন্ধকাৰ ॥

হাহাকাৰ কৰে গগণত দেৱ গণে।
গৰুড়ে সহিতে হৰি দহিব দহনে ॥
দৈত্য গণে জানিল সংগ্ৰাম ভৈল জয়।
সিংহ নাদ কৰিল হৰিষে আতিশয় ॥

অগ্নি অস্ত্ৰ আস্তে হেন দেখি নাৰায়ণ।
বৰুণ অস্ত্ৰ প্ৰহাৰিল ততক্ষণ ॥
জল পাইয়া সকল অনল ভৈল নাশ।
শংখ নাদ কৈল হৰি জগতনিবাস ॥

শৰ নাশ হৈল হেন দেখি ত্ৰিপুৰাৰি।
ধনুত জুৰিল ভয়ঙ্কৰ অস্ত্ৰ চাৰি ॥
পঞ্চাশ ৰাক্ষস ৰৌদ্ৰ অঙ্গিৰস বাণ।
ধনুত জুৰিয়া শীঘ্ৰে কৰিল সন্ধান ॥

চাৰি শৰ আস্থে যেন চাৰি যমদণ্ড।
গোবিন্দে মাৰিল পাৰি শৰ পৰচণ্ড ॥
সমিৰণ সাৰিএ বাসব সমোহন।
শঙ্কৰেৰ চাৰি অস্ত্ৰ কাটিল তখন ॥

শৰ কাটি গোবিন্দে বৈষ্ণৱ শৰ ধৰি।
ধনুত জুৰিল হৰি শঙ্খ নাদ কৰি ॥
প্ৰলয় কালেৰ যেন সূৰ্য্যোৰ উদয়।
দেখিয়া পলাইল সবে যত সেনাচয় ॥

সেনাৰ তৰাস দেখি কোপে উমাপতি।
ত্ৰিপুৰ দহন শূল লৈল শীঘ্ৰ গতি ॥
টোণৰ বৈষ্ণৱ শৰ লৈল শীঘ্ৰকৰি।
জুৰিয়া মোহন বাণ হানিলন্ত হৰি ॥

স্তম্ভিয়া ৰহিল তবে অস্ত্ৰ লয়া হৰে।
বিষ্ণু শঙ্কৰৰ যুদ্ধ আতি ভয়ঙ্কৰে ॥
নাবহে পবন উৰ্ম্মি নাবহে সাগৰ।
কাম্পে সুৰাসুৰ যক্ষ গন্ধৰ্ব্ব কিন্নৰ ॥

দানব মানব কাম্পে নাগ বিদ্যাধৰ।
সুৰ সুধাকৰ কাম্পে দেবতা অমৰ ॥
পৃথিবী পাতাল কাম্পে আৰ সুৰপুৰী।
কাম্পে সব অচল সুমেৰু আদি কৰি ॥

পদভৰে পীড়িত ভইল বসুমতী।
চলিল পৃথিবী যথা আছে লোকপতি ॥
কান্দিয়া পৃথিবী গিয়া পশিল শৰণে।
বিধানত ব্ৰহ্মাদেৱে আছন্ত ধিয়ানে ॥

পৃথিবীৰ করুণা শুনিয়া লোক পতি।
যতেক দেৱতা গণ কৰিয়া সঙ্গতি॥
যথা হৰি হৰে ৰণ কৰে দুয়োজনে।
দেৱগণ লৈয়া ব্ৰহ্মা আইল আপোনে॥

ব্ৰহ্মা বোলে দেৱ দেৱ পৰম ঈশ্বৰ।
নমো শূল পাণি নমো নমো চক্ৰধৰ॥
নমো পীতাম্বৰ নমো নমো দিগবাস।
শ্ৰীবৎস অঙ্কিত নমো ভসম বিনাশ॥

নমো লক্ষ্মীনাথ নমো নমো উমাপতি।
বৃষভ বাহন নমো নমো খগপতি॥
এবমাদি ব্ৰহ্মায়ে কৰিল বহু স্তুতি।
হাত যোৰে মধুৰ বচনে নিগদতি॥

ব্ৰহ্মা বোলে শুনহ শঙ্কৰ দামোদৰ।
সত্য বোলে একে কায় হৰি যে হৰৰ॥
অন্ধকক বধিতে যে কালে দুয়োজনে।
সেবেলাৰ ৰূপ তুমি পাশৰিলা কেহ্নে॥

বৃষভত নাৰায়ণ গৌৰীয়ে সহিতে।
খটাঙ্গত শূল আতি শোভে দুই হাতে॥
ভস্ম লেপিত বাঘ চাল আৰ অঙ্গে।
কঙ্কণ কুণ্ডল হাৰ মহা দিব্য ৰঙ্গে॥

গৰুড়েৰ উপৰে চৰিয়া উমাপতি।
দক্ষিণত লক্ষ্মী শোভে বামে সৰস্বতী॥
কণ্ঠত কৌস্তুভ পীতবাস শৰীৰত।
শঙ্খ চক্ৰ গদা পদ্ম ধৰিয়া হাতত॥

ব্ৰহ্মা বোলে ভূত নাথ পাশৰিলা কেনে।
একয়ে শৰীৰ ভিন্ন কৰ কি কাৰণে॥
হৰি হৰি এক তনু নাহি কিছু ভিন্ন।
সৃষ্টি নাশ কৰিবাৰ পাতিলাহা চিন॥

গোবিন্দক মানুষ কৰিয়া হেন মানি।
আপুনাৰ শৰীৰ আপুনে নাহি জানি॥
হৰিৰ শৰীৰ হৰ দেখ ভাল মতে।
ব্ৰহ্মাৰ বচন হৰ দৃঢ়ে লৈল চিতে॥

গোবিন্দৰ শৰীৰ নিৰীখে উমাপতি।
এ বায়ু বৰুণ বৈশ্বানৰ বসুমতী॥
দিনকৰ কুবেৰ বৰুণ সুধানিধি।
আপুনাক দেখে আগে পাছে দেখে বিধি॥

গন্ধৰ্ব্ব কিন্নৰ যক্ষ ৰক্ষ বিদ্যাধৰ।
দানৱ মানৱ যক্ষ সপত সাগৰ॥
নদী নদ মহীধৰ গ্ৰহগণ যত।
অষ্টবসু দিগপাল নক্ষত্ৰ সমস্ত॥

বেদ আদি চতুৰ্দ্দৰ্শ শাস্ত্ৰ দিবা ৰাতি।
হৰিৰ শৰীৰে সবে দেখে পশুপতি॥
ৰণ এৰি আকাশক গৈল দেৱ দুই।
দুই তনু এক হৰি হৰ ৰূপ হুই॥

অৰ্দ্ধেক শৰীৰ নীল অৰ্দ্ধেক ধৱল।
অৰ্দ্ধেক অমৃত পিয়ে অৰ্দ্ধেক গৰল॥
অৰ্দ্ধেক বাঘৰ ছাল অৰ্দ্ধেক পীতবাস।
অৰ্দ্ধেক চন্দন আৰ ভসম বিলাস॥

ডম্বৰু ত্ৰিশূল আৰ অৰ্দ্ধ গদা চক্ৰ।
অৰ্দ্ধেক কৌস্তুভ মনি অৰ্দ্ধেক ভুজঙ্গ॥
অৰ্দ্ধ অঙ্গে কমলা ভবাণী অৰ্দ্ধ অঙ্গ।
ৰতন কুণ্ডল হাৰ অপৰ ভুজঙ্গ॥

দুই দেৱে এক তনু থাকি কতোক্ষণে।
ৰণ এড়ি কৈলাসে লৰিল বৃষজানে॥
গৰুড়ৰ উপৰে আইল লক্ষীপতি।
দেখিয়া ব্ৰহ্মাৰ অতি হৰষিত মতি॥

হৰি হৰ যেখন ভৈইল একেকাই।
আৰ কেহো নাদেখি ব্ৰহ্মায়ে বিনায়॥
হৰিবংশ পুণ্য কথা মধুময় বাণী।
শুনিলে সম্পদ বাঢ়ে খণ্ডয় বিঘিনি।

মনেৰ বাঞ্ছিত সিদ্ধি যাহাক শ্ৰৱণে।
হৰি পৰশনে কবি পীতাম্বৰে ভণে॥

---

# শ্ৰীধ্ৰুৱ কন্দলি



## কাণখোৱা

ঘুমতি যায়োৰে উৰে কানাই
হুৰে কাণখোৱা আসে।
সকল শিশুৰ কাণ খাই খাই
আসয় তোমাৰ পাশে॥
মাৱৰ বচন শুনি পাশ চাপি,
হাসিয়া সোধে কানাই।
কেনেকুৱা গোটে কাণ খাই ফুৰে
চিনাওঁ হাবলী আই॥
তাৰ নাম শুনি ঘুমতি নাসয়,
ডৰে কাম্পে মোৰ বুক।
দেখিলে লৱৰি পলাইবাক পাবো,
সত্বৰে চিনাওঁ মোক॥
অনাদি স্বৰূপে জগত স্ৰজিলোঁ,
চৰাচৰ ভেদ কৰি।
সকল জগত প্ৰতিপাল কৰি,
আত্মাৰূপে আছোঁ ধৰি॥
ব্ৰহ্মা মহেশ্বৰ আদি কৰি যত,
সমস্ত মোৰ স্ৰজন।
মই যে নজানো সিতো কাণখোৱা,
স্ৰজি আছে কোন জন॥
বিষ্ণুৰূপে মই বৈকুণ্ঠৰ হন্তে,
চড়িয়া গৰুড় স্কন্ধে।
সমস্তে জগত বিচাৰি চাহিলোঁ,
ফুৰিয়া অতি প্ৰবন্ধে॥

স্বৰগী নৰকী দুৰ্জ্জন মহন্ত,
বিচাৰি ফুৰিলোঁ পাছে।
সিয়ো কালে মই লগ নপাইলোঁহো,
কাণখোৱা কৈত আছে॥

প্ৰথমতে মই অৱতাৰ ভৈলোঁ,
দিব্য মৎস্য ৰূপ ধৰি।
চাৰিও বেদক পাতালৰ হন্তে,
আনিলো সঙ্গে উদ্ধাৰি॥

পাছে সেহি ঠাই বঢ়াই মৎস্য কাই,
জুৰিলোঁ সাগৰ তীৰ।
সিয়োকালে মই লাগক নাপাইলোঁ,
কাণখোৱা কেন বীৰ॥

কূৰ্ম্মৰূপে মই মন্দৰ ধৰিলোঁ,
সাগৰ মথিবে লাগি।
যত জলচৰ খলকি সাগৰ,
সমস্ত গৈলন্ত ভাগি॥

কাল কুট বিষ অগনি পালিজে,
লক্ষ্মীয়ে বজাইলা পাছে।
সিয়োকালে মই লাগক নপাইলোঁ,
কাণখোৱা কৈত আছে॥

বৰাহ স্বৰূপে পৃথিবী উদ্ধাৰি,
আনিলো দান্তৰ আগে।
হিৰণ্যাক্ষ নামে বীৰকো বধিলোঁ,
যুদ্ধকৰি মহাভাগে॥

মোক ভয়ে যত অসুৰ দৰিলা,
কম্পি গৈলা ত্ৰিজগত।
সিয়োকালে মই লাগক নপাইলোঁ,
কাণখোৱা কেন মত॥

স্ফটিকৰ স্তম্ভে বাজ ভৈলোঁ মই,
নৰসিংহ ৰূপ ধৰি।
হীৰণ্যাক্ষ নামে দৈত্যক বধিলোঁ,
নখ অগ্রে বুক চিৰি॥
জটাৰ ছাতিত মেঘ উকৱাইলোঁ
মেদিনী কম্পিলা দৰে।
সিয়োকালে মই লাগক নপাইলোঁ,
সিতো আছে কাৰ ঘৰে॥
বামন স্বৰূপে দেব কাৰ্য্য সাধি,
বলিক ছলিবে গৈলোঁ।
দান লওঁ বুলি তিনি পদ ভূমি,
ত্রৈলোক্য জুৰিয়া লৈলোঁ॥
উপায় কৰিয়া বলিক ছলিলোঁ,
পঠাইলোঁ পাছে স্তুতলে।
কাণখোৱা নামে বীৰ গোট আছে,
মুশুনিলোঁ সিয়ো কালে॥
শ্রীৰাম স্বৰূপে সীতাৰ নিমিত্তে,
ভৈলোঁ সাগৰৰ পাৰ।
সবংশে ৰাৱণ ৰাক্ষস বধিলোঁ,
খণ্ডিলো ভূমিৰ ভাৰ॥
দেৱাসুৰ নৰ ভালুক বানৰ,
সবে আইলা মোৰ কাছে।
লঙ্কা নগৰীত কাণে মুশুনিলোঁ,
কাণখোৱা কৈত আছে॥
হলিৰাম ৰূপে লাঙ্গল ধৰিলোঁ,
সম কৰি খাল বাম।
সকল পৃথিবী বিচাৰি চাহিলোঁ,
লৈলোঁ হলধৰ নাম॥

আসিলোঁ ইবাৰ কৃষ্ণ অৱতাৰ,
বঙ্গে আছোঁ তযু ঘৰে।
কাণখোৱা নাম শুনি মোৰ গায়,
তৰতৰি কাম্পে দৰে॥
ঘুমতিৰ ছলে নিচুকিয়া মই,
চক্ষু মেলি আছোঁ চাই।
কেনকুৱা গোটে কাণ খাই ফুৰে,
চিনায়ো হাৰলী আই॥
কৃষ্ণৰ বচন শুনিয়া যশোদা,
ভয় হুয়া ৰহি আছে।
একোৱে উত্তৰ দিবাক নপাৰি,
হাসি মাতিলন্ত পাছে॥
মিছা সে বুলিয়া মুখে স্তন দিয়া,
কৃষ্ণক সাবতি ধৰি।
শ্রীধৰ কন্দলি কহে কৃষ্ণ কেলি,
ডাকি বোলা হৰি হৰি॥

ঘোষা—উঠা উঠা হৰিএ, চান্দ বয়ন, অ হৰি হৰি পদ্ম নয়ন, পুহাইল নিশি, মেলা ধেনুগণ, উঠা উঠা হৰিএ॥

উঠিয়ো কৃষ্ণাই হাৰলী বোপাই,
ৰোষ তাপ তেজি মনে।
পুহাইল ৰজনী উঠা যাদুমণি,
বুলি ডাকে শিশুগণে॥
যশোদাৰ বাণী শুনি চক্রপাণি,
বোলন্ত নমাতা মায়।
তোমাৰ আতাই বোপাই বোলন্তে,
সুজুৰাই মোৰ গায়॥

দিনা চাৰি পাঞ্চ মুঠিবোঁ নখাইবোঁ,
নযাইবোঁ গোৰখ্য থানে।
দুৰ্যশ কলঙ্ক দুঃখ সুমৰন্তে,
নসহে মোৰ পৰাণে॥
মই নাৰায়ণ জগত কাৰণ,
তুমি গোৱালৰ জীউ।
তথাপি তোমাক দেখন্তে ডৰত,
উৰি যাই মোৰ জীউ॥
যত খাওঁ দাওঁ তভু শুকাই যাওঁ,
নাই মোৰ উদগতি।
হাত মুঠি যেন কঙ্কাল খানিযে,
বান্ধতে চিন্দিল আতি॥
নিজ ৰূপে মই অনন্ত ব্ৰহ্মাণ্ড,
স্ৰজি আছো লীলা কৰি।
সমস্তে জগত প্ৰতিপাল কৰি,
আত্মা ৰূপে আছো ধৰি॥
ব্ৰহ্মা অদি কৰি যত চৰাচৰ,
মোকে সেৱা কৰি যাই।
তোৰ ঘৰে আসি গৰু চাৰি ফুৰো,
কৰকৰা ভাত খাই॥
নাৰায়ণ ৰূপে অনন্ত শয্যাত,
জলত কৰি শয়ন।
নাভিপদ্ম হন্তে ব্ৰহ্মা উপজাইলোঁ,
স্ৰজিলোঁ তিনি ভুবন॥
বেদক পঢ়াইলোঁ তত্বজ্ঞান কৈলোঁ,
অজ্ঞান কৰিলোঁ দুৰ।
তোহোৰ হাতত যতেক ঐশ্বৰ্য্য,
সবে ভৈলা মযিমুৰ॥

হংস ৰূপে মই স্বৰ্গক কম্পাইলোঁ,
ব্ৰহ্মাৰ সভাত বৈলোঁ।
মুনি সমস্তৰ সংশয় ছেদিলোঁ,
আত্মতত্ত্ব জ্ঞান কৈলোঁ॥
মুনি সিদ্ধ সবে সাদৰিলে মোক,
প্ৰণামিলা স্তুতিকৰে।
আৰে আসি মই শ্ৰীকৃষ্ণৰ বেশ,
ভৈলোঁ আসি তযু ঘৰে॥
ব্যাস ৰূপে মই চাৰিও বেদৰ,
কৰিলোঁহোঁ শাখা ভেদ।
জ্ঞান কৰ্ম্ম ভক্তি প্ৰবৃত্তি নিবৃত্তি,
দিলোঁ সবে পৰিচ্ছেদ॥
বেদৰ ৰহস্য ভাগৱত ধৰ্ম্ম,
নিবন্ধিয়া থৈলোঁ পুনু।
মূঢ়তো অধিক কৰি আৰে তুমি,
মোক বোলা জৰ কানু॥
অসুৰৰ ভয়ে পূৰ্ব্বে দেৱগণে
চিন্তিলে গৈয়া আমাক।
চতুৰ্ভুজ ৰূপে আসি তাৰক্ষণে,
দেখা দিলোঁ তাসম্বাসক॥
মোৰ ৰূপ দেখি চমক লাগিলে,
ত্ৰিদশে পৰিল ঢলি।
আৰে তুমি মোক বিগুটিয়া মাতা,
কলিয়া কলিয়া বুলি॥
মোহিনী স্বৰূপে, সাগৰ মথিলোঁ,
আসিল লক্ষ্মী বজাই।
ব্ৰহ্মাদিক তেজি, মোক ভজিলেক,
হৃদয়ত দিলো ঠাই॥

হেন লক্ষ্মীপতি আসি তোৰ ঘৰে,
কাল গুণি আছো বই।
ধান্য মুঠি দিয়া, ফল কিনি খাও,
তাহাত মষিলি দেই॥

তাত অনন্তৰে, ধনন্তৰী ৰূপে,
অমৃতৰ ঘট ধৰি।
সাগৰৰ হন্তে, বাজ ভৈলোঁ মই,
জগত প্ৰখ্যাত কৰি॥

মোহিনী স্বৰূপে, অমৃত পিয়াইলোঁ,
সাধিলো দেৱৰ কাম।
তোৰ ঘৰে আসি, বৰ যশ পাইলোঁ,
লৈলো দধিচোৰ নাম॥

কপিল স্বৰূপে, কৰ্দ্দমৰ ঘৰে,
হুয়া মই অৱতাৰ।
দেৱহুতি নামে, মাতৃক তাৰিলো,
কহিলো তত্ব বিচাৰ॥

এবে আসি মই, তযু ঘৰে আছোঁ,
দেহক কৰিছোঁ ছন্দ।
আছোক আমাত, জ্ঞান সুধি লৈবা,
দিনে পতি কৰা দ্বন্দ॥

বামন স্বৰূপে, বলিক ছলিলোঁ,
বিশ্বৰূপ দৰশাইলোঁ।
স্বৰ্গৰ দ্বাৰত, বাজ ভৈলো আমি,
গঙ্গাক আনি নমাইলো॥

সেহি পদ জল, শিৰত ধৰিল,
মহেশে বাটত পাই।
এবে তুমি মোক, বিগুটিয়া মাতা,
দিয়া সাতি খোৱা দাই॥

হৰি অৱতাৰে, গজেন্দ্ৰক মই,
মুকুতি পদক দিলো।
নিজ ৰূপে মই, স্বৰ্গক চাহিলোঁ,
আপুনি উৎপত্তি ভৈলো॥
পৃথু অৱতাৰে, সাত পৃথিবীৰ,
ভৈলোহোঁ এক নৃপতি।
বাপেৰ কালৰ, পুত্ৰ পাইলি মোক,
মাতস তই বিগুটি॥
দুষ্কৰ তপক, আচৰিয়া মই,
ঋষভ স্বৰূপ হুই।
ঘিতিত্ৰয় ৰূপে, যদু নৃপতিক,
নিস্তাৰিলোঁ জ্ঞান কই॥
জীৱন্তে ধ্ৰুৱক, থাপিলো স্বৰ্গত,
এক দুৰ্ব্ব ৰূপ ধৰি।
গোৱালৰ জীউ, হুয়া তুমি মোক,
কৰাহা এত চাতুৰী॥
নাৰদ স্বৰূপে, ভাগৱত ধৰ্ম্ম,
কৰিলো মই বিদিত।
নৰ নাৰায়ণ, ৰূপে তপ কৰোঁ,
জগতৰ চিন্তো হিত॥
আন অৱতাৰ, হুয়া বাৰম্বাৰ,
জগত কৰি ৰক্ষণ।
এবে আসি মই তযু ঘৰে আছোঁ
তোমাৰ জিজ্ঞাসি মন॥
আনো যত মোৰ, মহিমা আছয়,
কহিবাক লাগে কিক।
মই হেন পুত্ৰৰ, মাৱ বোলাইবাক,
তোমাৰ আছে অধিক॥

কিছু কিছু কৰি, দেখি আছা মায়া,
তথাপি কৰা আক্রোশ।
এক ক্ষেণিতেকে, সুৰতি হবাইবোঁ,
নেদিবাহা মোক দোষ॥
কাঠ বাজী বুলি জগতে হাসয়,
দেখিলে সুমৰে হৰি।
এবে আসি তযু পুত্র ভৈলোঁ যেবে,
সিটো দুঃখ দূৰ কৰি॥
তথাপি আমাৰ স্নেহ নজানস,
নকৰা মোত বিশ্বাস।
আগে যে আছিলা তেনয় কৰিবো,
দিন চাবি বাট চাস॥
মোহোৰ মুখত লাজ্জ লাগে আৰ,
তোমাৰ গুণ কহন্তে।
দুই ওঠ কাটি তেজ বহি যাই,
বাশৰ বাঁশী বজান্তে॥
চাৰি ৰাতি সোণাৰ বাঁশী গঢ়াই নেদ,
ৰাজ পটেশ্বৰী তুই।
গাতত পোতন্তে পেতাৰি বান্ধন্তে,
ধনত লাগিবে জুই॥
গৰুশালি লাগি অন্ন দি পঠোয়া,
সিয়ো হোৱে এক মুঠি।
এগৰাহ মাৰিলে এগৰাহ নাটে,
যাওঁ আধাপেটী উঠি॥
গৰু আগুৰান্তে ধাতু যাই মোৰ,
কণ্টক বনত সন্ধি।
চোপৰাতি দিন লৱৰি ফুৰন্তে,
নও আতনাক পিন্ধি॥



30.25

কুৰ কুটা চুলি পৰে গৰুধূলি,
কুকুহা পৰিয়া যাই।
গোটা গুটি কৰি জটা বান্ধি আছে,
তৈল মাথে দেখা নাই ॥
কথাক কহন্তে ক্ৰন্দন আসয়,
যত অপমান পাইবোঁ।
যেবে হওঁ মই বাপেকৰ পুত্ৰ,
তোমাক আবে কন্দাইবোঁ ॥
কংস মমাই আৰ সাৰথি আছই,
শুনিলে নিবো মাতাই।
ইতো অপমান সকলে সুজিবোঁ,
মথুৰা পুৰীক যাই ॥
দৈৱকী মাৱত মোৰ বৰ লুলি,
থাকিবো তাহান পাশে।
আমাক দেখিবে লাগিয়া তোমাৰ,
বৰ হুইবে হাবিলাস ॥
কৃষ্ণৰ বচন শুনিয়া যশোদা,
পুনু মাতে পাশ চাপি।
এৰ হাবিলাস মোৰ মাথা খাস,
নকান্দিবা মোৰ বাপি ॥
মই অভাগীৰ ইবাৰ দোষক,
মৰষিও বনমালী।
আনকাল যদি দোষ দেখা মোৰ,
পাৰিবাহা মোক গালি ॥
মাৱৰ বচন শুনিয়া কৃষ্ণৰ,
হৰষিত ভৈলা মন।
একে ডেৱে গৈয়া কোলাত চৰিয়া,
পিবাক লাগিলা স্তন ॥

অমৃত সমান কৰি মৃদু হাস,
চারু দন্ত দৰশাই।
ব্ৰহ্মাণ্ডৰ সুখ মানিলা যশোদা,
কৃষ্ণৰ মুখক চাই॥
শুনা সভাসদ হুয়া নিঃশবদ,
শিশু গোবিন্দৰ কেলি।
কৃষ্ণৰ অৰুণ চৰণ পঙ্কজ,
কৰিবা মনে সেৱালি॥
শ্ৰীধৰ কন্দলি কহে কৃষ্ণ কেলি,
কৃষ্ণৰ ভকতি কাম।
কৃষ্ণক ভকতি মিলোক মুকুতি,
ডাকি বোলা ৰাম ৰাম॥

## ঘুনুচা।

ঘোষা—নমো দয়াশীল জগত আধাৰ,
দৈৱকী নন্দন দেৱ।
তোমাৰ চৰণে পশিলো শৰণ,
কৃপা কৰা প্ৰভু দেৱ॥

অনন্তৰে দ্বাৰী পাছে দ্বাৰ পৰিহৰি।
অভ্যন্তৰে চলি গৈল অতি শীঘ্ৰ কৰি॥
লক্ষ্মীৰ আগত কথা কহে হেঠ মাথে।
দুৱাৰত ৰহিয়া আছন্ত জগন্নাথে॥

যেন লাগে আজ্ঞা মোক দিয়ো লক্ষ্মী আই।
শুনি দেবী মাতিলন্ত পৰিচাক চাই॥
লক্ষ্মীয়ে বোলন্ত শুনা শুনা মোৰ বাক॥
দ্বাৰ ছাড়ি আসিবাৰ নেড়া যাদৱক॥

যাদৱায়ে আসিবে নালাগে মোৰ ঠাই।
ঘুনুচাৰ বাড়ী লাগি চলোক দুনাই।
হেন শুনি পৰিচা ত্বৰিতে গৈলা চলি।
দ্বাৰত ৰহিল গৈয়া বান্ধিয়া শিকলি॥

তাৰ পাচে প্ৰভু পৰিচাক আদেশিলা।
দ্বাৰ ছাড়ি দেহ বুলি দ্বাৰীক মাতিলা॥
শুনি দ্বাৰী বোলে লক্ষ্মী দিয়া আছে হাক।
দ্বাৰ মেলি দিবাক নোৱাৰা যাদৱাক॥

তাৱক্ষণে ঠাকুৰত জনাওক যাই।
দ্বাৰী দ্বাৰ নেদে বাধিলেক লক্ষ্মী আই॥
হেন শুনি কৃষ্ণে পাছে কৰি হেঠ মাথ।
পৰিচাক অশেষ বুলিলা জগন্নাথ॥

কহ গৈয়া লক্ষ্মী কিয় এত ক্ৰোধ কৰে।
দ্বাৰ মূলে ৰহি আছো মই নিৰন্তৰে॥
দ্বাৰ মেলি দিয়োক যাওঁ দৌলৰ ভিতৰে।
ক্ষুধায়ে তৃষ্ণায়ে দুঃখে মোক আতি পীড়ে॥

তাৱক্ষণে পৰিচা দৌলক গৈলা চলি।
লক্ষ্মীৰ আগত কহে কৰি কৃতাঞ্জলি॥
নমো নমো লক্ষ্মী মাৱ হুয়োক প্ৰসন্ন।
তোমাক লাগিয়া কৃষ্ণে বুলিলা বচন॥

আঠ দিনা ভৈল মই এৰি গৈলো সঙ্গ।
তাতে লক্ষ্মী কিসক আমাক কৰে খঙ্গ॥
দ্বাৰ ছাড়ি দিয়ো লক্ষ্মী কোপ পৰিহৰি।
অভ্যন্তৰ লাগি চলি যাওঁ শীঘ্ৰ কৰি॥

হেন শুনি পৰিচাক মাতে লক্ষ্মী মাৱ।
যাদৱাৰ বাক্যে মোৰ সুজুৰাই গাৱ॥
কথাকো নকৈল মোক গৈল পৰিহৰি।
পৰৰ ভাৰ্য্যাক যেন পৰে যায় এড়ি॥

যাদৱৰ কথা মোত কহিবে নালাগে।
অন্য যিবা কথা আছে কহ মোৰ আগে ॥
মই বিনে যাদৱায়ে বঞ্চিবাক পাৰে।
যাদৱ নভৈলে দিন নাযায় কি মোৰে ?

সুন্দৰী ৰমণী ভাৰ্য্যা পাইলন্ত যাদৱ।
আউৰ কি লাগিয়া আসিবন্ত মোৰ ঠাই ॥
ঘুনুচাক সম মই নোহো ৰূপৱতী।
নিলে সব মন হৰি নাগৰী যুবতী ॥

এতেকে আমাক ত্যজি গৈলন্ত আপনে।
দ্বাৰকাতে কত দুঃখ দিয়া আছে মনে ॥
শিশুকাল হন্তে যাদৱাৰ ধৰো আল।
তথাপিতো তান্ত মই নোবোলাইলো ভাল ॥

আৰু তান ভাল বোলাইবেক কোন নাৰী।
ভাল বোলাইবাক পাৰে ঘুনুচা সুন্দৰী ॥
নাচাও যাদৱাৰ মুখ নাসন্তোক হৰি।
ঘুনুচাৰ বাড়ী লাগি যাওক বাহুড়ী ॥

হেন বাক্য বুলি লক্ষ্মী মৌন হুয়া ৰৈলা।
শুনিয়া পৰিচা তাৱক্ষণে চলি গৈলা ॥
কোপ মনে লক্ষ্মী বুলিলন্ত যত বাণী।
ঠাকুৰৰ আগে সব কহিল কাহিনী ॥

অশেষ কৰিলো মই লক্ষ্মীক প্ৰবোধ।
তথাপি লক্ষ্মীৰ মনে নপালন্ত ক্ৰোধ ॥
দ্বাৰ ছাড়ি তথাপি নেদন্ত লক্ষ্মী মাৱে।
বোলে বাহুড়ীয়া যাওক ঘুনুচাৰ ঠাৱে ॥

লক্ষ্মীৰ বচন শুনি পাছে জগন্নাথ।
বড় লজ্জা হুয়া পাচে চপড়াইলা মাথ ॥
সৰ্ব্বজনে শুনিলে লক্ষ্মীৰ কোপ কাৰ্য্য।
নাহি মাত বোল সবে এড়িলেক বাদ্য ॥

ভৈলেক মধ্যাহ্ন কাল বেলা ষোল দণ্ড।
ভৈল ঘোৰ মহাৰৌদ্ৰ মিলিল প্ৰচণ্ড॥
ক্ষণে মেঘ দিয়া কৰে দেৱে বৰিষণ।
চাপিবাক থান নাপাৱন্ত প্ৰজাগণ॥

ক্ষুধায়ে তৃষ্ণায়ে পীড়া কৰে আতিশয়।
ৰৌদ্ৰতাপে পোড়ে কতো বৃষ্টিত তিতয়॥
মহা দুঃখে কষ্টে কতো প্ৰাণী বোলে বাক।
আবেসে উচিত লক্ষ্মী কৰে যাদৱাক॥

যাহাৰ প্ৰসাদে ত্ৰৈলোক্যৰ সুখ হৱে।
ব্ৰহ্মা মহেশ্বৰে যাক সৰ্ব্বদায়ে সেৱে॥
কৰ যোৰ কৰি দেৱগণে আছে চাই।
আমাৰ পাশক লক্ষ্মী পুণঃ আছে চাই॥

তেবেতো হৈবেক মহা ঐশ্বৰ্য্য আমাৰ।
এহি বুলি দেৱগণে বাঞ্ছয় অপাৰ॥
লক্ষ্মী বিনে সংসাৰত নাহিকে জীৱন।
লক্ষ্মী নভৈলাত হোৱে ত্ৰৈলোক্য উছন্ন॥

হেনয় ভাৰ্য্যাক পায়া আছে যদুৰাই।
তথাপিতো তাঙ্ক এৰি চলে অন্য ঠাই॥
গাৱ নসহন্ত লক্ষ্মী মাৱে কৰে দণ্ড।
লক্ষ্মীত যে দোষ নাহি যাদৱাসে মন্দ॥

হেন কথা অন্যো অন্যে সৰ্ব্ব জনে কহে।
ক্ষুধায়ে তৃষায়ে দেহা কাহাৰো নৰহে॥
পুনৰপি পৰিচাক পঠাইলা মাধৱে।
তথাপিতো ক্ৰোধ ভাৱ নেড়ে লক্ষ্মী মাৱে॥

ধাআৰ উপৰি ধাৱ দিলন্ত পঠাই।
নাসন্তোক যাদৱা বোলন্ত লক্ষ্মী আই॥
এহিমতে যেবে তিনি পৰ বহি গৈল।
শুনিয়োক তাত পাছে যেন কথা ভৈল॥

ঠাকুৰৰ পাশত সুভদ্রা বৰনাৰী।
ক্ষুধায়ে তৃষায়ে দুঃখ সহিতে নাপাৰী॥
মাতি আনি প্রবোধ কৰিলা পৰিচাক।
শীঘ্র কৰি পঠাই দিলা লক্ষ্মীৰ পাশক॥

দ্বাৰ ছাড়ি দেওক লক্ষ্মী অভ্যন্তৰে যাওঁ।
ক্ষুধায়ে তৃষায়ে মই বৰ দুঃখ পাওঁ॥
হেন শুনি পৰিচা ত্বৰিতে গৈল ধাই।
লক্ষ্মীৰ আগত কথা কহন্ত দুনাই॥

সুভদ্রায়ে পাঠাই মোক দিলন্ত নিশ্চয়।
তোমাৰ ননন্দ খানি দুঃখক পাৱয়॥
ইবেলিসে চলি গৈলোঁ যাদৱৰ সঙ্গ।
কি কাৰণে লক্ষ্মীৰ আমাক লাগি খঙ্গ॥

ৰৌদ্রত শুকাই কতো বৃষ্টিত তিতয়।
ক্ষুধায়ে তৃষায়ে দেহা অধিকে দহয়॥
বোলা মোক লক্ষ্মী শীঘ্র দ্বাৰ দিউক মেলি।
আপোন থানক মই শীঘ্রে যাঁও চলি॥

যেন লাগে প্রবোধ দিয়োক লক্ষ্মী আই।
শুনি লক্ষ্মী মাতিলন্ত পৰিচাক চাই॥
গালে হাত দিয়া লক্ষ্মী মাতিলন্ত পাছে।
সুভদ্রা ননন্দ তেহো দ্বাৰে ৰহি আছে॥

ননন্দখানি দুঃখ পাৱে সঙ্গে যাদৱাৰ।
ইকি কথা মোত কহি আছে একবাৰ॥
আপুনি সে গৈল লৰি যাদৱাৰ সঙ্গে।
ননন্দয়ে দুঃখ পাৱে যাদৱাত খঙ্গে॥

সুভদ্রা পালেক দুঃখ দোষ ভৈল মোৰ।
দ্বাৰ ছাড়ি দিয়ো দ্বাৰী আসোক সত্বৰ॥
শুনিয়া পৰিচা পাছে শীঘ্রে গৈলা চলি।
দ্বাৰীত কহিলা গৈয়া দ্বাৰ দিয়ো মেলি॥

সুভদ্ৰাত জনাইলেক দ্বাৰ দিলে এৰি ।
শুনিয়া সুভদ্ৰা তাৰক্ষণে গৈল লৰি ॥
আপোনাৰ গৃহত পশিল বিদ্যমান ।
সুভদ্ৰাৰ কথা আবে থও এহি মান ॥

অনন্তৰে বলভদ্ৰ বুদ্ধিত সুজান ।
দেখন্তে গৈলন্ত সূৰ্য্য বেলা অৱসান ॥
কেন দুঃখ পাও মই বলোৱে বোলয় ।
পঠাইলেক পৰিচাক লক্ষ্মীৰ আলয় ॥

কহ গৈয়া লক্ষ্মী মোক দ্বাৰ দেন্ত মেলি ।
শুনিয়া পৰিচা তাৰক্ষণে গৈলা চলি ॥
লক্ষ্মীৰ আগত কথা কহিলা নিঃশেষে ।
তোমাক লাগিয়া বলো মাতিলা অশেষে ॥

মোক কেনে যাইবেক নেদন্ত লক্ষ্মী আই ।
মোৰ দোষ নাহিকই যাদবা বিনাই ॥
মাতি নিলে ঠাৱে ঠাৱে গৈলোঁ তাৰ সঙ্গ ।
তাতে লক্ষ্মী মোক এত মান কৰে খঙ্গ ॥

ক্ষুধায়ে তৃষায়ে তনু কাম্পে অতি মোৰ ।
যত দুঃখ পাইলো পৃথিবীত অগোচৰ ॥
দ্বাৰ ছাড়ি দেন্তো মই দৌল লাগি যাওঁ ।
ঘোৰ বাত বৃষ্টিত মই বৰ দুঃখ পাওঁ ॥

পৰিচাৰ বাক্য হেন শুনি লক্ষ্মী মাৱে ।
গালে হাত দিয়া বসিলন্ত লজ্জা ভাৱে ॥
কিনো মই নাৰী মন্দ বোলাইলো জগতে ।
যাদৱাৰে গুণে দুঃখ পাইলা জেঠালতে ॥

মই আজি লজ্জা পাইলো যাদৱাৰ গুণে ।
জেঠালেতো মোক ভাল নুবুলিব মনে ॥
যি হৌক সি হৌক পাছে দ্বাৰ দিয়ো মেলি ।
বলোত জনাইলা কথা কৰি কৃতাঞ্জলি ॥

তোমাক যাইবাক দ্বাৰ দিলে লক্ষ্মী মায়।
শুনি বলভদ্র ভৈল আনন্দিত ভায় ॥
তাৱক্ষণে বলভদ্র গৈল অভ্যন্তৰে।
থাকিলন্ত বলভদ্র আপোনাৰ ঘৰে ॥

বলভদ্র কথা আবে এহিমানে থওঁ।
শুনা আত পৰে কথা যেন ঠান কওঁ ॥
অনন্তৰে মনে বিমৰিষি যত্নৰাই।
পুনৰপি পৰিচাক দিলন্ত পঠাই ॥

শীঘ্রবেগে পাণ্ডা গৈয়া হুয়া অবনত।
কৰপুট কৰি কহে লক্ষ্মীৰ আগত ॥
লক্ষ্মীকেসে দিয়া গৈলোঁ যত ধন বিত্ত।
তথাপিতো মোক কোপ কৰে বিপৰীত ॥

দিন বেলা গৈল ভৈল সূর্য্য অবসান।
ক্ষুধায়ে তৃষায়ে মোৰ যেন ফুটে প্রাণ ॥
দ্বাৰ ছাৰি দিয়োক লক্ষ্মী নকৰি আক্রোশ।
ইবাৰ জানিবা সবে মোৰ ভৈল দোষ ॥

আৰু গৃহ ছাড়ি মই নযাওঁ নযাওঁ।
শুনিয়ো পৰিচা এবে কথা এক কওঁ ॥
এহিবাৰ কথা যদি সত্য নাপাই মোৰ।
আৰু বাৰ গৈলে মোক নেদিবে দুৱাৰ ॥

এহি মতে পৰিচাক দিলন্ত পঠাই।
দ্বাৰ ছাড়ি প্রভুক দিয়োক লক্ষ্মী আই ॥
হেন শুনি লক্ষ্মী মাৱে বুলিলা বচন।
যাদৱায়ে মোক আৱে দিয়া গৈল ধন ॥

মুখত মধুৰ তান কপট হৃদয়।
বচনেক কৈলে মুখে ধন নাহি হয় ॥
চৈত্র মাসে তান ভাই গোবিন্দ ঠাকুৰ।
পুষ্প চোৰ পৰি গৈল মালিয়াৰ ঘৰ ॥

তাঙ্ক দণ্ডি কৰি তিনি শত টাকা লৈলা।
মোক নেদি সিতো টঙ্কা কাক লাগি নিলা ॥
পৰিচায়ে বোলে আই তুমি মহাভাগী।
প্ৰভু বোলে তাক থৈছোঁ লক্ষ্মীক যে লাগি ॥

লক্ষ্মী বোলে যদি মোক লাগি থৈয়া আছে।
দিয়োক পঠাই মই তাক পাওঁ পাছে ॥
তাবক্ষণে পৰিচায়ে কৃষ্ণে জনাইলা।
তোমাক লাগিয়া প্ৰভু কথা এক কৈলা ॥

গোবিন্দ প্ৰভুক চোৰ পায়া স্বৰূপত।
বন্দি কৰি লৈয়া আছে টাকা তিনি শত ॥
মোক লাগি দিয়ে যদি প্ৰভু সিতো ধন।
শুনি হাস্য কৰি প্ৰভু বুলিলা বচন ॥

লক্ষ্মীক সে লাগি তাক থৈয়া আছোঁ সাঞ্চি।
লক্ষ্মী বিনে আন মোৰ কোন প্ৰিয়া আছি ॥
হাচটি মেলিয়া পাছে টকা তিনি শত।
তাৰক্ষণে বাকি দিলা ৰূপৰ থালত ॥

লক্ষ্মীক দিয়োক বুলি আদেশ কৰিলা।
আথে বেথে পৰিচা লক্ষ্মীৰ হাতে দিলা ॥
লক্ষ্মীৰ আগত গৈয়া মাতন্ত বিনাই।
ধন দিয়া মোক পঠাইলন্ত যদুৰাই ॥

ধন দেখি হাস্য কৰিলন্ত লক্ষ্মী মাৱে।
ইতো ধন মোক লাগি থৈয়াছে যাদৱে ॥
ঠাকুৰৰ বাক্য সত্য পায়া একবাৰ।
দোল লাগি আসন্তোক ছাড়ি দিয়ো দ্বাৰ ॥

শুনি ৰঙ্গে পৰিচা ত্বৰিতে গৈল চলি।
দ্বাৰীত জানাইলা গৈয়া দ্বাৰ দিয়ো-মেলি ॥
ঠাকুৰত বাৰ্ত্তা গৈয়া দুৱাৰী জনাই।
তোমাক যাইবাৰ আজ্ঞা দিলে লক্ষ্মী আই ॥

হেন শুনি ঠাকুৰৰ আনন্দ মিলিল।
দশো দিশো শুনি প্ৰজা আনন্দ কৰিল ॥
নানা বাদ্য ভাণ্ড কৰে প্ৰজাৰা সকল।
দশো দিশ হানি কৰে জয় সুমঙ্গল ॥

উৰুলী জোকাৰ ৰঙ্গে দেয় ঘনে ঘন।
পৰিচা সকলে কৰে কৃষ্ণৰ কীৰ্ত্তন ॥
সন্ধ্যা সময়ত কৰি অনেক উৎসৱ।
দৌলৰ ভিতৰ গৈয়া পাইলন্ত মাধৱ ॥

অসিলন্ত প্ৰভু লক্ষ্মী দেখি হাস্য কৰি।
খেদ ছাড়ি আগ বাঢ়ি প্ৰভুক সাদৰি ॥
নিজ থানে গৈল নিয়া অনেক আশ্বাসে।
মহা ৰঙ্গে লক্ষ্মী দেৱী কৃষ্ণক উপাসে ॥

বাৱন্ন পঞ্চাশ ভোগ দিলা ভাৰে ভাৰে।
পৰম কৌতুকে ভোগ দিলন্ত যাদৱে ॥
পৰিচাৰ পাণ্ডা মানে গৈলা থানে থানে।
দৌলত থাকিলা প্ৰভু আতি ৰঙ্গ মনে ॥

জগন্নাথ পুৰাণৰ ইতো কথা সাৰ।
নিবন্ধিলোঁ পদ অৰ্থ কৰিয়া বিচাৰ ॥
শুনা নৰ নাৰী লোক আন কাম হেলি।
ঘুনুচাৰ সঙ্গে যাদৱাৰ যাত্ৰা কেলি ॥

কৃষ্ণ বিনে গুণ গতি দাতা নাহি আন।
এক চিত্ত মনে কৰা হৰি পদ ধ্যান ॥
হৰি ভক্তি বিনে আয়ু যায় আলে জালে।
উপায় নাপায়া কেতিক্ষণে ধৰে কালে ॥

কলিকালে অল্প আয়ু পাই সব নৰ।
ছকুড়ি শতেক ষষ্ঠি পঞ্চাশ বৎসৰ ॥
আত পৰে কলিত অধিক আয়ু নাই।
পাতকৰ বলে সে ইহাৰো ক্ষয় যাই ॥

এহি ছয় ভাগ আয়ু কলিকালে দেখা ।
টুটি চাৰি মানে মনে ধৈৰ্য্য ধৰি দেখাঁ ॥
যেতিক্ষণে মাতৃ গৰ্ভে শৰীৰক ধৰে ।
আয়ু টুটন্তে সে যায় মনত নধৰে ॥

এহি মতে আয়ু যায় সমস্ত লোকৰ ।
শৰীৰ বাঢ়ন্তে যায় হৰিষ সবাৰ ॥
মায়ৰ গৰ্ভত যেতিক্ষণে লয়ে ঠাই ।
সেহি ক্ষণ হন্তে আয়ু টুটন্তে সে যাই ॥

দিন পক্ষ মাস ভেদ যাবে গণি চাৱে ।
দশ মাস দশ দিন গৰ্ভৰ বজাৱে ॥
দিনে দিনে কায় বাঢ়ে দুৰ্ঘোৰ সংসাৰ ।
এহি মতে আছা জানা মৰণৰ ডৰ ॥

এড়ি আন বৃথা কথা হুয়া শুদ্ধ মতি ।
সততে চিন্তিয়ো আত্মা কৃষ্ণৰ ভকতি ॥
নমো নাৰায়ণ তযু চৰণ যুগল ।
ইবাৰ আমাৰ জন্ম নকৰা বিফল ॥

নাজানো তোমাৰ স্তুতি মই মূঢ় মতি ।
নকৰা বঞ্চিত প্ৰভু ইবাৰ সম্প্ৰতি ।
দুঃখৰ কৰুণানিধি কৃপাৰ সাগৰ ।
মই দুঃখিতক দয়া কৰা দামোদৰ ॥

যেন মতে তৰো ইতো দুৰ্ঘোৰ সংসাৰ ।
পুনঃ যেন জন্ম মৃত্যু নাহিকে আমাৰ ॥
এহি মানে কৃপা কৰা প্ৰভু দেৱ হৰি ।
নমো নমো কৃপা তযু চৰণত ধৰি ॥

শ্ৰীধৰ কন্দলী কহে কৃষ্ণৰ বিজয় ।
আক এক মনে যিতো শুনয় নিশ্চয় ॥
কৃষ্ণৰ বিজয় ইতো শুনা ৰঙ্গ মনে ।
ৰাম কৃষ্ণ বুলি চলা বৈকুণ্ঠ ভুবনে ॥

---

# ভাগৱত-মিশ্ৰ।



## সাত্বত তন্ত্ৰ

জয়তি জয়তি কৃষ্ণ ভকত বান্ধৱ।
পতিত পাৱন দীন দয়ালু মাধৱ॥
জয়তি শঙ্কৰ ভকতৰ প্ৰিয়কৰ।
জয়তি নাৰদ প্ৰিয় ভক্ত গোবিন্দৰ॥

গুৰুৰ চৰণ মনে কৰি নমস্কাৰ।
সাত্বত তন্ত্ৰৰ পদ কৰিবো প্ৰচাৰ॥
কৃতাঞ্জলি বোলো শুনা সমাজিক লোক।
মন্দ মতি দেখি নিন্দা নকৰিবা মোক॥

যেন লোহা ভ্ৰমে চুম্বকৰ সমীপত।
মোৰো চিত্তে কৃষ্ণে প্ৰবৰ্ত্তাইলা সেহিমত
মনৰ কামনা মোৰ জানা সমুদায়।
সৎসঙ্গত কৃষ্ণ যশে ৰসে মজো যাই॥

যিতো কৃষ্ণ সৃষ্টি স্থিতি প্ৰলয় কালত।
বহুবিধ ৰূপ প্ৰকাশন্ত ভালমত॥
হেনয় পৰমানন্দ মুৰতি মাধৱ।
শৰণ পশিলো হৰি কৰিয়ো বান্ধৱ॥

মহেশ্বৰ নাৰদৰ অদ্ভুদ সম্বাদ॥
আদৰে শুনিয়ো পাপ কৰিয়ো উচ্ছাদ॥
আছন্ত শঙ্কৰ বসি কৈলাশ শিখৰে।
জগতৰ কল্যাণ কৰিয়া নিৰন্তৰে॥

দিনেক নাৰদ ঋষি আতি ৰঙ্গ মনে।
বিনয়ে পুচিলা শুনি আছা সৰ্ব্বজনে॥
নাৰদ বদতি দেৱ প্ৰভু মহেশ্বৰ।
শুনিবাক ইচ্ছা মোৰ কথা গোবিন্দৰ॥

যি কাৰণে কৃষ্ণে যিবা স্বৰূপ ধৰন্ত।
যি কালত জাত হোন্ত প্ৰভু ভগৱন্ত॥
যিমতে কৰন্ত লীলা বান্ধৱ মুৰাৰি।
কহিয়োক তাক পুচো প্ৰভু ত্ৰিপুৰাৰি॥

অবতাৰ নিত যিবা বিৰাণ্ট শৰীৰ।
প্ৰথমে কহিয়ো তাক তুমি মহাধীৰ॥
শঙ্কৰ বদতি সাধু ভক্তুতে উত্তম।
যিহেতু পুচিলা কৃষ্ণ কথা মনোৰম॥

অৱতাৰ সকলৰ আৰো বিৰাণ্টৰ।
সহস্ৰ বৎসৰ কহি নাপাও তাৰ পাৰ॥
তথাপিতো তন্ত্ৰৰূপে সাৰক উদ্ধাৰি।
কহিবো যিমতে মোত কহিচন্ত হৰি॥

জয় নমো গোপৰূপী কৃষ্ণক সাক্ষাৎ।
কহিবো পৰমানন্দ ভক্তি বাঢ়ে যাত॥
প্ৰথমে কৰোহো স্থষ্টি লীলা নিৰূপণ।
আছিল পৰ্ব্বত এক সত্য নিৰঞ্জন॥

সিবেলা প্ৰপঞ্চ বিনে মায়া যে অসন্ত।
স্থিতি ৰূপে ৰহি দুই প্ৰকাৰ ভৈলন্ত॥
চৈতন্য স্বৰূপ এক পুৰুষ বোলন্ত।
জড় ৰূপে অপৰক প্ৰকৃতি বোলন্ত॥

ব্ৰহ্ম হেন বুলি যাক জানৈ জ্ঞানি গণে।
ভগৱন্ত বুলি যাক ভজৈ ভক্ত জনে॥
সেহি বেলা ভৈল কাল কৰ্ম্মজে স্বভাৱ।
সবাৰো পৃথক কহো লক্ষণ প্ৰভাৱ॥

পুৰুষ বুলিয়া যাক ইন্দ্ৰৰ সাক্ষাত।
ভান শক্তি গুণ সাম্য প্ৰকৃতি প্ৰখ্যাত॥
গুণ ক্ষোভকাৰি কাল লীলা মাধৱৰ।
ধৰ্ম্মতন্ত্ৰাদিৰ হেতু জানা সমস্তৰ॥

সকলৰ পৰিণাম যাত হন্তে হয়।
সূক্ষ্মৰূপ তাহাক স্বভাৱ বুলি কয়॥
কাল কৰ্ম্ম স্বভাৱত পুৰুষ ৰহিয়া।
প্ৰকৃতিক ক্ষোভ তেবে কৰিলা চাহিয়া॥

তেবে জ্ঞান কৃষ্ণ ৰূপ মহতত ভৈল।
তেন্তে তিনি বিধ অহঙ্কাৰ স্ৰজি বৈল॥
সাত্বিক অহঙ্কাৰ হন্তে দেৱ ভৈল জাত।
ৰাজসত দুইবিধ ইন্দ্ৰই প্ৰখ্যাত॥

ত্বক চক্ষু মনোমুখ আবৰ ৰসনা।
বুদ্ধি সমে এহি জ্ঞানেন্দ্ৰিয় বিতোপনা॥
বাক্য পাণি পাৱ আৰো উপস্থ চৰণ।
এহি কৰ্ম্মেন্দ্ৰিয় আৰো শুনা মাত্ৰাগণ॥

প্ৰথমে তামস হন্তে শব্দ মাত্ৰা ভৈল।
তাত হন্তে আকাশ ব্যাপক হুয়া বৈল॥
আকাশত পৰশ পৰ্শত বায়ু জাত।
বায়ু হন্তে ৰূপ তাতো তেজৰ প্ৰখ্যাত॥

ৰূপ হন্তে ৰস তাত হন্তে জল নাস।
জল হন্তে গন্ধ তাত ভূমি অন্ন পাস॥
ইসব শকতি সবে পৰত অৰ্ণ্নয়।
ভূমিতে সবাৰে গুণ দেখা মহাশয়॥

মহত আদিত্য গণ যতেক আছয়।
পুৰুষৰ কাৰ্য্য অবতাৰ জানা হয়॥
পুৰুষ ইচ্ছায়ে মিলি সবে তত্য গণে।
অঙ্গে বিৰাণ্টক যত্ন কৰয় যতনে॥

ভিতৰে পঞ্চাশ কোটি বিস্তাৰ হৱয়।
দশ গুণাধিক সাতে আবৰি আছয় ॥
ইহাকে বুলিয়া জানা গৃহ পুৰুষৰ।
অচেতনে জলে আছে সহস্ৰ বৎসৰ ॥

যেবে নাৰায়ণ ৰূপে পুৰুষ পশিলা।
চেতন লভিয়া তেবে বিৰাট বসিলা ॥
অভিমানী জীব তাৰ বৈৰাগ্য হোৱয়।
তান অন্তৰ্য্যামী নাৰায়ণ নিৰাময় ॥

সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ।
যাৰ অংশে ৰজো গুণে ব্ৰহ্মা উতপন্ন ॥
শত গুণে বিষ্ণু ভৈল থাপি জগতক।
তমো গুণে ৰুদ্ৰ ৰূপে ভৈল সংহাৰক ॥

ছয়া শক্তি সুক্ষ্ম এহি গুণ অৱতাৰ।
অংশঅৱতাৰ আবে কহো আসন্বাৰ ॥
ব্ৰহ্মা অঙ্গে মৰিচি অঙ্গিৰা অত্ৰি ক্ৰতু।
দক্ষ ভৃগু কৰ্দ্দমাদি সবে সৃষ্টি হেতু ॥

আসন্বাৰ পুত্ৰ পৌত্ৰ যতেক হোৱয়।
মাধৱৰ তেজে যুক্ত জানিবা নিশ্চয় ॥
বিষ্ণু অঙ্গে ধৰ্ম্ম যজ্ঞ চতুৰ্দ্দশ মনু।
মনু সূত্ৰ দেবগণ সবে বিষ্ণু তনু ॥

ৰুদ্ৰ অংশে তমো গুণে ৰুদ্ৰগণ জাত।
সংহৰক সৰ্প আদি আনো অসংখ্যাত ॥
সঙ্খেপে কহিলোঁ গুণময় অৱতাৰ।
লীলা অৱতাৰ আবে কৰিবো বিস্তাৰ ॥

যিতো পৰমাত্মা কৃষ্ণ পুৰুষ সংজ্ঞায়।
জগত পালিত ভৈলা নমো তান পায় ॥
নাৰদত কহিলন্ত দয়ালু শঙ্কৰে।
প্ৰথম পটল সাঙ্গ সাত্বত তন্ত্ৰেৰে ॥

শঙ্কৰ বদতি শুনা নাৰদ প্ৰস্তুত।
হয় গ্ৰীব ৰূপ হৰি ধৰিলা অদ্ভুত॥
মাৰি দুই দৈত্য মধুকৈটভ দুৰ্ব্বাৰ।
আপোনাৰ কীৰ্ত্তি বেদ কৰিলা উদ্ধাৰ॥

সনকাদি চাৰি ৰূপ ধৰি নাৰায়ণ।
লোকক নিবৃত্তিপৰ কৰিতে শোভন॥
শুদ্ধ চিত্ত সমস্তত কহি মহাযোগ।
আপুনিয়ো আচৰিলা ত্যজি সবে ভোগ॥

দেৱত নাৰদ তনু হুয়া ভগৱন্ত।
অতি শুদ্ধ পঞ্চৰাত্ৰ যোগ কহিলন্ত॥
যিতো মোক্ষ ধৰ্ম্ম তেন্তে কৃষ্ণে কহিচন্ত।
তাক পুনঃ বিশেষ সিস্থ্যত কহিলন্ত॥

ব্ৰহ্মাৰ বচন পালিবাক নাৰায়ণে।
বৰাহ স্বৰূপে ভূমি আনা ৰঙ্গ মনে॥
সেহিবেলা আদি দৈত্য হিৰণ্যাক্ষ নাম।
দশনে চিৰিয়া সাধিলন্ত দেৱকাম॥

ভূমিৰ তলত আছা অনন্ত সাম্প্ৰত।
নাগগণে মুনিগণে সেবৈ চৰণত॥
যাৰ এক ফলাত সমস্তে ভূমি খান।
শ্বেতসৰিষপ যেন প্ৰকাশে শোভন॥

তাহান তলত আছা কূৰ্ম্ম ৰূপ হৰি।
বহল পিঠিত আছা ব্ৰহ্মাণ্ডক ধৰি॥
পিতৃ পতি অৰ্য্যমাদি যাক উপাসন্ত।
পদ্মতন্ত্ৰ সমজাত অনন্ত শোভন্ত॥

কৃপাময় অবতাৰ শুনা মুনিবৰ।
পাঞ্চ বৰিষতে ধ্ৰুবে ত্যজি নিজ ঘৰ॥
তযু উপদেশে বধুবনে আৰাধিতে।
সাক্ষাতে কৃপায়ে দেখা দিলা ভগৱন্তে॥

আপোনাৰ নিজলোক দিলা ৰঙ্গমনে।
প্ৰদক্ষিণে স্তুতি যাক কৰে মুনিগণে॥
কৰ্দ্দমৰ তপস্যাত শুক্ল ৰূপ ধৰি।
তাঙ্ক বৰ দিলা কন্যা মনুৰ কুমাৰী॥

আনন্দ লোতকে এক তীৰ্থ বিৰচিলা।
যজ্ঞ অবতাৰ কহো শুনা তান লীলা॥
ৰুচিৰ সন্তান আকুতিত উপজিলা।
দৈত্য অৰণ্যক যেন মতে নিড়লিলা॥

ত্ৰৈলোক্যক পালি ইন্দ্ৰ আপুনি ভৈলন্ত।
সুযজ্ঞ নামক ধৰি কীৰ্ত্তি থাপিলন্ত॥
কপিল স্বৰূপে দেবহূতিত জন্মিলা।
নিজ ভক্তি যোগ দেবহূতিত কহিলা।

সাঙ্খ্য যোগ কহিলন্ত দেব আসুৰিত।
চিত্ত বুদ্ধি জড় জাত হোৱে শুদ্ধচিত্ত॥
দত্তাত্ৰেয় অবতাৰে অত্ৰিৰ তনয়।
যোগেশ্বৰ ঈশ্বৰ পৰম কৃপাময়॥

চবিশ গুৰুত যত শিখিলন্ত অৰ্থ।
যদু প্ৰহ্লাদত সবে কৈলা পৰমাৰ্থ॥
ধৰ্ম্মৰ ঘৰিণী মূৰ্ত্তি মহা ভাগ্যৱতী।
তাসন্ত দুই ৰূপে জন্মিলন্ত লক্ষ্মীপতি॥

নৰ নাৰায়ণ ৰূপে ঋষিতে প্ৰধান।
লোক উপকাৰে তপ কৰা অবিশ্ৰাম।
ক্ৰোধক জিনিলা যিতো কাম কোন হয়।
যাৰ কৰ্ম্ম শুনি ইন্দ্ৰ ভৈলন্ত বিস্ময়॥

নাভিৰ তনয় ভৈলা ঋষভ নামত।
পুত্ৰগণ সমে ধৰ্ম্ম কহিলা প্ৰজ্ঞাত॥
মহাযোগী সকলৰ যতেক আচাৰ।
আপুনিয়ো আচৰিলা নিষ্ঠা দেখাই তাৰ॥

যিবেলা ব্ৰহ্মাত পুছিলন্ত পুত্ৰগণে।
বিস্ময়ৰ চিত্ত এড়াএৰি হৈব কেনে॥
ব্ৰহ্মাৰ আগত হংস ৰূপে অৱতাৰ।
কটাক্ষতে ছেদি নাস হুয় তাসম্বাৰ॥

মৃতক বেনৰ বাহু মথি দ্বিজগণ।
পৃথু অৰ্চ্চি জপ ভৈল লক্ষ্মী নাৰায়ণ॥
লোক ক্ষুধাৰ্ত্তিতক দুহিলা বসুন্ধৰি।
ভাৰ্য্যা সমে গৈল বৈকুণ্ঠ নগৰী॥

দক্ষৰ যজ্ঞত ভৃগু আদি মুনিগণে।
আৰাধন্তে অৱতাৰ ভৈলা নাৰায়ণে॥
আঠ বাহু দেখি স্তুতি কৰিলেক গণে।
যজ্ঞ প্ৰৱৰ্ত্তাই চলি গৈলা ৰঙ্গ মনে॥

প্ৰিয়ব্ৰত বংশে জাত গয় অবতাৰ।
ৰাহু প্ৰতিপালি ধৰ্ম্ম কৰিলা বিস্তাৰ॥
তাহান যজ্ঞক ইন্দ্ৰে অসুয়া কৰিল।
সামান্য ইন্দ্ৰৰ স্পৰ্দ্ধা মদক দেখাইল॥

কামদেৱ অৱতাৰে লক্ষ্মী সমে হৰি।
কেতুমাল্য বৰিষে আচন্ত মূৰ্ত্তিধৰি॥
সম্বস্থৰ পুত্ৰ দিনে ৰাত্ৰি কৰে সেৱ।
লক্ষ্মীক ৰসিয়া তৈতে আচা কামদেৱ॥

প্ৰাচীন্ন বৰ্হিৰ পুত্ৰ দশ প্ৰচেতাৰ।
তপস্যাত ব্যক্ত ভৈলা সাগু অৱতাৰ॥
নিজ পদসেৱা তাসম্বাক গৃহে দিলা।
ঋষিকন্যা মানি দিয়া অন্তৰ্দ্ধান ভৈলা॥

ভুষিতাৰ গৰ্ভে বেদ শীৰা ব্ৰাহ্মণত।
বিধু অৱতাৰ স্বাৰোস্মিসৰ কালত॥
যাৰ ব্ৰহ্মচৰ্য্য গুণ শিখি মুনি গুণে।
আনকো শিখাইলা তাৰা আতি ৰঙ্গ মনে॥

তৃতীয় মনুৰ কালে ধৰ্ম্মৰ ভাৰ্য্যাত।
সুনৃতাৰ গৰ্ভে সত্যসেন ভৈলা জাত ॥
দুষ্ট জক্ষ ৰাক্ষসক বধিয়া ৰণত।
ইন্দ্ৰৰ সহায় হুয়া পালিলা জগত ॥

চতুৰ্থ মনুত হৰি অৱতাৰ হুয়া।
গজেন্দ্ৰৰ স্তুতি শুনি সৰোবৰ গৈয়া ॥
গ্ৰাহৰ মুখৰ পৰা তাঙ্ক উদ্ধাৰিলা।
সংহাৰ জলৰ তাৰি বৈকুণ্ঠক নিলা ॥

পঞ্চম মনুৰ কালে বৈকুণ্ঠ সাক্ষাত।
শূদ্ৰৰ ভাৰ্য্যাত লক্ষ্মী সমে ভৈলা জাত ॥
লক্ষ্মী প্ৰাৰ্থিবাৰ অৰ্থে বৈকুণ্ঠ দেখাইলা
কীৰ্ত্তি প্ৰকাশিলা সৰ্ব্ব জগত পালিলা ॥

---

নাৰদ বদতি প্ৰভু দয়ালু শঙ্কৰ।
নাহিকে তৃপিতি শুনি কথা গোবিন্দৰ ॥
তথাপি সম্প্ৰতি মোৰ মিলিছে কৌতুক।
কেনমতে ভক্তি ভেদ কহিয়ো প্ৰস্তুক ॥

যাক জানি লোকে অনায়াসে সাধে গতি।
কহিয়োক সেহি ভক্তি যোগক সম্প্ৰতি ॥
শিৱ নিগদতি সাধু শুনিয়ো উত্তম।
পুচিলাহা ইটো কথা মহা গুহ্যতম ॥

একান্ত ভক্তত বিনে নকহো আনত।
ইহাৰ কাৰণ কহো শুনিয়ো সাম্প্ৰত ॥
যি কালত মোৰ ধ্যানে কৃষ্ণ তুষ্ট ভৈলা।
অভক্তত ভক্তি কহিবাক নিষেধিলা ॥

হেন শুনি ময়ো তান চৰণত ধৰি।
পুচিলো কাহাক কয়ো ভক্ত বুলি হৰি॥
শুনি প্ৰীত হুয়া মোক বুলিলা বচন।
শুনিয়োক স্থিৰ কহো ভক্তৰ লক্ষণ॥

মোৰ ধ্যান নিষ্ঠা মোতে মাত্ৰ প্ৰাণ যাৰ।
মোৰ যশ শ্ৰৱণে উৎসুক তাসম্বাৰ॥
এহি সব ভক্তি জগতকে শুদ্ধ কৰে।
তাসম্বাত ভক্তি ভেদ কৈবা নিৰন্তৰে॥

তোমাৰো বাঢ়িবে ভক্তি কহিলে লোকত।
আৰো এক বাক্য বোলো শুনিয়ো সাম্প্ৰত॥
যদি সাধাৰণো তযু বক্যে নিষ্ঠা হয়।
সসাধনে ভক্তি তাতো কৈবা মহাশয়॥

এহি বুলি গৈলা প্ৰভু ভকত বৎসল।
কহিবো তোমাত ভক্তি যোগক সকল॥
একে মাত্ৰ বিষ্ণু ভক্তি মহা সুমঙ্গল।
প্ৰাতি বুলি কহে যাক ভকত সকল॥

নিৰ্গুণ অনন্ত যিতো আনন্দ উত্তম।
অতি সুখ ৰূপ যাৰ নাহিকে উপম।
কিন্তু জ্ঞান কৰ্ম্ম লীলা ভেদ তিনি হয়।
নামত নিৰ্গুণ ভাগৱতী প্ৰেমময়॥

তিনিয়ো গুণক শুনা সাধনে যুগুত।
জ্ঞানময় নিৰ্গুণাকে শুনিয়ো প্ৰস্তুত॥
সৰ্ব্ব অন্তৰ্য্যামীতে অখণ্ড মনোগতি।
মোক্ষতো অধিক এহি নিৰ্গুণা ভকতি॥

সকল ইন্দ্ৰিয়চয় জ্ঞান কৰ্ম্মময়।
স্বাভাবিক ৰূপে যদি বিষ্ণুতে ৰময়॥
ভাগৱতী ভক্তি আকে বুলি কৰ্ম্মময়।
পৰম পবিত্ৰ মুক্তি সুখক লভয়॥

সৎসঙ্গত হৰি লীলা শ্ৰৱণ কীৰ্ত্তনে ।
উপজয় যাত মহা প্ৰেম অনুক্ষণে ॥
প্ৰেমময় ভক্তি ইতো সাধুৰ সঙ্গত ।
সৰ্ব্বদা উত্তম আৰ কি কৈবো মহত ॥

ইসব ভক্তিৰ শুনা সাধন সম্প্ৰতি ।
যাৰ আশ্ৰয়ত হোৱে কৃষ্ণত ভকতি ॥
অনুৰূপে স্বধৰ্ম্ম অৰ্পিব ঈশ্বৰত ।
হিংসা শূন্য পূজা কৰিবেক প্ৰতিমাত ॥

শ্ৰৱণ দৰ্শন স্পৰ্শ স্তুতি নমস্কাৰ ।
বিষয়ত বিৰকতি গুৰুসেৱা সাৰ ॥
নিবৃত্তি শাস্ত্ৰত শ্ৰদ্ধা প্ৰীতি উত্তমত ।
সমানত মিত্ৰভাব দয়া দুঃখিতত ॥

হৰিৰ মূৰ্ত্তিৰ ধ্যান শ্ৰৱণ কীৰ্ত্তন ।
সমস্তে ভূততে হৰি দৃষ্টি অনুক্ষণ ॥
নিৰ্গুণা ভকতি হোৱে এহি সে সাধনে ।
যাক পায়া মোক্ষ কোন মানে ভক্ত জনে ।

শুনা আৱে ভাগবতী ভক্তিৰ সাধন ।
যাক জন কৰিবাক লাগে অনুক্ষণ ॥
গুৰু উপদেশ লৈয়া ভকতে সহিতে ।
সৰ্ব্বেন্দ্ৰিয় হৰিপদ সেবিবে সততে ॥

বচনে লৈবেক নাম কৰ্ণৰ শ্ৰৱণ ।
হস্তে গোবিন্দৰ গৃহ প্ৰতিমা সেৱন ॥
জিহ্বায়ে লৈবেক হৰি নৈবেদ্য দ্ৰব্যাক ।
নাসায়ে লৈবেক হৰি নিৰ্ম্মাল্য গন্ধক ॥

হৰিৰ নিৰ্ম্মাল্যচয় শিৰে ধৰিবেক ।
সাদৰে চক্ষুৰে ভকতক চাহিবেক ॥
মনে ৰূপ চিন্তিব অষ্টাঙ্গে নমস্কাৰ ।
ঈশ্বৰৰ অৰ্থে ধন আনিব সম্ভাৰ ॥

এতেকে সাধনে যেবে সবে ইন্দ্ৰিয়ৰ।
স্বাভাৱিক ৰতি যেবে ভৈল গোবিন্দৰ॥
আকে বুলি ভাগৱতী ভক্তি সুশোভন।
যাক পায়া ভক্তে মুকুতিতো নেদে মন॥

এবে প্ৰেম ভকতিৰ শুনিয়ো কাৰণ।
বিশ্বাস কৰিয়া স্থিৰ কৰি বুদ্ধি মন॥
একান্ত ভক্তকে গুৰু মানিবে প্ৰথমে।
তান উপদেশে লৈব সৎসঙ্গ যতনে॥

গোবিন্দৰ চাৰিবিধ লীলা শুনিবেক।
কীৰ্ত্তনো কৰিবে তাক তাকে স্মৰিবেক॥
শ্ৰৱণ কীৰ্ত্তন পৰ যিসব হোৱয়।
তাসম্বাক প্ৰশংসা কৰিব সততয়॥

শ্ৰৱণ কীৰ্ত্তন প্ৰশংসাক স্মৰণক।
যদি কোনো জনে নপাৰয় কৰিবাক॥
নাম আবৃত্তিত সৰ্ব্বদায় প্ৰৱৰ্ত্তিব।
নামৰ প্ৰসাদে সবে আপুনি সিজিব॥

সৰ্ব্বদায়ে মহন্তত কৰিবেক প্ৰীতি।
তেবেসে হৈবেক কৃষ্ণ দেৱত ভকতি॥
এহি প্ৰেমময় ভক্তি ভকতে লভিয়া।
সংসাৰতে জীয়া থাকে আনন্দে মজিয়া॥

পায়ে ভক্তে কৃষ্ণৰূপ শীল গুণ ক্ৰীয়া।
ভক্তি সুখ বিনে ভক্তে তাতো নেদে হিয়া॥
যদি কৰে আন সিতো ভক্তিৰ সাধন।
নাহি তাত দোষ যাত হৰিৰ সেবন॥

কিন্তু যি ভক্তিত নিষ্ঠা তাকে সে পাৱয়।
ফলভেদে ভেদ সাধনত ভেদ নয়॥
পৃথকে কহিলো ভক্তি যোগ সসাধন।
নিষ্কাম যে ফলৰূপ দুয়ো সুশোভন॥

সকাম সগুণ ভক্তি হোৱয় বিস্তৰ।
আউৰ কিবা কহিবো পুচিয়ো মুনিবৰ ॥
নাৰদ বদতি দেৱ দেৱ মহেশ্বৰ।
ভক্তিৰ যতেক বিধি কৈবা নিৰন্তৰ ॥

কিমত নিষেধ কৈয়ো কিমত তম্ভন।
হানিৰ কাৰণ কৈয়ো বৃদ্ধিৰ কাৰণ ॥
সর্ব্ব সাধনতে মোক্ষ কোন বা সাধন।
শুনিবাক শ্রদ্ধা মোৰ কৰিয়ো বর্ণন ॥

পশুপতি বদতি শুনিয়ো মুনিবৰ।
সকল প্রশ্নৰ মই দিবোহো উত্তৰ ॥
কহিছো যতেক সবে ভক্তিৰ সাধনে।
তাত বিনে সমস্তে নিষেধ জানা মনে ॥

দেহ নির্ব্বাহক বিনে অধিক বিষয়।
কৰিলে ভক্তিক স্তম্ভ কৰায়ে নিশ্চয় ॥
সঙ্ক্ষেপে কহিলো মই নিষেধ তোমাত।
ভক্তি বিনাশক দোষ শুনিয়ো সাম্প্রত।

নিগু´ণা ভক্তিৰ দোষ প্রাণী হিংসা হৈলে
ভাগৱতী নাশ হোৱে অহঙ্কাৰ কৈলে ॥
প্রেমময় নাশ হোৱে সন্তৰ দ্বেষত।
নিজ গুৰু অনাদৰে সবে ভক্তি হত ॥

আৰো যেবা দ্বেষ কৰে আপোন গুৰুক।
ভক্তি কৰন্তেয়ে সিতো যাইবে নৰকক ॥
দোষ দৃষ্টি কৰিলে আপুনি দোষী হয়।
সেহি সেহি দোষৰ যে ফলক পাৱয় ॥

মনুষ্য বুদ্ধিক যিতো গুৰুত কৰয়।
কুঞ্জৰ স্নানৰ মতে সবে ব্যর্থ হয় ॥
সর্ব্বসাধনতে মুখ্য গুৰুসেৱা জানা।
তেবে মাধৱত ভক্তি হুইবে মনে মানা ॥

যিতো মহাজনে গুৰু বাক্যক কৰয়।
ইহাকে সে গুৰু সেৱা বুলিয়ো নিশ্চয়॥
নিৰ্গুণা ভকতে কৰিবেক ভূত দয়া।
ভাগৱতী ভকতৰ নিষ্ঠা মন কায়া॥

প্রেমময়ী ভকতৰ প্রীতি বৈষ্ণৱত।
হৰিৰ যশস্যা শুনিবেক অবিৰত॥
তিনি বিধ মোক্ষ এহি সাধন ভক্তিৰ।
আৰো মুখ্য অৰ্থ কহো শুনা মহাবীৰ॥

সৰ্ব্বমূল কৃষ্ণ পাদ পদ্মত শৰণ।
যাত মহা ভকতি শ্রৱয় সৰ্ব্বক্ষণ॥
যেন আৱঁা ঘটৰ যে বহি যাই জল।
শৰণ বিনাই ভক্তি তেহ্নয় বিফল॥

নাৰদ বদতি প্রভু শুনা গদাধৰ।
কৃষ্ণপাদ শৰণক কহিয়ো সম্ভৰ॥
যাত বিনে ভকতি কৰিয়ো পাৱে শ্রম।
কিমত শৰণ তাক কৰা নিৰূপণ॥

শুনিয়োক সৰ্ব্বজনে কৰি এক মন।
লভি আছা নৰতনু অতি অঘটন॥
মহাপুৰুষাৰ্থ ইতো সাধে নৰকায়।
কিন্তু ক্ষণ ভঙ্গ ইতো নৰহে সদায়॥

হেন সময়ত আত্মকাৰ্য্য সাধিয়োক।
সন্তত বিশ্বাসে কৃষ্ণ কথা শুনিয়োক॥
মোৰ বাক্য বুলি উপহাস নকৰিকা।
শাস্ত্ৰত আছয় জানি কথাক মানিবা॥

মনে অবগাহি আকে কৰি আছো সাৰ।
শ্রৱণ কীৰ্ত্তন বিনে নেদেখো নিস্তাৰ॥
মোহৰ ভৰসা এহি মানে সে জনিবা।
কৃপাময় কৃষ্ণে জানি আকে মোক দিবা॥

মই মহা বিষয়ী ভক্তিৰ নহো পাত্র।
কেবলে জানিবা নাম কৰি আছো মাত্র।
মোৰ মুখে নচাৰোক ৰাম কৃষ্ণ নাম।
ভাগৱত মিশ্রে কহে বোলা ৰাম ৰাম॥

---

নাৰদ বদতি প্রভু শুনা মৃত্যুঞ্জয়।
কৰিলো তোমাৰ মুখে সকলো নির্ণয়॥
সাত্বত তন্ত্রত মোক কহিলা উত্তম।
এক খানি সংশয় মিলিছে মনোৰম॥

বেদৰ বিহিত হিংসা যজ্ঞত কৰিলে।
কিচো বধ নাহি হেন বেদবাদী বোলে॥
হিংসাক নিষেধ তুমি কৰিলা ইহাত।
শ্রুতি স্মৃতি কেনে ৰহে কহিয়ো আমাত।

শিৱ নিগদতি মুনি! শুনিয়ো নিশ্চয়।
প্রবৃত্তি নৃবৃত্তি কর্ম্ম দুই বিধ হয়॥
প্রবৃত্তি কর্ম্মত স্বর্গলোক চলি যায়।
পুণ্য শেষে পৃথিবীত উপজে দুনাই॥

প্রবৃত্তি নিষ্ঠক চয় প্রকাৰ নিয়মে।
অনুজ্ঞাসে মাত্র বেদে দিয়াছে সংযমে॥
হিংসা পুনো কদাপি বেদৰ মত নুই।
যদি শুনা ৰাগান্ধক অনুজ্ঞাসে হুই॥

অহিংসা পৰম ধর্ম্ম বেদৰ বচন।
বেদৰ নিবৃত্তি অর্থ জানিবা শোভন॥
শুনা সভাসদ! কৃষ্ণ কথা মনোহৰ।
পৰম সর্ব্বস্ব ইতো ভকত জনৰ॥

তন্ত্র বুলি আক নকৰিবা অৱহেলা।
ভকতি সুখৰ জানা আছে আত মেলা॥
কৃপায়ে কহিলা যাক দয়ালু শঙ্কৰ।
শুনিলন্ত সাদৰে নাৰদ মুনিবৰ॥

ইহাক শুনিলে হুইবে অৱশ্যে কুশল।
হেন জানি শুনিয়োক ত্যজিয়া বিকল॥
কৃষ্ণৰে সে কথায়ে চিত্তক কৰে শান্ত।
এতেকে কথাত কৰা চিত্তক একান্ত॥

কৃষ্ণৰ কিঙ্কৰে কহে ভাগৱত মিশ্র।
ৰাম ৰাম বুলি তৰা সংসাৰ তমিশ্র॥

---

চবি।

শঙ্কৰ বদতি মুনি হিংসাৰ কহিলো কথা
বেদৰ যে মুহি অভিপ্রায়।
বিশেষত ভকতৰ হিংসা কৰ্ম্ম ত্যাগ হয়
যাতো হৰি সদাতো আছয়॥
ময়ো আগমত যিবা হিংসাক বিহিয়া আছো
কামুকৰ ফলৰ কাৰণে।
মোৰ অভিপ্রায় মুহি জানিবাহা সাৰে সাৰ
যাতো আজ্ঞা দিলা নাৰায়ণে॥
এতেকে তুমিও মুনি কাম্যকৰ্ম্ম পৰিহৰি
কৃষ্ণ কথা শুনা ৰাত্তি দিন॥
প্রবৃত্তি শাস্ত্রক তুমি কদাচিতো নাচৰিবা
শুনিলে মলীন হৈবে মন॥
পৰমাৰ্থ পৰ যিতো নজানিয়া মূঢ় জনে
পশু মাৰি দেৱক যজয়।
কাম ভোগ অবসানে আনন্তে পথত তাক
পশুসবে বাতত কাটয়॥
নিবৃত্তি শাস্ত্রৰ মাঝে হৰি ভকতি সে মুখ্য,
বিশেষত কৃষ্ণ লীলা কথা।
জগতৰ সুমঙ্গল ইহাক কীৰ্ত্তন কৰা,
কৰ্ণে আক শুনিয়ো সৰ্ব্বথা॥

যাৰা অন্য দেৱতাৰ শৰণ ভজন ছাৰি,
কৃষ্ণতে সে শৰণ পশয়।
ইহ পৰলোকে তাৰা কৃতাৰ্থ হৰিবো প্ৰিয়,
আনন্দতে বৈকুণ্ঠ চলয়॥
কহিলো তোমাত এহি উত্তম সাত্বত তন্ত্ৰ,
ইসে বিষ্ণু ভক্তৰ জীৱন।
সৰ্ব্বসিদ্ধি প্ৰদায়ক শ্ৰৱণ কীৰ্ত্তন আতি,
কৃষ্ণ ভক্তি উপজে শোভন॥
ভক্তিক লভিলে যদি আৰ কিবা পাৱে ফল,
যাতো হৰি হোন্ত তাত বশ্য।
ভক্তি সি সুগম পথ পূৰে সবে মনোৰথ,
জ্ঞান ভক্তি পৰম ৰহস্য॥
সাত্বত তন্ত্ৰৰ সাৰ সংগ্ৰহ শুনিয়ো মুনি,
বিৰাটৰ জন্ম কৈলো যাত।
শ্ৰীবিষ্ণুৰ অৱতাৰ পূৰ্ণ অঙ্গ কলা ভেদ,
ভক্তি যোগ কহিলো তোমাত॥
ভক্তিৰ লক্ষণ মই পৃথকে পৃথকে কৈলো,
যুগ ধৰ্ম্ম মোহৰ সাধন।
বিষ্ণু নাম সহস্ৰেক নামৰ মহিমা মই,
তোমাত কৰিলো নিৰূপণ॥
বিষ্ণু নাম বৈষ্ণৱৰ অপৰাধ নিৰোপিলো,
তাৰো কহিলোহো প্ৰায়শ্চিত্ত।
সৰ্ব্বসাৰ ৰহস্যক নিৰূপণ কৰিলোহো,
তন্ত্ৰৰ কাৰণ যথোচিত॥
হিংসা বিধি নিষেধক সকলে তোমাত কৈলো,
তোমাৰ প্ৰশ্নৰ অনুসাৰে।
কৃষ্ণৰ একান্ত ভক্তি তুমি মহাভাগৱত,
তাতেসে কহিলো বাৰে বাৰে॥

যাৰ নাম কীৰ্ত্তনত শ্ৰৱণত স্মৰণত,
পাপৰাশি সকলে দহয়।
শুদ্ধ সাস্ত দেহ হুয়া নিৰুপাধি সুখ পায়া,
আনন্দতে মজিয়া থাকয় ॥
হেনয় অনন্ত সান্ত জনাৰ্দ্দন লক্ষ্মীকান্ত,
বেদসবে যাৰ গুণ গায়।
নিৰঞ্জন সনাতন নিত্যানন্দ চিদানন্দ,
কোটি বাৰ নমো কৃষ্ণ পায় ॥
এহি বুলি গৌৰী নাথ নাৰদ মুনিক চায়া,
থাকিলন্ত মহাৰঙ্গ মনে।
সাত্বত তন্ত্ৰৰ জানা নৱম পটল এহি,
সমাপতি হৰিক স্মৰণে ॥
শুনিয়োক সভাসদ ইতো কৃষ্ণ কথা পদ,
হেলা নকৰিবা আক জানি।
আপোন সদয় গুণে হুয়া অতি তুষ্ট মন,
নেৰিবাহা ৰাম কৃষ্ণ বাণী ॥
মোৰ নধৰিবা দোষ নকৰিবা অসন্তোষ,
মই পুনু অতি অল্প জন।
হৃদয়ত থাকি কৃষ্ণে যিমতে দিলন্ত শিক্ষা,
তেনমতে কৈলো নিৰূপণ ॥
বঢ়া টুটা যত দোষ যিবা অৰ্থ নপাইলোহো,
তাক কৃষ্ণে ক্ষমা কৰন্তোক।
মই সে অনাথ তেহোঁ অনাথৰ নাথ প্ৰভু,
মোক কৃপা দৃষ্টি চাহান্তোক ॥

## দোলড়ী।

নমো নমো কৃষ্ণ ইষ্টদেৱ মোৰ,
পতিত পাবন হৰি।
দীন দয়াশীল ভকত বৎসল,
দুঃখিতৰ দুঃখ হাৰী ॥

মোৰ মনোৰথ পূৰিয়োক নাথ,
ৰাখিয়ো সাধু সঙ্গত।
কোটি শত বাৰ নমস্কাৰ কৰো,
তযু পদ কমলত॥
মোৰ ইতো মন পাপিষ্ঠ দুৰ্জ্জন,
নৰমে তযু কথাত।
আবে কি কৰিবো দিয়ো উপদেশ,
শৰণ লৈলো তোমাত॥
মই যেন মত জানা ভাল মত,
কিচোবো নভৈলো পাত্ৰ।
তোমাৰ চৰণে ভক্তি পাইলে সবে,
মইসে ৰহিলো মাত্ৰ॥
মই সম নাহি পাতকী পৰম,
তুমি সম পাপহাৰী।
যেহেন জুৱাই তেনয় কৰিয়ো,
শৰণ লৈলো মুৰাৰি॥
শুনা সৰ্ব্বলোক মোৰ নিজ গুৰু,
দামোদৰ কৃপাময়।
তাহান মহিমা কৈয়া নপাওঁ সীমা,
অনন্ত গুণ আলয়॥
আছিলন্ত এক দ্বিজ শুদ্ধ মতি,
তানে মুখ্য পাৰিষদ।
নমো ভগৱন্ত মহা গুণৱন্ত,
নাহি যাত লোভ মদ॥
ৰূপে মনোহৰ গৌৰ কলেবৰ,
সকলো লোক ৰঞ্জন।
ভক্তি প্ৰবৰ্ত্তায়া দীন দৰিদ্ৰক,
পালিলা যিতো সজ্জন॥

## বিষ্ণুপুৰাণ।

যমৰ নগৰ বহলে বিস্তৰ,
মানস সিতো পৰ্ব্বত।
পুৰ্ব্বৰ দিপক বেঢ়িয়া প্ৰকাশে,
কুণ্ডলকাৰে মধ্যত ॥
তাৰে উপৰত সঞ্জমণি নামে,
নগৰ আতি বিচিত্ৰ।
ঈশ্বৰে নিৰ্ম্মিত দেখি ভয় ভীত,
পৰম আতি পৱিত্ৰ ॥
চাৰি ভিতি দৃঢ় সুবৰ্ণৰ গঢ়,
উশৃত জোজন উচ্চ।
ইন্দ্ৰ নীল মণি দিল তাতে টানি,
সূৰ্য্যক কৰিয়া ওছ ॥
পদ্মৰাগ আনি দিল তাতে চানি,
মহা নীল ঝিকমিক।
সিতো নগৰিত আতি বিপৰীত,
নজানি দিল ৰাজ্যক ॥
অনেক পুতলা সাজি সাজি থৈলা,
পুৰুষৰ কতো বেশে।
খাণ্ডা বাৰু ধৰি যেন যুজ কৰে,
কতো ধৰি আছে ঠেস ॥
অনেক ৰমণী মুণ্ডত ওৰণি,
নাচিবাক যেন সাজে।
কতো নটে ভাতে কৰতাল ঠুকে,
নাচনীৰ যেন কাছে ॥
আসি সিলাকুটি বিচিত্ৰত কৰি,
কাটি সিংহ ব্যাঘ্ৰ হাতী।
বৰাহ বানৰ মহিষ বিস্তৰ,
আনি আছে যেন মাতি ॥

আনো পক্ষী যত লিখিল বাৰত,
যেন উৰু উৰু কৰে।
যত বন বাসী পখী পতি আসি,
গলে গলে বান্ধি ধৰে॥
চাৰি দিশে তাৰ চাৰি খান দ্বাৰ,
দেখিতে আতি সুঠান।
যিবা দ্বাৰে যাৰ আছে অধিকাৰ,
কৰিছে তাক বিধান॥
পুৰ্ব্বদ্বাৰ খান শুনা যেন ঠান,
দেখন্তে লাগে সন্তোষ।
দিনে ৰাতি তাত সুমঙ্গল বাত,
নাহি তৈত আন দোষ॥
সুবৰ্ণৰ পাট কৰি তাক ডাঠ,
সুবৰ্ণৰ স্তম্ভ দিল।
স্তম্ভৰ উপৰে পতাকায়ে কৰে,
বতাসত জিলমিল॥
মুকুতাৰ থোপা কৰি এক জোপা,
আৰিলেক থানে থানে।
বৈদূৰ্য্য মণিক আনি লগাইলেক,
দ্বাৰত আতি সন্ধানে॥
গন্ধৰ্ব্ব সকলে মহা কতুহলে,
গীত গাৱে নানা ভাৱে।
অপেস্বৰা গণে নাচে থানে থানে,
কত্তো তাক ৰঙ্গে চাৱে॥
দেৱ ঋষি সিদ্ধ গন্ধৰ্ব্ব বিবিধ,
বিদ্যাধৰ যক্ষপতি।
সবে স্বৰ্গ বাসী পূৰ্ব্বদ্বাৰে আসি,
নগৰীত কৰে গতি॥

উত্তৰৰ দ্বাৰ দেখিবে সুসাৰ,
ঘণ্টা নাদে সুমণ্ডিত।
নানা ৰথ গণে সুবৰ্ণ তোৰণে,
চামৰে কৰে শোভিত ॥
বেণু বীণা বায় শুনন্তে উৎসন্ন,
নানাবিধ নৃত্য গীত।
ঋক যজু সাম পঢ়ে অবিশ্ৰাম,
যোগীৰো মোহই চিত্ত ॥
হেন সুমঙ্গল বসিয়া সকল,
উত্তৰ দ্বাৰক চানি।
সেই দ্বাৰে যাই যমপুৰ পাই,
পুণ্যৱন্ত মহামানি ॥
সত্যবাদি যত ধৰ্ম্মত নিৰত,
আনো যত মহাব্ৰতী।
দ্বিজক সুশ্ৰুষা কৰে দিন নিশা,
অতিথিক কৰে প্ৰীতি ॥
গ্ৰীষ্মকালে জল দিলেক সকল,
শিতকালে অগ্নি দান।
যিতো গৃহবাসী মনৰ সন্তোষি,
দৰিদ্ৰক দিয়ে দান ॥
পিতৃত ভকতি কৰিল প্ৰণতি,
পৰ দুখ কৰে দূৰ।
এহি পুণ্য বলে উত্তৰৰ দ্বাৰে,
সুখে যাই যমপুৰ ॥
আত অনন্তৰে পশ্চিম দিশৰ,
শুনা দ্বাৰ যেন হেন।
শাস্ত্ৰক বিচাৰি অৰ্থ অনুসৰি,
কহিবো তাৰ প্ৰমাণ ॥

### পদ

যমৰ পুৰিত কিনো আতি বিপৰীত।
পশ্চিমৰ দ্বাৰ বিশ্বকৰ্ম্মে বিৰচিত॥
ৰত্নে সুমণ্ডিত দ্বাৰ দেখি মনোহৰ।
বৈদুৰ্য্য বান্ধিলা খাটখৰি নিৰন্তৰ॥

ফটিকৰ স্তম্ভ ইন্দ্ৰ নীল দিলে ঘট।
সুবৰ্ণৰ পাটে আতি কৰে ফটফট॥
মৃদঙ্গ পল্লৱ ভেৰি কৰে কোলাহল।
বাৱে বাদ্য কৰতালৰ আস্ফাল॥

শিৱত ভকত যত যোগী নিৰন্তৰ।
পশ্চিমৰ দ্বাৰে যাই পশে অভ্যন্তৰ॥
সমস্তে তীৰ্থত যিবা কৰি আছে স্নান।
জলৰ মধ্যত থাকি যিবা এৰে প্ৰাণ॥

মহাপথে গৈয়া সিতো কৰে তনু ত্যাগ।
ভোজনক এৰি মৰে যিটো মহাভাগ॥
মিত্ৰ ভাৰ্য্যা গোস্বামী লোকৰ নিদানে।
আপুনাৰ এৰে প্ৰাণ যিতো মহাজনে॥

পঞ্চ অগ্নি বুলি আছে এক মহাব্ৰত।
শুনা তাৰ কহো আমি বিধি যেন মত॥
গ্ৰীষ্মকালে চাৰি দিশে বহ্নিৰ অস্তাপ।
উপৰত কৰে আৰো সূৰ্য্যৰ প্ৰতাপ॥

তাৰ মাজে থাকি ব্ৰহ্মা চিন্তিবে সদায়।
থাকে বুলি পঞ্চ অগ্নি ব্ৰত সমুদায়॥
পৰ্ব্বতৰ পৰা পৰি মৰে যিবা নৰে।
অগ্নিত প্ৰবেশি যিবা তনু ত্যাগ কৰে॥

এহি পুণ্যৱন্ত লোক তপৰ প্ৰভাৱে।
পশ্চিমৰ দ্বাৰে গৈয়া যম পুৰ পাৱে॥
দক্ষিণ দিশৰ কহোঁ দ্বাৰৰ মহিমা।
যতেক যাতনা তাৰ কোনে পাৱে সীমা॥

দ্বাৰত অনেক আছে প্ৰাণী নিৰন্তৰ।
শুনি মহাভয় মিলে দেখি লাগে ডৰ॥
দক্ষিণ দ্বাৰক চানি শুনি হাহাকাৰ।
নাহিকে প্ৰকাশ তাৰ ঘোৰ অন্ধকাৰ॥

বজ্ৰকিট ব্যাঘ্ৰ সিংহ কুকুৰ শৃগাল।
ডাঁহ, মহ, বিছা, সৰ্প, ভালুক, বীড়াল॥
বাটভেণ্টি আছে সবে পাপী আসে বুলি।
আমি সবে বেঢ়ি তাক মাৰিবো সমুলি॥

পথত কণ্টক বেঢ়ি আছে নিৰন্তৰে।
পৰম সঙ্কট পথ জানিবা পাপৰে॥
ব্ৰাহ্মণক মাৰে শিশু বৃদ্ধক বিঘাতে।
আতুৰ প্ৰাণীক যিতো সমৰত কাটে॥

বিশ্বাস কৰিয়া যিতো শৰণে পশয়।
তাকো বধ কৰি যিবা পাপ আচৰয়॥
স্ত্ৰীবধ কৰে মহা পাপক নচাই॥
দক্ষিণৰ দ্বাৰে মৰি যম পুৰে যাই॥

অস্ত্ৰ শস্ত্ৰ এৰি যিবা যুদ্ধত পলাই।
তাকো খেদি কাটে পাপী ধৰ্ম্মক নচাই॥
দক্ষিণৰ দ্বাৰে দূতে হাতে খাণ্ডা ধৰি।
পাচত কাটিয়া যাই খণ্ড খণ্ড কৰি॥

অগম্য গমন কৰে পৰ বস্তু হৰে।
আপচুৰি কৰে ভূমি হৰে যিবা নৰে॥
বস্ত্ৰ অলঙ্কাৰ শয্যা গৃহ আছে হৰি।
বিবস্ত্ৰ কৰিয়া তাক নিয়ে শাস্তি কৰি॥

পৰৰ ছিদ্ৰক মাত্ৰ চাৰে দিনে ৰাতি।
দিয়ে মহাদুঃখ তাক নানা বিসঙ্গতি ॥
পুত্ৰ বধু মাতৃ আৰু দুহিতৃ ভগিনী।
হৰে যিবা নৰে তাক পাইলেক বিঘিনি ॥

যম পথে হুইব তাৰ অনেক নিকাৰ।
মহানৰকত বাস হুইব পাছে তাৰ ॥
পথতে নিয়ন্তে যাই খাণ্ডাৰ প্ৰহাৰে।
কুকুৰ শৃগাল ব্যাঘ্ৰে বেঢ়িয়া কামোৰে ॥

পলাইবাৰ ঠাই নাই নপাৰে উপাই।
আগে পাছে দুয়ো পাশে সবে বেঢ়ি যাই ॥
দক্ষিণ দুৱাৰে নিৱে সমস্তে পাপীক ॥
বায়ু সঙ্গে পাৱে গৈয়া যমৰ পুৰিক ॥

চয় আশি হাজাৰ প্ৰহৰ পথ দূৰ।
পাপ অৱসাৰে পাপী পাৱে যমপুৰ ॥
বসিয়া আচন্ত ধৰ্ম্মৰাজা সমভাৱে।
গন্ধৰ্ব্ব সকলে নিতে তৈত গীত গাৱে ॥

মহাপাপী জনে যাৰ নজানে স্বৰূপ।
পাপৰ প্ৰভাৱে পাপী দেখে নানাৰূপ ॥
মহন্ত সুন্দৰ শান্ত আতি খেমাৱন্ত।
বিষ্ণুত ভকত সব ধৰ্ম্মত একান্ত ॥

হেন মহাসব ধৰ্ম্মৰাজা কৃপাময়।
মহা পাপীগণে তাক কিৰূপে দেখয় ॥
বিকৃতি বিৰূপ ৰূপ উৰ্দ্ধকেশ ভাৰ।
ব্যাধি শতে ঘুৰি আছে শৰীৰ তাহাৰ ॥

অঙ্গাৰ সদৃশ ক্ৰুক বৰ্ণ কলেবৰ।
ভ্ৰুকুতি কুটিল মুখ ক্ৰোধে খৰতৰ ॥
দীঘল ডাঙ্গৰ তাৰ অষ্টাদশ বাহু।
জগতকে গ্ৰহে যেন আকাশত ৰাহু ॥

মেঘৰ গম্ভীৰ যেন শবদ বচন।
বিকট প্ৰকট আতি দীঘল দশন ॥
এহি ৰূপ দেখি পাপীগণ কম্পমান।
মহাভয় হুয়া থাকে মৃতক সমান ॥

পৰম ধাৰ্ম্মিক ঋষি সমে সভাপাতি।
বসিয়া থাকন্ত ৰাজা প্ৰকাশিয়া আতি ॥
ধৰ্ম্মিষ্ট বশিষ্ঠ ভৃগু ভৃগুৰ নন্দন।
অসিতদেৱল বিশ্বামিত্ৰ তপোধন ॥

আনো ঋষি সবে তৈতে দিব্য সভাপাতি।
ৰাজাৰ আগত ধৰ্ম্ম কৰে দিনে ৰাতি ॥
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি পৃথিবী আকাশ।
কাল দিশ জলে তৈত কৰিল নিবাস ॥

দিন ৰাত্ৰি দুয়ো সন্ধ্যা আছে মূৰ্ত্তি ধৰি ॥
সাক্ষীৰূপে ঈশ্বৰৰ বাক্য অনুসৰি ॥
আছে চিত্ৰগুপ্ত তৈত বুদ্ধিৰ মহন্ত।
মনুষ্যৰ পাপ পুণ্য সকলে লিখন্ত ॥

দিনে দিনে যত পাপ পুণ্য কৰে নৰে।
গোটে গোটে পত্ৰ লিখি এক ঠাই কৰে ॥
সেই দিব্য সভা মাজে বসি আছে যম।
ধৰ্ম্মাধৰ্ম্ম বিচাৰিয়া কৰন্ত নিয়ম ॥

দেখন্ত পাতকি আছে অধোমুখে বসি।
ঋষি সমজ্যাক বুলিলন্ত মহাযশী ॥
শুনা সিদ্ধলোক মোৰ যেন সত্য বাণী।
এহি পুৰুষক মোত যোগাইলেক আনি ॥

শুনিল দূতৰ মুখে পাপৰ মহিমা।
শাস্ত্ৰক বিচাৰি যাতনাৰ দেয়োঁ সীমা ॥
ৰাজাৰ বচনে ঋষিগণে শাস্ত্ৰ চাই।
কহিলন্ত পাতকিৰ যাতনা শুনাই ॥

ঋষিগণ মুখে পাপী যাতনাক শুনি।
বুলিল ৰাজাৰ আগে বসি মনে গুণি ॥
দেৱৰ আগত আবে গোচৰ আমাৰ।
কহিল যতেক দূতে মিছা সবে তাৰ ॥

নকৰিলো পৃথিবীত পাপ কৰ্ম্ম আমি।
যেন কৰিবাক যোগ্য কৰিয়োক স্বামী ॥
জানিয়া আচন্ত যমে তাৰ পাপ পুণ্য।
নোবোলন্ত কিছু শত্ৰু মিত্ৰ উদাসিন ॥

সাক্ষী মুখে ধৰ্ম্মাধৰ্ম্ম কৰন্ত বেকত।
শাস্ত্ৰ অনুসাৰে দণ্ড কৰন্ত লোকত ॥
সাক্ষীক সম্মুখি পাছে বুলিলন্ত ৰাজা।
ভৈলেক অসত্যবাদী পৃথিবীৰ প্ৰজা ॥

অধৰ্ম্ম কৰিয়া বোলে নকৰিলো মই।
সাক্ষী সবে বোলা এবে যেন যোগ্য হুই ॥
পাছে চন্দ্ৰ সূৰ্য্য আদি সবে সাক্ষীগণে।
পাপীক সম্মুখি ক্ৰোধে বুলিলা বচনে ॥

অৰে পাপি সব মিছা মাত অকাৰ্য্যত।
এৰাইবাক পাৰ তই আমাৰ আগত ॥
কৰি আছা যত পাপ আমি আছোঁ জানি।
ৰাজাৰ আগত কিয় বোলা মিছা বাণী ॥

সাখী মুখে শুনি আপোনাৰ কৃত্য পাপ।
অধোমুখে থাকি তৈতে কৰন্ত বিলাপ ॥
চিত্ৰগুপ্তে বোলে তাক প্ৰবোধ বচন।
মিছাত বিৰোধ কৰ অৰে পাপীগণ ॥

পৃথিবীত জন্ম লভি পাপী নৰ তনু।
নকৰিলি কিছু ধৰ্ম্ম আমি ঐতে শুনো ॥
ভুঞ্জিবি যাতনা ফল পাপৰ সম্প্ৰতি।
অনেক বৎছৰ হুইব যাতনাত থিতি ॥

শুনিয়া বচন ভৈল মৃতক সমান।
নাহি মাত বোল কিছু নেদে সমিধান ॥
বুলিবে লাগিলা যমৰাজা তাক চাই।
কৰিলি পাতক তই পৃথিবীক যাই ॥

পৰ দ্ৰব্য পৰ ভাৰ্য্যা হৰিলি পাপিষ্ঠ।
আপুনাৰ আপুনি তই চিন্তিলি অনিষ্ট ॥
নাৰীৰ ৰূপক দেখি লৈলি তাৰ সঙ্গ।
অগ্নিত পৰিয়া যেন মৰয় পতঙ্গ ॥

ৰূপে বীৰ্য্যে বলে গৰ্ব্বে মোহে ভৈলি অন্ধ
পাপকেসে মাত্ৰ তই কৰিলি প্ৰবন্ধ ॥
পৰৰ বস্তুক বলে কৰিলি সম্ভোগ।
বাঢ়ি গৈল তোৰ মহাপাপ গৰ্ভৰোগ ॥

বলে চলে আনি পুত্ৰ ভাৰ্য্যাক পুষিলি।
যেন ৰৰশিলা খণ্ড গলত বান্ধিলি ॥
কৰিলি যতেক ধৰ্ম্ম সবে ভৈল ব্যৰ্থ।
নভৈল পুণ্যৰ হেতু পাপৰেসে পথ ॥

তনু মন দ্ৰব্য যাৰ নোহে শান্ত শুদ্ধ।
দান তপে ধৰ্ম্মে তাক কৰয় বিৰোধ ॥
যেন আৱা ঘটে থৱে দধি দুগ্ধ ঘৃত।
কিছু কিছু কৰি গ্ৰায়ি যাই নিতে নিত ॥

ঘট ভাগি যাই দধি দুগ্ধ হোৱে নষ্ট।
সেহিমতে পুৰুষক ধৰ্ম্মে কৰে ভ্ৰষ্ট ॥
যাৰ দ্ৰব্যে ধৰ্ম্ম কৰে সেই নিৱে হৰি।
মিছা কাৰ্য্যে দুখ পাৱে যেন বাত ভাবি ॥

সেই সময়ত ৰাজা দূতগণ লৈই।
যমৰ আগত প্যাছে প্ৰবেশাইলা গৈই ॥
কহিলা সমস্তে তাসম্বাৰ বিচেস্তাক।
বুলিবে লাগিলা ৰাজা হাসি তাসম্বাক ॥

ৰাজাবো ভৈলেক আবে হেনসে বিলাই।
কৈক গৈলা দণ্ড ছত্ৰ লগে কোন যাই॥
ৰাজা হুই ভৈলি আবে দুষ্ট দুৰাচাৰ।
ৰাজ ধৰ্ম্ম এৰি ভৈলি পৃথিবীৰ ভাৰ॥

কতোকাল জীবি বুলি কৰিলি আগ্ৰহ।
অনেক প্ৰাণীক তই কৰিলি নিগ্ৰহ॥
অন্যায়ে দণ্ডিলি কতো ধনৰ লোভত।
মই বৰ ৰাজা হেন দেখায়া লোকত॥

প্ৰাণী বধ কৰি পাপ কৰিলি দুৰ্ঘোৰ।
লোকৰ সৰ্ব্বস্ব মানে সবে বোলা মোৰ॥
সুবৰ্ণ ৰজত মণি যত অলঙ্কাৰ।
পৰক নিগ্ৰহি কতো আনি হেমহাৰ॥

আপুনাৰ ভাৰ্য্যা পুত্ৰ কৰিলি মণ্ডিত।
লোকৰ নিগ্ৰহে কাৰ্য্যে বোলায়ে পণ্ডিত॥
আপুনাৰ জীৱনৰ নাই ঠান ঠিতি।
আৰু ৰাজ্য লৈবো বুলি মনে থাকে চিন্তি॥

যত ৰাজা আছে মানে সবাকে জিনিবো।
কাটি মাৰি তাৰ ৰাজ্য সবে কাঢ়ি লবো॥
পৰৰ ছিদ্ৰক চাই আছিলি পামৰ।
সৰ্প মণ্ডলৰ যেন ভৈলে পটন্তৰ॥

একগোট বেঙ্গ আছে আহাৰক চাই।
তাকে খাইবে লাগি এক সৰ্প গোট যাই॥
ময়ুৰে সৰ্পক খেদি যাই খাব মনে।
ময়ুৰক দেখি ব্যাধে ধনুক সন্ধানে॥

ব্যাধক দেখিয়া ব্যাঘ্ৰ যাই পাচে পাচে।
ব্যাঘ্ৰৰ ছিদ্ৰক চাই সিংহ গোট আছে॥
এহি মতে ছিদ্ৰ চাই সবে ভৈল হত।
তুমি সবে ৰাজাগণ ভৈলি সেহি মত॥

অচিন্তে আছিলি সবে পৰ ছিদ্ৰ চাই।
সবাকো গিলিলে গৈই মৃত্যু সিংহে পাই ॥
কৈত তোৰ ৰাজ্য কৈত সেই ধনজন।
কৈত ভাৰ্য্যা পুত্ৰ কৈত কুটুম্ব সজ্জন ॥

ভাতৃ মিত্ৰ ভৃত্য যত নাহিকে লগত।
যত আলচিলি মানে সবে ভৈল হত ॥
এবে ৰাজাগণ তোৰ গুচিল চাতুৰী।
বিসাদ কৰিয়া আছ কিয় মুণ্ড ঘূৰি ॥

আপুনাৰ কৰ্ম্ম ফল ভুঞ্জিবি আপুনি।
নাহিকে কাহাৰ দোষ চোৱা মনে গুণি ॥
কৈৰা মোৰ দূত পাতকিক আসি ধৰ।
নৰকক নিয়া ভাল মতে শাস্তি কৰ ॥

ঋষিগণে যেন কৰে শাস্ত্ৰৰ বিহিত।
তাত পৰে আন নকৰিবি অনুচিত ॥
এহিমানে ধৰ্ম্ম ৰাজা দিলন্ত প্ৰবোধ।
হৰিক মনত চিন্তি পৰিলন্ত ক্ৰোধ ॥

বিষ্ণুৰ মহিমা কোনে চিন্তি পাৰে অন্ত।
আপুনাৰ কৰ্ম্মে বদ্ধ হোৱন্ত অনন্ত ॥
নজানো মহিমা আমি বিষ্ণুৰ সম্প্ৰতি।
তান চৰণত মোৰ হোক দৃঢ় মতি ॥

প্ৰাণী সমস্তক দেওঁ আমি অসন্তোষ।
এহি বিষয়ত মোৰ মৰষিয়ো দোষ ॥
তোমাৰেসে আজ্ঞা পালি প্ৰজাক নিয়মো।
হে কৃষ্ণ তযু পদ পঙ্কজত নমো ॥

শুনা সভাসদে সবে শাস্ত্ৰৰ মহৎ।
কিসক অচিন্তে আছা মৃত্যুৰ মুখত ॥
সংসাৰ অৰণ্য আছা মহা মৃত্যু সিংহ।
নানা ব্যধিগণ ভাৰ ভৈল তাৰ বিঙ্গ ॥

বিষয়ৰ শ্ৰেষ্ঠা ভৈল যেন জটা ভাৰ ।
জড়া ৰোগ ভৈল বাট আসিবাৰ তাৰ ॥
কালে খড়্গ ধৰি আছে মুণ্ডৰ উপৰে ।
কিয় সুখে নিদ্ৰা কৰি আছা সবে নৰে ॥

জনম মৰণ যাৰ নাই সংসাৰত ।
সাখি বুলি বিশ্বাসক কৰিবা মৃত্যুত ॥
তাৰেসে নাহিকে ভয় মৃত্যুৰ আগত ।
আন কোন এৰাইবেক মৰণৰ হাত ॥

মুণ্ডত মৃত্যুৱে ধৰি আছে নিৰন্তৰে ।
তাক যদি জানে পাপ কৰে কোন নৰে ॥
আচোক অকাৰ্য্য তাৰ মুকচে আহাৰ ।
নজানি চপাৰে পাপ কৰ্ম্ম মহাভাৰ ॥

লোকৰ মৰণ দেখি কৰে হৰি হৰি ।
আজি কালি কৰি কেনমতে গৈল মৰি ॥
চেতন নপাৰে আপুনাক আছে ধৰি ।
ৰাত্ৰি দিনে থাকে পৰকেসে চিন্তা কৰি ॥

শিশু যুবা বৃদ্ধ গৰ্ভবাসে যত প্ৰাণী ।
মৃত্যুকে ধৰিয়া আছে সবাকো সন্ধানি ॥
ঈশ্বৰ দৰিদ্ৰ মূৰ্খ পণ্ডিত দুৰ্ব্বল ।
বলৱন্ত ধনী তপস্বিত মৃত সম ॥

মন্ত্ৰ তপ জপ হোম ঔষধ উপায় ।
নোৱাৰে এৰাইবে কোনো মৃত্যুক সদায় ॥
যিদিনাত মাতৃৰ গৰ্ভত হোৱে থিত ।
সেহি দিনা হন্তে মৃত্যু চাপে সন্নিহিত ॥

কিছু কিছু কৰি গিলি আছে জগতক ।
আগতে নিবাক আসে নেদেখা কিসক ॥
পিতৃ মাতৃ বন্ধু সকলোক নিল মাৰি ।
সমস্ততে কৰি ৰৰ মৃত্যু অধিকাৰী ॥

তৃষ্ণা ভৈল কাঠি তাত বিন্ধি সবে প্ৰজা।
ৰাগ দ্বেষ জুইত পুৰি খাই মৃত ৰাজা॥
ধন জন ভাৰ্য্যা পুত্ৰ আছে যিবা ঘৰে।
এহিমতে জগতক মৃত্যুয়ে সংহাৰে॥

আন কৰ্ম্ম এৰি চিন্তা আপোনাৰ হিত।
কৃষ্ণত ভকতি কৰা হুয়া একচিত্ত॥
নৰক ব্যাধিৰ কৃষ্ণ ভক্তিসে ঔষধ।
আন ধৰ্ম্মে নকৰয় শঙ্কাৰ নিৰোধ॥

কোটি কোটি পাপ একে নামেসে সংহাৰে।
যেন সূৰ্য্যে ঘোৰ অন্ধকাৰ দূৰকৰে॥
যমৰ যাতনা দুখ যাৰ আছে ভয়।
বোলা ৰাম ৰাম পাপ মানে হোক ক্ষয়॥



# গোপাল মিশ্ৰ।

## জন্মাদ্যস্য শ্লোকৰ কীৰ্ত্তন।

### চবি।

ঘোষা। জয় কৃষ্ণ নমো জনাৰ্দ্দন ভকত বৎসল ৰাম।
তযু পাদপদ্মে শৰণ পশিলোঁ পূৰিয়ো মনৰ কাম ॥

পদ। ব্যাস মহা ঋষি, প্ৰবন্ধ কৰিয়া,
বৰ্ণাইলা পুৰাণ চয়।
আনু নানা শাস্ত্ৰ, বৰ্ণাইলা তথাপি,
ভৈলেক তান সংশয় ॥
আপুনাক ব্যাসে, আপুনি দুষিলা,
নভৈলা চিত্ত সন্তোষ।
সেহি সময়ত, নাৰদ আসিলা,
বীণাত কৰিয়া ঘোষ ॥
তাঙ্ক প্ৰবোধিয়া, উপদেশ দিলা,
ভকতি মাত্ৰ দেখাই।
ব্যাসো পাইলা বোধ, ভৈল চিত্ত শোধ,
কৃষ্ণৰ ভকতি পাই ॥
তান উপদেশ, ভাগৱত শাস্ত্ৰ,
কৰিতে ব্যাসে আৰম্ভ।
হৰিৰ চৰণ, মঙ্গল আচৰি,
পাতিলন্ত পূৰ্ণ কুম্ভ ॥
ব্যাস মহাঋষি, নাৰদত হন্তে,
পাইলা উপদেশ সাৰ।
শিষ্যে সমে বসি, পৰম আনন্দে,
কৰিলা ব্ৰহ্মবিচাৰ ॥

শুনা শিষ্য চয়, তেজিয়ো সংশয়,
সত্য বস্তু ভগৱন্ত।
তাঙ্কে কৰো ধ্যান, তোৰা সবো তাঙ্ক,
ধ্যান কৰা অপৰ্য্যন্ত॥
স্বৰূপ লক্ষণে, তাহাঙ্কে বুজাএো,
শুনা সাবধান মনে।
তাহান স্বৰূপ, নাৰদত বিনে,
নাজানয় আন জনে॥
সত্য বস্তু হৰি, জানা নিষ্টকৰি,
প্ৰপঞ্চ ইতো অসত্য।
যিহেতু সত্যৰ, সকাশত থাকি,
সত্য হেন প্ৰকাশন্ত॥
সত্যৰ কাৰণ, কহোঁ শুনিয়োক,
প্ৰকৃতিৰ গুণচয়।
ঈশ্বৰতে আছে, তথাপিতো জানা,
তাঙ্ক নিষ্টে নোচোৱয়॥
তমো গুণ হন্তে, গোলক হোৱয়,
ইন্দ্ৰিয় ৰজো গুণত।
সত্ব গুণ হন্তে, শুদ্ধ সত্বময়,
দেৱতা হৱে বেকত॥
তিনি গুণে আসি, সৃষ্টি স্থিতি লয়,
জগতৰ কৰি ৰৱে।
ৰজো গুণে ব্ৰহ্মা, সৃষ্টি কৰিলন্ত,
সমস্ত শাস্ত্ৰত কৱে॥
সত্ব গুণে বিষ্ণু, জগতকে পালা,
আপুনি হুয়া প্ৰবেশ।
তমো গুণে হৰে, সমস্ত সংহৰা,
নাথাকয় লৱলেশ॥

যাতো নৰ হয়, এতেক প্ৰপঞ্চ,
জানিবা মিছা প্ৰত্যেক।
তথাপি ঈশ্বৰ, প্ৰকাশ লভিয়া,
প্ৰকাশয় অতিৰেক ॥
হেন ঈশ্বৰক, সদা ধ্যান কৰোঁ,
নাৰদৰ কৃপা পাই।
আবেসে জানিলোঁ, ঈশ্বৰত বিনা,
সত্য বস্তু আন নাই ॥
অসত্য জগত, সত্যৰ সকাশে,
প্ৰকাশে জানা সদাই।
ইহাৰ দৃষ্টান্ত, শুনা শিষ্য চয়,
তোৰাত কহোঁ বুজাই ॥
মধ্যাহ্ন সময়ে, সূৰ্য্যৰ প্ৰকাশ,
বালিত লাগি আছয়।
জলময় দেখি, জল বুদ্ধি অজ্ঞে,
পানক মনে ধাৱয় ॥
প্ৰথমতে স্নান, কৰোঁ বুলি ৰঙ্গে,
ঝাম্প দিয়া পৰি বৈলা।
স্নান পান তাৰ, দূৰতে ৰহিলা,
আৰো ভৰি ভাঙ্গি গৈলা ॥
পাচে পায়া তাপ, বোলে বাপ বাপ,
জল ইতো মুহিকয়।
কিন্তু সূৰ্য্যতেজ, বালিত লাগিয়া,
জল যেন প্ৰকাশয় ॥
সেহিমতে কোনো, মূৰ্খ সবে আসি,
দেখিলেক কোনো স্থান।
আছে কাঁচ মাটি, জলময় দেখি,
জলৰ কৰে প্ৰমাণ ॥

কাচে বস্ত্ৰ থৈয়া, হাতে চৰি লৈয়া,
জল জুখিবাক গৈলা।
নাৰী সবে দেখি, হাসিবে লাগিলা,
পাচে লাজ হুয়া ৰৈলা॥

সূৰ্য্য মাত্ৰ সত্য, তাহান সকাশে,
জল বুদ্ধি সত্য হয়।
যিহেতু ৰাত্ৰিত, সূৰ্য্যৰ অভাৱে,
বালিত জল নোহয়॥

সেহিমতে ইতো, জগতৰ সিদ্ধি,
ঈশ্বৰত হন্তে হৰে।
ঈশ্বৰে এৰিলে, অজ্ঞানী সমস্তে,
সবে মিছা বুলি কৰে॥

যদি বোলাঁ ইতো, ঈশ্বৰত আছে,
প্ৰপঞ্চ জড় সগুণ।
প্ৰপঞ্চক বুলি, কেন মতে হৰি,
আপুনি হৈলা নিৰ্গুণ॥

ইতো শঙ্কা চয়, কদাচিতো নয়,
চৈতন্য বিশুদ্ধ হৰি।
স্বৰূপ প্ৰকাশি, মায়াৰ কপট,
থৈলা দূৰে পৰিহৰি॥

শুনা সভাসদ, ভাগৱত পদ,
মনত কৰি নিশ্চয়।
ব্যাসে যাক ভজা, নাৰদে ভজন্ত,
আমাৰ কোন সংশয়॥

সংশয়ক তেজা, কৃষ্ণ পাৱে ভজা,
পূৰিয়োক মনকাম।
উদ্ধাৰা পুৰুষ, সমজ্যাৰ লোক,
ডাকি বোলা ৰাম ৰাম॥

ঘোষা। জয় যদুপতি জগন্নাথ, নিয়োক দাসক উদ্ধাৰি।
তযু দাস বুলি মোক কৃপা কৰা তুমি জগবন্ধু হৰি ॥

দোলড়ি। তটস্থ লক্ষণে, তাহাঙ্ক বুজায়া,
ধ্যানক কৰিলা সাৰ।
ঈশ্বৰত বিনা, সম্ভৱ কৃপাত,
নেদেখিলা বস্তু আৰ ॥
যান হন্তে হয়ে, জগতৰ জন্ম,
পালন পুনু সংহাৰ।
হেনয় কৃষ্ণক, ভজো ধ্যান কৰোঁ,
পূজো মঞি বাৰম্বাৰ ॥
যিহেতু সমস্ত, প্ৰপঞ্চত হৰি,
অনুগত হুয়া আছা।
ঈশ্বৰে এৰিলে, কিছু নৰহয়,
তিলেকতে হয়ে মিছা ॥
ঘট পট স্তম্ভ, আদি কৰি যত,
সংসাৰে বস্তু আছয়।
সবাকে ব্যাপিয়া, আছা ভগৱন্ত,
এৰিলে কিছু নৰয় ॥
এতেকে জানিবা, যিতো বস্তু আছে,
তাতে তাতে আছা হৰি।
আকাশৰ পুষ্প, যিহেতু নাহিকে,
তাকে বৈলা পৰিহৰি ॥
যদি বোলা ইতো, জগতৰ হেতু,
প্ৰকৃতিয়ো আসি হয়।
তিনি গুণে যত, সৃষ্টি স্থিতি লয়,
সংহাৰ যিতো কৰয় ॥
এতেকেসে তোৰা, প্ৰকৃতিক ধ্যান,
কৰোঁ হেন শঙ্কা ভেজা।
যিহেতু প্ৰকৃতি, জড়ৰূপা হোয়ে,
সবে চৈতন্যক ভজা ॥

স্থষ্টিৰ পূৰ্ব্বত, কটাক্ষ পূৰ্ব্বকে,
প্ৰকৃতিক আজ্ঞা কৰি।
স্ৰজিলা জগত, যিটো কৃষ্ণদেৱ,
তান পাদ পদ্ম স্মৰি॥
বেদেয়ো কহিছে, জগতৰ হেতু,
একেমাত্ৰ কৃষ্ণ স্বামী।
মায়া পুনু জড়, চৈতন্যত বিনা,
কাহাঁকো নভজোঁ আমি॥
যদি বোলা জীৱ, চৈতন্য হোৱয়,
তাঙ্ক কিবা কৰা ধ্যান।
যাহাঁৰ প্ৰসাদে, সমস্ত দেহত,
ৰহিয়া আছয় প্ৰাণ॥
ইটো শঙ্কাচয়, কদাচিতে নয়,
জীব যাতো পৰাধীন।
ঈশ্বৰৰ অঙ্গ, হুয়া তথাপিতো,
ভোগকৰি ভৈলা ভিন॥
স্বতন্ত্ৰ ঈশ্বৰ, হৱে যিটোজন,
তাহাঙ্ক স্মৰোঁ মনত।
কৃপালু নাৰদে, যাহাঁক কহিছাঁ,
তাহাঙ্ক মানো সতত॥
তাকে সে ঈশ্বৰ, শাস্ত্ৰত কহয়,
স্বতন্ত্ৰ যিটো হোৱয়।
জীৱ সব পুনু, গুণৰ অধীন,
সংসাৰে সদা ভ্ৰময়॥
চৈতন্য হোৱন্তে, পৰাধীন জীৱ,
নুহিকয় ধ্যান যোগ।
আপোন স্বৰূপ, পাসৰি যিহেতু,
বিষয়ক কৰে ভোগ॥

যদি বোলা ব্ৰহ্মা, স্বতন্ত্ৰ হোৱন্ত,
কৰা সৃষ্টি জগতৰ।
কিবা তাঙ্কে ধ্যান, সততে কৰোহোঁ,
যাক নাহি সমসৰ॥
ইটো শঙ্কা তোৰা, নকৰিবা মনে,
ব্ৰহ্মা ধ্যান যোগ্য নুই।
যিহেতু বেদক, পাসৰি থাকন্ত,
আপুনি মোহিত হুই॥
ঈশ্বৰে জানিয়া, মনত হাসিয়া,
বেদক কৈলা বিস্তাৰ।
বিষয়ৰ সুখে, মোৰ পুত্ৰ ব্ৰহ্মা,
মোহ পাৱে বাৰম্বাৰ॥
তথাপিতো তাঙ্ক, বেদ পঢ়াৱন্ত,
হেন কৃপাময় হৰি।
তাহাঙ্ক বিনায়, কাহাঁৰ চৰণ,
থাকিবোঁ মনত স্মৰি॥
যদি বোলা ব্ৰহ্মা, কাতো হন্তে বেদ,
পঢ়িবাৰ নতো শুনি।
আৰু বোলা ব্ৰহ্মা, বেদক পাসৰি,
থাকন্ত মনত গুণি॥
ইটো শঙ্কাচয়, তেজিও নিশ্চয়,
ব্ৰহ্মাইকে পঢ়াইলা বেদ।
বেদক পাসৰি, সৃষ্টি পৰিহৰি,
যাতো কৰি আছাঁ খেদ॥
সেই সময়ত, কৃপা কৰি হৰি,
আদেশিলা সৰস্বতী।
ব্ৰহ্মাৰ সমীপে, সত্বৰে চলিও,
বুলিলাহাঁ প্ৰতিপ্ৰতি॥

আজ্ঞা পায়া দেবী ব্ৰহ্মাৰ হৃদয়ে,
সত্বৰে গেয়া পশিলা।
বেদক পাসৰি, আনো খেদ কৰি,
মনে হৰি শিক্ষা দিলা॥
পাচে চাৰি মুখে, উচ্চাৰিলা বেদ,
সৃষ্টিও হৈলা বিদিত।
হেন কৃপাময়, ব্ৰহ্মাৰ বুদ্ধিক,
প্ৰৱৰ্ত্তাই সাধিলা হিত।
যদি বোলা ব্ৰহ্মা, আপুনি পূৰ্ব্বত,
সমস্তে বেদ জানন্ত।
কেন মতে তান, মনে হৰি আসি,
আপুনি শিক্ষা দিলন্ত॥
যেন কোনো জনে, নিদ্ৰাত থাকন্তে,
পূৰ্ব্ব কথা পাসৰয়।
নিদ্ৰাৰ উঠিয়া, পূৰ্ব্বৰ বৃত্তান্ত,
সমস্তে কৈবে পাৰয়॥
সেহিমতে ব্ৰহ্মা, লভন্তোক বেদ,
যাতো গুৰু সমস্তৰ।
কেনে বোলা তুমি, বেদক পাসৰি,
খেদ কৈলা বহুতৰ॥
ইটো শঙ্কা তোৰা, নকৰিবা মনে,
বেদৰ গুৰু আছয়।
যাহাঁৰ অৰ্থক, বিচাৰিয়া মহা,
মুনি সবো মোহ হয়॥
এতেকে বেদৰ, অৰ্থক জানন্তা,
ভগৱন্ত কৃপাসিন্ধু।
তাঙ্কে ধ্যান কৰি, মনে ৰূপ ধৰি,
তৰোঁ ইটো ভৱসিন্ধু॥

ময়ো তাঙ্কে ধ্যানো, আন কৃপা পাওঁ,
নাৰদৰ কৃপা পাই।
এখনে জানিলোঁ, তান্ত বিনা মোৰ,
ইষ্টদেৱ আন নাই॥
যিহেতু ব্রহ্মাৰ, পৰাধীন জ্ঞান,
স্বতঃসিদ্ধ ভগৱান।
জগত কাৰণ, ভৱ নিস্তাৰণ,
এতেকেসে তাঙ্কে ধ্যান॥
সমস্ত জগত, যাৰ সকাশত,
সান্ত হেন প্রকাশয়।
এতেকেহে মঞি, তাহাঙ্কে ধিয়াঞোঁ,
কৰিয়া মনে নিশ্চয়॥
সেইমতে আন, বেদৰ ৰহস্য,
মন্ত্র পঢ়ি প্রথমতে।
আৰম্ভিলা মাত্র, ভাগৱত শাস্ত্র,
আনন্দ পায়া মনতে॥
ইহাৰ শ্রৱণে, কীৰ্ত্তনে পুৰুষে,
পাৱয় ব্রহ্ম বিষ্ণাক।
ব্যাসৰ বচন, বুজাইবে লাগিলা,
স্বামী দেৱ শিষ্য ঝাক॥
মৎস্য পুৰাণত, আকে কহি আছে,
শুনা মঞি কহোঁ তাক।
সন্দেহ তেজিয়া, কহো শিষ্যচয়,
শুনা সবে এক বাক॥
পুৰাণ বেদক, বিস্তৰ প্রভাৱে,
ভাগৱত দান ফল।
কহিয়া আচন্ত, মহন্ত সকলে,
মনে পায়া কতুহল॥

যি শাস্ত্ৰে আদ্যত, মহামন্ত্ৰ পঢ়ি,
হৰিক ব্যাসে স্মৰিলা।
সকামে নিস্কামে, তবে নানা ধৰ্ম্মে,
ব্যাসে যাত দেখাই দিলা॥
বৃত্ৰাসুৰ বধ, যাহাতে আছয়,
তাকে ভাগৱত বুলি।
হেন ভাগৱত, লিখিয়া বিপ্ৰক,
দান দেই হাতে তুলি॥
কিন্তু সুবৰ্ণৰ, সিংহাসনে থোৱা,
ৰাজা সবে দিব দান।
আনো সবে দান, দিবেক সুবৰ্ণ,
খিলাৰ কৰি প্ৰমান॥
অমাবস্যা চাই, কতো দান দেই,
কতো দেই পূৰ্ণিমাত।
দানৰ প্ৰসাদে, মহা অপ্ৰমাদে,
বৈকুণ্ঠ পাৱে সাক্ষাত॥
অঠৰ হাজাৰ, শ্লোক আছে যাত,
তাকে বুলি ভাগৱত।
পদ্ম পুৰাণতো, অম্বৰিষ আগে,
গৌতমে কৈছে সতত॥
ভাগৱত শুনা, অম্বৰিষ তুমি,
কৰিয়া মনে নিশ্চয়।
কোন দিনা পৰা, আজ্ঞা দিলোঁ মঞি,
তেজিয়োে মনে সংশয়॥
তাকে ভাগৱত, মহন্তে বোলয়,
শুকে যাক কহি আছা।
ইহাৰ কীৰ্ত্তনে, সংসাৰ নিস্তৰা,
যদি মনে কৰা বাঞ্ছা॥

আনো পুৰাণত, কহিয়া আছন্ত,
সাধু সাধু নিষ্ট কৰি।
ভাগৱত শুনি, মহন্ত সকলে,
সংসাৰ গৈলা নিস্তৰি॥
অঠৰ হাজাৰ, শ্লোক সমন্বিতে,
গ্রন্থ মহা অদভূত।
প্রথমক আদি, বাহ্র স্কন্ধে সদা,
হুয়াছে সদা যুগুত॥
হয়গ্রীৱ লীলা, যাহাত কহয়,
বৃত্রৰো বধ আছয়।
মহামন্ত্র পঢ়ি, আৰম্ভিলা যাক,
ব্যাস মুনি আতিশয়॥
এতেক লক্ষণ, যাহাত আছয়,
ভাগৱত বোলে তাক।
বিধি, হৰ, শুক, নাৰদ, কপিল,
হুয়া সেৱে এক বাক॥
এহিমতে নানা, গ্রন্থ মত আনি,
শ্রীধৰ দেৱে সাক্ষাত।
পাষণ্ড সৱৰ, মতক দূৰতে,
কৰিলা যিটো বিঘাত॥
এতেকে ইহাক, ভাগৱত বুলি,
বিপৰীত শঙ্কা তেজা।
ইহাক শুনিয়া, কৃষ্ণৰ অভয়,
চৰণ কমলে ভজা॥
শুনা সভাসদ, ভাগৱত পদ,
ইতো সৰ্ব্ব সাৰোদ্ধাৰ।
ইহাক শুনিয়া, যম্ কৰণৰ,
এৰায়ো মহা নিকাৰ॥

অৱতাৰ হুয়া, ব্যাস মহাঋষি,
নাৰদক গুৰু মানি।
অসন্তোষ চয়, কৰিলন্ত ক্ষয়,
ভজিলন্ত চক্ৰপাণি ॥
শিষ্য সমস্তকো, উপদেশ দিয়া,
কৃষ্ণক কৰিলা ধ্যান।
আমি কোন মুখে, কৃষ্ণক নামানো,
ব্যৰ্থে ধৰোঁ ইতো প্ৰাণ ॥
ব্যাসত অধিক, পণ্ডিত হৈলোঁহোঁ,
কৃষ্ণৰ ধ্যান তেজিলোঁ।
সকাম কৰ্ম্মৰ, বহু ফল শুনি,
তাতে মাত্ৰ মন দিলোঁ ॥
নমো দামোদৰ, মোৰ সমসৰ,
নাহিকয় মহাপাপ।
অমৃতক তেজোঁ, বিষয়ক ভুঞ্জোঁ,
নতৰো সংসাৰ তাপ ॥
এভো কৃপা কৰাঁ, দাস বুলি ধৰাঁ,
দিয়োক সাধু সঙ্গতি।
তাসম্বাৰ সঙ্গে, থাকি মহা ৰঙ্গে,
কৰিবোঁ তযু ভকতি ॥
বুলিবোঁ সততে, গোবিন্দ মাধৱ,
চিদানন্দ সদানন্দ।
ভকৎ বৎসল, কৃপাৰ সাগৰ,
নকৰিবা মোক মন্দ ॥
ইতো ঘোষা ৰত্ন, কৰা আত যত্ন,
সততে কৰা বিচাৰ।
ইহাৰ বিচাৰে, কৃষ্ণৰ ভকতি,
লভিবাঁহা সাৰে সাৰ ॥

বৈষ্ণৱ সবক, কৃতাঞ্জলি কৰি,
কহয় গোপাল মিশ্র।
মহা উচ্চ কৰি, বোলাঁ হৰি হৰি,
তৰিয়োক ভবকৃচ্ছ্‌॥

পৰম-ধৰ্ম্ম নিৰূপণ।

লেচাড়ি।

ইতো শাস্ত্র মহামুনি কৈলা, তাতে মহাধৰ্ম্ম থাপি থৈলা,
মৎসৰ ৰহিত সাধু সৱে আক পাৱে।
স্বৰ্গফল তেজে অনুক্ষণ, মোক্ষতো যাহাৰ নাহি মন,
তাৰা সবে মাত্র আক ধৰ্ম্ম বুলি গাৱে॥
ইতো শাস্ত্র সত্য বস্তু কৱে, তিনি তাপ নিয়া দূৰে থাৱে,
নামত শ্রীমন্ত ভাগৱত নিৰুপম।
আক শুনিবাক যিতো চাৱে, হৃদয়ে ঈশ্বৰ লাগ পাৱে,
আন কোন ধৰ্ম্ম হইবেক ইহাৰ সম॥

শাস্ত্র-নির্ণয়।

চাৰি বেদ ভৈলা কল্পতৰু, ভাগৱত ভৈলা ফল গুৰু,
শুক মুখ লাগি ভূমিত আছে পৰিয়া।
অমৃত সমান স্বাদ ফল, সিঠা চাল নাহি নিৰ্ম্মল,
ব্রহ্মানন্দ ৰসে আছয় সদা ভৰিয়া॥
ৰসত চতুৰ যিতো জন, ফল পান কৰাঁ দিয়া মন,
ৰসময় ফল আসে বৈকুণ্ঠৰ পৰা।
শিষ্য সবে ভৈলা শাখাচয়, তাতে ফল লাগি নাভাগয়,
মোক্ষকো লভিবা ইতো ফল পান কৰাঁ॥
একে শাস্ত্র মাত্র সাৰ ভৈলা, দেৱকী তনয়ে যাক কৈলা,
এক দেৱ মাত্র দৈৱকী দেৱী কুমাৰ।
কৰ্ম্ম এক মাত্র সত্য হয়, তাহান সেৱাক শাস্ত্রে কয়,
মন্ত্রো একমাত্র কৃষ্ণ নাম সাৰে সাৰ॥

## শৰণ-ভজনক আদি নৱবিধ

## শৰণ-নিৰ্ণয়।

### লেচাড়ি।

শৰণ, ভজন, ভক্তি চয় মহাজনে তাক বখানয়,
শ্ৰৱণ, মনন, অধ্যাপন, শীল, শিক্ষা।
স্বভাৱে সহিতে নৱবিধ, আক জীৱে জানি হৱে সিদ্ধ,
গুৰু সৱে শিষ্য সমস্তকে দেই শিক্ষা॥
শৰণৰ ক্ৰম কহোঁ শুনা, আক সাৱধান মনে শুনা,
কৃষ্ণ যামলত ইহাৰ ক্ৰম আছয়।
আক শুনি ভৱনদী তৰে, কিন্তু আৰ যিতো মত ধৰে,
সপ্ৰেম ভকতি কৃষ্ণত সিতো পাৱয়॥

---

### শৰণ।

দেৱতাৰ আশা দূৰ কৰি, পুত্ৰাদিৰ স্নেহ পৰিহৰি,
কেৱলে হৰিত বিশ্বাস কৰয় মাত্ৰ।
প্ৰাকৃত শৰণ তাৰ নাম, বিষয় তৃষ্ণাত তেজে কাম,
সিতো পাচে প্ৰেম ভকতিৰ হোৱে পাত্ৰ॥
তীৰ্থ তপে জপে আশা তেজে, কায়বাক্যমনে হৰি ভজে,
যথোচিতে সেৱা হৰিক সদা কৰয়।
বাক্যে গোবিন্দৰ নাম গাৱে, মনে কদাচিতো লাগ পাৱে,
মধ্যম শৰণ তাহাঙ্ক শাস্ত্ৰে কহয়॥
শৰীৰৰ আশা কৰে দূৰ, নাম গায়া কৰে মন পূৰ,
জগতৰ পতি ভগৱন্ত চক্ৰপাণি।
তান্ত প্ৰেম ভক্তি ভৈল যাৰ, উত্তম শৰণ কৱে তাক,
উত্তম শৰণে সংসাৰক কৰে হানি॥

## ভজন।

### লেচাড়ি।

প্ৰতিমাক থাপি যিতো জন, কৃষ্ণ বুদ্ধি সেৱে অনুক্ষণ,
ভকতক সিতো মানিবাক নাপাৱয়।
আনত নাহিকে হৰিবুদ্ধি, নতু হুৱে তাৰ চিত্ত শুদ্ধি,
প্ৰাকৃত ভজন তাহাক জানা নিশ্চয়॥
উত্তম হোৱয় যিতো জন, তাক সেৱা কৰে অনুক্ষণ,
সমানক পায়া মিত্ৰতা ভাব কৰয়।
দীন জন পায়া কৰে দায়া, আৰু তেজি আসে বিষ্ণুমায়া,
মধ্যম ভজন তাহাক শাস্ত্ৰে কহয়॥
বিষয় কথাক নুশুনয়, কৃষ্ণনাম মাত্ৰ উচ্চাৰয়,
কৰ্ণ ৰন্ধ্ৰ ভৰি শুনে গোবিন্দৰ যশ।
উত্তম ভজন তাক কৰে, অহৰ্নিশে নাম মাত্ৰ গাৱে,
উত্তম ভজন হৰিক কৰয় বশ॥

---

## ভক্তি।

যাৱত হৰিৰ লীলা গাৱে, চিত্ত থিৰ কৰে হৰি পাৱে,
লীলাক তেজিলে চিত্ত বিষয়ক ধাৱে।
প্ৰাকৃত ভকতি তাৰে নাম, প্ৰথমতে হুৱে অনুপাম,
পাচে সিতোজনে উত্তম ভকতি পাৱে।
কৃষ্ণ দেৱতাৰ কথা শুনে, মনত আনন্দ পায়া গুণে,
প্ৰেমৰ ভৰত বাগৰে পৰি মহীত॥
পুলকিত তনু তাৰ হোৱে, মধ্যম ভকতি তাক কৰে,
ভকতিৰ চিহ্ন হোৱয় আসি বিদিত॥
বিশুদ্ধ বিজ্ঞান চিদানন্দ, পূৰ্ণানন্দ কৃষ্ণ সদানন্দ,
তান স্বৰূপত যাহাৰ মন ৰহয়।
হৃদয়তে পাচে পাৱে লাগ, ভৱ তেজি ৰয় মহাভাগ,
অখণ্ডিত প্ৰেম পুলক তাৰ হোৱয়॥

ইহ পৰলোক যত সুখ, মায়াময় আৰু যত দেখ,
দুখক নসঙ্গে নৰমে যিতো সুখত।
যি হেতু হৰিত প্ৰীতি ভৈল, সুখ দুখ তাৰ দূৰ গৈল,
উত্তম ভকতি ইহাক বোলে সতত ॥

---

## শ্ৰৱণ।

হৰিৰ মন্দিৰে যিতোজন, কৃষ্ণৰ চৰণে দিয়া মন,
যাৱতেকে হৰি লীলা কথা শুনি ৰৰে।
তাৱত কৰ্ণৰ সুখ পাৰে, পাচে কৰ্ণ কু কথাক ধাৰে,
প্ৰাকৃত শ্ৰৱণ মহাজনে তাক কৰে ॥
হৰিত যাহাৰ মন ৰৰে, কথামৃত সত্য বুলি কৰে,
শ্ৰৱণৰ সুখ পূৰ্ব্বত কৰি পাৰয় ॥
পৰবোধে দক্ষ সুহিকয়, শ্ৰৱণ সুখত সদা ৰয়,
মধ্যম শ্ৰৱণ শাস্ত্ৰত আক কহয় ॥
আপুনিয়ো বুজে যিবা জনে, পৰকো বুজাৱে অনুক্ষণে,
হৰিৰ লীলাক শুনিয়া ভেদ কৰয়।
বিচাৰয় কৃষ্ণ কথা ৰস, হৰিক কৰয় মনে বশ,
উত্তম শ্ৰৱণ ইহাক সাধু কহয় ॥

---

## মনন।

সংসাৰত পুত্ৰ ভাৰ্য্যা যত, জীৱন যৌৱন অসাস্বত,
ঈশ্বৰৰ মায়া বুলিয়া সদা কহয়।
হৰিৰ নামক সত্য দেখে, বিষয় সুখক মিছা লেখে,
প্ৰাকৃত মনন বোলয় আক নিশ্চয় ॥
নাম সত্য সন্ত সত্য কৰে, বৈকুণ্ঠক সত্য মনে লৰে,
বৈকুণ্ঠ নাথক সত্য দেৱ মাত্ৰ মানে।
চৰাচৰময় জগতত, ঈশ্বৰক দেখে সমস্তত,
একে জগত ঈশ্বৰ স্বৰূপ মানে ॥
উত্তম মনন নাম আৰ, সংসাৰ সাগৰে কৰে পাৰ,
যিহেতু জড়ক চৈতন্য বুলিয়া মানে ॥

## অধ্যাপন।

যাৰত কৃষ্ণৰ কথা শুনে, কথাৰ অৰ্থক মনে গুণে,
ভাৰত কথাৰ অৰ্থত মনে ৰহয়।
পাচে শিক্ষা দিবে নাপাৰয়, যিহেতু মনত নৰহয়,
ইহাক প্ৰাকৃত অধ্যাপন বুলি কয়॥
গোবিন্দৰ কথা লীলা শুনি, আপুনি আনন্দ পাৱে গুণি,
তাৰ মন মজে ৰমে কথা সমুদ্ৰত।
আনকো শিখাৱে কথাচয়, কথা সত্য বুলি ৰখানয়,
অধ্যাপন আক মধ্যম বোলে সতত॥
কৃষ্ণ কথা কহে সাধু সঙ্গে, পৰকো বুজাৱে মহাৰঙ্গে,
হৰিৰ কীৰ্ত্তন ৰসে মন নেই টানি।
অধ্যাপন বুলি তাক জানা, উত্তম বুলিয়া মনে মানা,
যিতো অধ্যাপনে সংসাৰৰ কৰে হানি॥

## শীল।

গুৰুৰ বাক্যক যিতো লৱে, তাকে ব্ৰহ্ম বুলি মাত্ৰ কৰে,
কদাচিতো আন বাক্যত মন নেদয়।
কৰ্ম্মী কৰ্ম্মফল দেখাৱয়, তথাপিতো মতি নাচাৰয়,
মহাজনে তাক প্ৰাকৃত শীল কহয়॥
ভকতিক ধৰে দেৱচয়, তাসম্বাক পুনু নগণয়,
কেশৱত বিনে দেৱতা আন নামানে।
যিহেতু মনক কৈলা থিৰ, ইন্দ্ৰিয়ক দমি ভৈলা বীৰ
তাহাক মধ্যম শীল সাধুসবে জানে॥
অণিমাদি সিদ্ধি ভক্তে পাৱে, তাত স্পৃহা তেজি নাম গাৱে,
যিহেতু ভজন ৰস মহা বিপৰীত।
হৰিবো ৰূপত ইচ্ছা নাই, দাস সেৱা মাগে তাঙ্ক পাই,
ইহাক উত্তম শীল জানি সাধা হিত॥

---

## শিক্ষা।

গুৰু দেন্ত উপদেশ চয়, শিষ্যে গুণ বুদ্ধি নলৱয়,
যাতো শিষ্য মনে কৰিবে নোৱাৰে সাৰ।
গুৰু তভো পুনু শিক্ষা দেন্ত, আপুনাৰো মত দেখাৱন্ত,
মহন্তে প্ৰাকৃত শিক্ষা নাম থৱে তাৰ॥
গুৰু ভক্তি উপদেশ দেন্ত, শিষ্যে সদ্বুদ্ধি মনে লন্ত,
তথাপিতো কোন বেলা মহামোহ পাৱে।
ভেদ কৰিবাক নপাৰয়, জ্ঞান ভকতিক ঝপাই কয়,
ইহাক মধ্যম শিক্ষা বুলি শাস্ত্ৰে কৱে॥
জ্ঞান কৰ্ম্ম কষ্ট পৰিহৰি, হৰিত মনক নিষ্টা কৰি,
গুৰু উপদেশে একান্ত সন্তক মানে।
সন্তৰ দাসকো সেৱা কৰে, তাসম্বাৰ মত মনে ধৰে,
মহন্তে উত্তম শিক্ষা বুলি আক জানে॥

---

## স্বভাৱ।

শাস্ত্ৰাচাৰ্য্য উপদেশ সাৰ, শিষ্যকো শিখাৱে বাৰম্বাৰ,
তত্ত্ব ৰূপে শিষ্যে ধৰিবাক নপাৰয়।
কোন গুণ কোন দোষ চয়, মনে বিচাৰিয়া নপাৱয়,
প্ৰাকৃত স্বভাৱ ইহাক শাস্ত্ৰে কহয়॥
গুণ দোষ জানে যিটো জন, কৃষ্ণৰ চৰণে দিয়া মন,
হৰি ভক্তি ৰসে কেৱলে মাত্ৰ ৰময়।
যেন বায়ু আকাশক পাই, ভাল মন্দ গন্ধ তেজি যাই,
আনকো পবিত্ৰ স্বতসে জানা কৰয়॥
লৌকিক বৈদিক কৰ্ম্ম চয়, ভকতিক পায়া তেজি ৰয়,
কেৱল গুৰুক মাত্ৰ কৰে সতকাৰ।
ভাল শুদ্ধ বুদ্ধি তাৰ ভৈল, গুৰু সেৱা কৰি যাতো ৰৈল,
উত্তম স্বভাৱ আক জানা সাৰে সাৰ॥

ইতো নৱবিধ মহাগুহ্য, মহন্ত সববো মহাপূজ্য,
ইহাকে জানিয়া ৰহন্ত ভকতি পাৱে।
সন্তৰ কৃপাক অনুসৰি, তাসম্বাৰ পদধূলি ধৰি,
পৰম আনন্দে মিশ্র কবিৰত্নে গাৱে॥

---

শৰণ।

চবি।

অৰ্জ্জুনৰ আগে হৰি, কহিলন্ত নিষ্ট কৰি,
মোত তুমি সখি দিয়া মন।
হুয়োক আমাৰ ভক্ত, মোক পূজা অবিৰত,
গন্ধ পুষ্পে কৰিয়া যতন॥
কৰা মোক নমস্কাৰ, সত্যে কৰো আঙ্গীকাৰ,
তুমি মোৰ লভিবা স্বৰূপ।
তুমি মোৰ প্ৰাণ বন্ধু, তৰা ইতো ভবসিন্ধু,
পুনু নলভিবা ভবকূপ॥
তাতে কৰি গুহ্যতম, পুনু কহোঁ নিৰুপম,
আক তুমি শুনা সাৱধানে।
তুমি বিনা নাহি আন, মোৰ বিশ্বাসৰ থান,
তাক সত্য বুলি গুণা মনে॥
সৰ্ব্ব ধৰ্ম্ম পৰিহৰি, একান্ত বিশ্বাস কৰি,
এক দেৱ মঞিঁ মোক মানি।
আমাত শৰণ লৈয়ো, শোক মোহ দূৰে থৈয়ো,
তযু পাপ কৰিবোঁহোঁ হানি॥
গুণময় মায়া মোৰ, জ্ঞানক কৰিবে চোৰ,
যাতো মোৰ শকতি হোৱয়।
আমাত শৰণ যিটো, লয়ে মায়া তৰে সিতো,
আনে তৰিবাক নপাৰয়॥

অক্রূৰে বোলন্ত হৰি, কহো আমি নিষ্ট কৰি,
কোনেনো পণ্ডিত বোলাইবেক।
তোমাৰ শৰণ তেজি, বিষয় ৰসত মজি,
আন দেৱতাক ভজিবেক॥
ভকতৰ প্ৰিয়তম, নাহিকয় তজু সম,
সকামীৰ কাম কৰা দূৰ।
নিষ্কামী দাসকো তুমি, আপুনাকো দিয়া স্বামী,
কৃপা কৰি ভব কৰা দূৰ॥
কৃষ্ণৰ চৰণে ধৰি, উদ্ধৱে মিনতি কৰি,
বোলে প্ৰভু কমল লোচন।
তোমাৰ চৰণ পদ্ম, সমস্ত আনন্দ সদ্ম,
সন্তে লৱে তাহাতে শৰণ॥
ভকতৰ সেৱা সুখ, তৰে সংসাৰৰ দুখ,
ভকতৰ তুমি হুয়া বন্ধু।
জ্ঞানী কৰ্ম্মী নলভয়, মায়ায়ে বঞ্চিয়া থয়,
নতৰয় সিতো ভবসিন্ধু॥
তোমাৰ প্ৰসাদ পাই, ভক্তে মায়া তৰি যাই,
আৰু তুমি হৱাহা অধীন।
যশোদাৰ বান্ধ লৈয়া, গোপীৰ আজ্ঞাত ৰৈয়া,
বলিৰ দুৱাৰে প্ৰতিদিন॥
ইতো প্ৰভু নুহি চিত্ৰ, বানৰেও ভৈলা মিত্ৰ,
কেৱল শৰণ লৈলে মাত্ৰ।
ৰামচন্দ্ৰ ৰূপে হৰি, কৃপালু গুণক ধৰি,
পশুকো কৰিলা ভক্তি পাত্ৰ॥
এতেকে তোমাক তেজি, কোন আন দেৱ ভজি,
পাসৰিবে তজু উপকাৰ।
যিতো অন্তৰ্য্যামী হৰি, চৰাচৰ আছা ধৰি,
যাত বিনা বস্তু নাহি আৰ॥

বাহিৰে ভিতৰে হৰি, তুমি গুৰু ৰূপ ধৰি,
শিষ্যক দিয়াহা উপদেশ।
তথাপিতো যিতো নৰে, তোমাৰ শৰণ তেজি,
তাৰ মুগুচয় ঋণ শেষ॥
নৰসিংহ পুৰাণত, ঈশ্বৰো এহিমত,
বাসুদেৱ যিজনে বোলয়।
শৰণ তোমাত লৈলে, দেৱ আশা দূৰে থৈলে,
তাৰ হৰা সংসাৰৰ ভয়॥
যমে তাত বোধ দেন্ত, দূত কৰ্ণ মূলে কন্ত,
সবাৰে হাততে পাশ দেখি।
অভক্তৰ অধিকাৰ, জানা মঞি সাৰে সাৰ,
তাসম্বাক আনা লেখি লেখি॥
শৰণ লৱয় যিতো, মধুসূদনৰ সিতো,
বল্লভ হোৱয় আতিশয়।
তাসম্বাৰ তেজা পাশ, যদি জীবে কৰা আশ,
নিষ্টে মঞি কৈলো দূত চয়॥
গৰুড় পুৰাণে হৰি, কহিলন্ত নিষ্ট কৰি,
যিতো জনে ধ্যান বিবৰ্জ্জিত।
হৰিত শৰণ লৈয়া, ভকতি ৰসক পায়া,
সাধিলেক আপুনাৰ হিত॥
নাৰদ পুৰাণে হৰি, কহি আছা নিষ্ট কৰি,
যিটোজনে শৰণ লৱয়।
কমল লোচন হৰি, গোবিন্দ বামন সদা,
নৰসিংহ বচন বোলয়॥
শৰণ পশিলোঁ হৰি, লৈয়ো মোক দাস কৰি,
এহি বাক্য সততে বোলয়।
শুনিয়া তাহাৰ বাণী, সংসাৰক কৰো হানি,
সিতো মোৰ প্ৰিয় আতিশয়॥

# ভট্টদেৱ।



এওঁৰ পিতৃমাতৃয়ে থোৱা নাম বৈকুণ্ঠনাথ; কবিৰত্ন, ভাগৱত ভট্টাচাৰ্য্য বা ভট্টদেৱ তেওঁৰ উপাধি। বৰপেটা মহকুমাৰ ভেড়াগাৱঁত ১৫৫৮ খৃষ্টাব্দৰ ওচৰাওচৰি কোনো সময়ত তেওঁৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম কবিসৰস্বতী, মাতৃৰ নাম তাৰাদেৱী। কবিসৰস্বতী এজনা প্ৰসিদ্ধ বৈদান্তিক ব্ৰাহ্মণ পণ্ডিত আছিল। বৈকুণ্ঠনাথে বড়নগৰৰ প্ৰসিদ্ধ পণ্ডিত গোপাল দেৱৰ টোলত সংস্কৃত শিক্ষা লাভ কৰে। তেওঁ অলপ দিনৰ ভিতৰতে বহুত সংস্কৃতৰ শাস্ত্ৰ অধ্যয়ন কৰে, বিশেষকৈ ভাগৱতত তেওঁৰ বৰ ব্যুৎপত্তি জন্মে। শিক্ষা শেষ কৰি সেই সময়ৰ অসমৰ বৈষ্ণৱধৰ্ম্ম প্ৰচাৰক দামোদৰ দেৱত শৰণ লয় আৰু তেওঁৰ অনুমতিতে কথা-ভাগৱত ৰচনা কৰে। ভট্টদেৱে ১৫৯৩ খৃষ্টাব্দত কথা ভাগৱত লিখিবলৈ আৰম্ভ কৰি ১৫৯৭ খৃষ্টাব্দত তাক শেষ কৰে। দামোদৰদেৱে তেওঁৰ মৃত্যুৰ সময় ভট্টদেৱক পাটবাউসী সত্ৰৰ অধিকাৰ পাতি তেওঁৰ মূৰত ধৰ্ম্মভাৰ অৰ্পণ কৰে। সেই সত্ৰত কিছু দিন থাকি ভট্টদেৱ তাৰ পৰা ব্যাসকুচিত এখন সত্ৰ স্থাপন কৰি তালৈ যায় আৰু তাতে ১৬৩৮ খৃষ্টাব্দত বৈকুণ্ঠগামী হয়। এওঁৰ ৰচিত প্ৰধান পুথিবিলাক এই:—কথাভাগৱত, কথাগীতা, কথাৰত্নাৱলী এই তিনিখন অসমীয়া গদ্যত লিখা; ভক্তি-সাৰ, ভক্তিবিবেক, শৰণ-সংগ্ৰহ এই কেইখন সংস্কৃতত লিখা; প্ৰসঙ্গমালা আৰু গুৰুবংশাৱলী অসমীয়া পদ্যত লিখা।

## কথা ভাগৱত।

(১০ ম—৮৭ অ।)

### বেদস্তুতি।

স্বভক্ত দ্বিজ শুশ্ৰূষা সৰ্ব্বধৰ্ম্মাধিকা শুভা।<br>
যেনোক্তা ব্ৰহ্মপৰমা বেদমাৰ্গাস্তমাশ্ৰয়ে॥

সাতাশী অধ্যায়ে বেদস্তুতি কহিবা। ৰাজা পুচন্ত হে শুক নিৰ্গুণ ব্ৰহ্মত, সগুণ ব্ৰহ্ম কেমনে প্ৰবৰ্ত্তে, আৰু মোত কহা। শুকে কহন্ত, ঈশ্বৰ ভগৱন্তে

প্ৰলয়ত নিৰুপাধি জীৱসব, ধৰ্ম্ম অৰ্থ কাম মোক্ষাৰ্থে, বুদ্ধি ইন্দ্ৰিয় মন প্ৰাণ স্ৰজন্ত, এতেকে বেদ সগুণ। ভগৱন্ত নিৰ্গুণ, সৰ্ব্বজ্ঞ সৰ্ব্বশক্তি সৰ্ব্বোপাস্য সৰ্ব্বনিয়ন্তা সৰ্ব্বকৰ্ম্ম ফলদাতা, সকল কল্যাণ গুণৰ আশ্ৰয়। সদা চিদানন্দক বিস্তৰ স্তুতি কৰে, তেবে জীৱে উপাধি এৰি চিদাংশে একত্ব হৱে। আক যি শ্ৰদ্ধায়ে ধৰে সি কুশল পাৱে। আত নাৰায়ণ নাৰদ সংবাদ কহো।

একদিনা নাৰদ ঋষি নাৰায়ণক দেখিবে তান আশ্ৰমক গৈলা। যি লোক-হিতাৰ্থে আকল্পান্ত তপ কৰিবে লাগিছা, তাত কলাপ গ্ৰামবাসী মুনিসবে আবৃত হুয়া নাৰায়ণ বসিছন্ত। নাৰদো প্ৰণাম কৰি তুমি যি পুচিলা আকে পুচিলন্ত। নাৰায়ণো চাৰি সিদ্ধৰ সংবাদ তুলি কহন্ত, হে নাৰদ! পূৰ্ব্বত জন লোকত ব্ৰহ্মাৰ সত্ৰত সনকাদি চাৰি সিদ্ধৰ সংবাদ হৈল। যদি বোলা তেবে মঞিও কিয় নাজানিলোঁ, তাত শুনা। তুমি শ্বেত দ্বীপত মোৰ মূৰ্ত্তি অনিৰুদ্ধক দেখিবে গইছিলা, তুমি মোত যি পুচিলা, তাৰাও এই প্ৰশ্ন কৰিলা। যদ্যপি তাৰাসব সমান জ্ঞানী হয়, তথাপি একজনক বক্তা কৰি, তিনিজন শ্ৰোতা ভৈল। তাত সনন্দনে কহন্ত, প্ৰলয়ত ভগৱন্তে স্বসৃষ্ট জগতক সংহৰি শক্তিগণ সমে শয়ন কৰন্ত। তাৰ অন্তত প্ৰথম নিশ্বাসত জাত হুয়া শ্ৰুতিগণে তান মহিমা কহিয়া বোধ কৰান্ত, যেন ৰাজা নিদ্ৰা গৈলে, স্তাবকসবে উষা সময়ত আসি, পৰাক্ৰম কহি বোধ কৰে, তেমনে শ্ৰুতিসবো স্তুতি বোলয়। হে অজিত! জয় জয়, আপুনাৰ মহিমা প্ৰকাশ কৰা, সকল জীৱৰে অবিদ্যা হৰা। যদি বোলা কিসক গুণবতী নাশ কৰিম, তাত শুনা যেন বেশ্যা পুৰুষৰ ধন হৰিতে গুণক ধৰে, তেমনে জীৱৰো আনন্দাদিক আবৰিবাৰ অৰ্থে সে গুণক ধৰিছে, এতেকে বধিব লাগে।

যদি বোলা তেবে মোকো আবৰিব, তাইক বধি; তোমাতো বাকী শক্তি আছে। তাত শুনা, তুমি স্বতসে সকল ঐশ্বৰ্য্য পায়াছা, মায়াকো বশ্য কৰিছা। যদি বোলা তেবে জীৱে বা কিসক জ্ঞান বৈৰাগ্য বলে নাশ কৰে, তাত শুনা। তুমি সে সকলো জীৱক জ্ঞানাদি শক্তি বোধ কৰাৱা, এতেকে তাৰা স্বতন্ত্ৰ নহে। আমাক প্ৰমাণ লৱা। যেখন তুমি অখণ্ড ঐশ্বৰ্য্য হুয়ো মায়া সমে সৃষ্টি আদি কাৰ্য্যত প্ৰবৰ্ত্তা, তেখন আমি সকল বেদগণে তোমাক প্ৰতিপাদন কৰি। যদি বোলা মোক কৈত প্ৰতিপাদন কৰা, ইন্দ্ৰ চন্দ্ৰাদি দেবকে সে ঈশ্বৰ বুলি কহা, তাত শুনা। ইন্দ্ৰাদি সকল জগত তুমি ব্ৰহ্ম হন্তে উৎপত্তি হয়, তোমাত প্ৰলয় যাই, তথাপি তোমাৰ বিকাৰ নাই। যেন মৃত্তিকা হন্তে ঘটাদিৰ উদ্ভৱ নাশ হৱে, তেমনে তোমাক বেদে কহে। এতেকেসে ঋষিসবে বাক্যে মনে তোমাত প্ৰবৰ্ত্তে। আত দৃষ্টান্ত শুনা,

যেন ভূচৰ প্ৰাণী শিলা বৃক্ষ পৰ্ব্বতত ভৰি দিলেও পৃথিবীক এড়ি নাযাই, তেমনে বেদে নানাদেৱতাক কহন্তেও সৰ্ব্বকাৰণ তোমাকেসে প্ৰতিপাদন কৰে। আত সন্তৰ সদাচাৰে প্ৰমাণ দেখাওঁ। হে গুণ মায়াৰ অধিপতি, বিবেকীসবে তোমাক সৰ্ব্বকাৰণ জানি তোমাৰ কথামৃতসাগৰ সেৱা কৰি, সকল পাপ তাপ পৰিত্যাগ কৰে, তেবে তোমাৰ কথাত সৰ্ব্ব পাপ ত্যাগ হয়, তাক কি বুলিবোঁ। স্বৰূপ জ্ঞানে ৰাগ লোভাদি এড়ি সততে তোমাক সেৱা কৰে। এই দুই প্ৰকাৰে যি মনুষ্যে তোমাক নভজে, সি অৱশ্যে আত্মাঘাতি অসূৰ্য্যা নাম নৰকত পৰে। যদি তোমাক ভজে তেবে সফল জীৱন হয়। অন্যথা পুনু ভাঠি হেন নিশ্বাস কাঢ়ে। যদি বোলা অভক্ত জনৰো কামাদি সুখ দেখি, তাত শুনা। তুমি কাৰ্য্যকাৰণ সকল জগতকে অনুগ্ৰহ কৰিছা, এতেকে জীৱন হেতু তোমাৰ অনাদৰে বিষয় ভোগো নঘটে। আৰু অন্নময়, প্ৰাণময়, মনোময়, বিজ্ঞানময়, আনন্দময়, এই পঞ্চ কোষতো প্ৰবেশ হুয়া সেই সেই ৰূপে প্ৰবেশ কৰা, তথাপি সেই সমে তোমাৰ সঙ্গ নাই, যাতো সবাতে পৰব্ৰহ্ম, পশ্চাতে থিতি হুয়া যেন শাখাক লক্ষ্য কৰি চন্দ্ৰক দেখাৱে, তেমন শুদ্ধ স্বৰূপ জনাইতে সে পঞ্চ কোষত প্ৰবেশ কৰে। কতো যোগীসবে ঋষি উপদেশে উদৰক অবলম্বি মণিপুৰ চক্ৰত তোমাক উপাসা কৰে। কতোসবে হৃদয়ক অবলম্বি সূক্ষ্মৰূপক চিন্তে। তেবে সুষুম্নাদ্বাৰে তোমাৰ স্বৰূপক পাৱে। যাক পায়া পুনু মৃত্যুৰ মুখ সংসাৰত নপড়ে। যদি বোলা মোৰ হৃদয় সম্বন্ধ হৈল, তেবে জীৱত কৰি কি বিশেষ হৈলোঁ, তাত শুনা। যেন অগ্নি নানা কাষ্ঠতনানা ৰূপে প্ৰকাশ কৰো, তুমিও তেমনে স্বসৃষ্ট নানা দেহত প্ৰবেশি নানা ৰূপে প্ৰকাশ কৰা।

এতেকে বিনাশী দেহতো তোমাৰ স্বৰূপ সত্য সম একৰস, আক নিৰ্ম্মল-মতি সবে জানে। এহি হেতু তোমাৰ উপাধি কূটৰ তাৰতম্য নাই। অখণ্ড ঐশ্বৰ্য্যে জীবৰ উপাস্য হৱা। এতেকে আমি বেদগণে তোমাৰ চৰণ ভজনক উপদেশ বোলোঁ। আপুনাৰ কৰ্ম্মে উপাৰ্জ্জিত নানা দেহত প্ৰবৰ্ত্তমান জীৱক সৰ্ব্বশক্তিধৰ, তোমাৰ অংশ বুলি কহে। এমনে যাৰ স্বৰূপক বিবেকীসবে বিচাৰি অৰ্চ্চন বন্দন কৰি পৰম বিশ্বাসে তোমাৰ চৰণ উপাসা কৰে, যাত হন্তে সংসাৰ দূৰ হৰে। কতো-সবে বোলয় ভক্তি অল্প পৰম সাধন, তাক তুচ্ছ মানি ভক্তিক গৰিষ্ঠ কৰো। হে ভগৱন্ত! ৰিৰলসবে তোমাৰ চৰিত্ৰ অমৃত শ্ৰৱণ কীৰ্ত্তন কৰি সকল শ্ৰমক দূৰ কৰে, মোক্ষকো ইছা নকৰে, আনক নকৰিব তাক কি বুলিবো। যাতো সাধু সঙ্গত কথাৰ সুখে পূৰ্ব্বসিদ্ধ গৃহাদি সুখকো উপাসা কৰিছে। এতেকে তোমাৰ কথামৃত সাগৰত বিহাৰ কৰিতে ধৰ্ম্ম অৰ্থ কাম মোক্ষকো তৃণ হেন দেখে।

এতেকে লোকে শ্ৰীকৃষ্ণক শ্ৰৱণ কীৰ্ত্তন স্মৰণ কৰিব। যাতো যোগীসবে প্ৰাণ মন ইন্দ্ৰিয়ক দমি যোগ অভ্যাসে যাক পাৱে, তাক শত্ৰুসবে বৈৰ ভাৱে স্মৰণতে পায়াছে। গোপীসবে কামভাৱে স্মৰণতে পায়াছে। আমি বেদগণো সমভাৱে তোমাৰ চৰণ চিন্তি তাক পায়াছি। তোমাৰ স্মৰণৰ এহুয় মহিমা যোগী কামী বৈৰী সমদৰ্শী সবাকে তোমাক পৱাৱে। হে পৰমেশ্বৰ! তোমাক জনাও দুস্কৰ, যাতো তুমি পূৰ্ব্ব সিদ্ধক, ইদানীক লোকে কেমনে জানিব। তোমাত হন্তে সে ব্ৰহ্মা জাত হুয়াছা। ব্ৰহ্মাৰ পাচতেসে দেৱতা হুয়াছা। এতেকে তোমাৰে লোকৰে অনেক অন্তৰ। প্ৰলয়ত যদি বিস্তৰ অন্তৰ নাই, তথাপি তাত জ্ঞান সাধন কাৰ্য্য কাৰণ দেশ কাল পাত্ৰ কিছো নেদেখি। এতেকে তোমাত এক শৰণ লৈয়া শ্ৰৱণাদি ভক্তি সে সুকৰ, জ্ঞান সুকৰ নহে। যাতো উপদেশ দাতাতো বিস্তৰ ভ্ৰম দেখি। তাত শুনা, বৈশেষিকসবে অসন্ত জগতৰ উৎপত্তি কহে। পাতঞ্জলসবে সন্ত ব্ৰহ্মাৰে জন্ম কহে, নৈয়ায়িকসবে অসন্ত ঈশ্বৰ বিনাশ কৰে, সাংখ্য মতে আত্মাৰ ভেদ কহে, মীমাংসকসবে কৰ্ম্মফলকে নিত্য কহে। যদি জ্ঞানময় পুৰুষ হয় তেবে সবে ঘটে, সি পুনৰ জ্ঞানতেসে বোলে। তুমি পৰমেশ্বৰত অজ্ঞান নঘটে, এতেকে আমি তোমাৰ নাম লৈয়া কৈসানিনো মুক্ত হৈবো? যদি বোলা যেবে মিথ্যা জগত উৎপত্তি নহে, তেবে পুৰুষৰ স্বগুণময় নঘটে। জগত সত্য হৈলে কেমনে নঘটিব।

তাত শুনা, তুমি সত্যৰ সকাশত পুৰুষৰে পৰা মিথ্যা প্ৰপঞ্চ প্ৰকাশ কৰে। তোমাৰ ৰূপ বুলিসে জ্ঞানী সবে প্ৰপঞ্চ কহে পৃথকে নকহে। যেন সুবৰ্ণৰ বিকাৰ কুণ্ডলাদিক লোকে সুবৰ্ণ বুলি ধৰে, তেমনে তথু কাৰ্য্য বিশ্বকো তুমি বুলি কহে। যদ্যপি আমি বেদে তোমাৰ জ্ঞানক সাক্ষাতে কহিছি, তথাপি যিতো মোক সেৱা কৰে, সেই সে মৃত্যু সংসাৰ তৰে। অভক্তক পুনু বেদ জড়িয়ে পশুক হেন বন্ধন কৰে এতেকে তোমাত যি প্ৰীতি কৰিছে, সি পুনু আনক আপুনাক পবিত্ৰ কৰে। বিমুখ সবে পুনু আপুনাক নপাৰে, কেমনে আনক পৱিত্ৰ কৰিব। এতেকে জানিবা হৰি ভক্তি বিনে তপ জপ তীৰ্থ ব্ৰত, যাগ যজ্ঞাদি মোক্ষ নঘটে। হে ভগৱন্ত! তুমি ইন্দ্ৰিয় সম্বন্ধ ৰহিত হৈলেৰো সৰ্ব্বলোকৰ শক্তি ধৰা। এতেকে ব্ৰহ্মাদি আপুন পক্ষ হুয়ো তোমাক সেৱা কৰে। যেন মণ্ডলপতিসবে মহাৰাজাক কৰ যোগাৱে, তেমনে দেৱগণো তোমাৰ আজ্ঞা কৰে। হে বিমুক্ত! যেমন তোমাৰ মায়া বিহাৰ কৰিতে ইচ্ছা হয়, তেমনে পূৰ্ব্বকৰ্ম্ম অনুসাৰে স্থাবৰ জঙ্গম জীৱ সব জাত হয়। কৰ্ম্মানুসাৰ বিনে সম ঈশ্বৰত বিষম সৃষ্টি নঘটে। হে নিত্য যদি অনন্ত নিত্য

সৰ্ব্বগত জীব হয়, তেবে তোমাৰ বিষম নঘটে। যদি তোমাত হন্তে জাত হৱে তেবে ঘটে। যদি বোলা সেই মঞি কেনে তাক কহিতে নাপাৰি। যাতো তুমি বচনৰ অগোচৰ। হে পৰমেশ্বৰ! তোমাক প্ৰকৃতিপৰ অজ বুলি কহিছে। যেন জল বুদবুদ কেবল জল, কেবল বায়ু নোহে কিন্তু দুইৰ সংযোগে হোৱে, তেমনে কেবলে প্ৰকৃতি কেবলো পুৰুষ হন্তে ভাৱে সম নোহন্ত, কিন্তু দুইৰ সংযোগে সে হৱে। যেন পুষ্পৰ অনেক ৰস, মধুতলী ন হুয়া থাকে, পৃথক কৰিতে নাপাৰি, তথাপি তাৰ ভেদ আছে। তেমনে প্ৰলয়ত জীবসব তোমাত লয় যান্ত, অবিদ্যাসমে অন্তৰ আছে। যেবে গুৰুৰ কৃপায় মুক্তি পাৱে তেবেসে জলত জল হেন তোমাত আত্যন্ত লয় হৱে।

এমনে জীবসব মুক্তি বিনে ঈশ্বৰ হন্তে সৃষ্টি প্ৰলয় পায়া সংসাৰত ফুৰে। আক জানি সদ্বুদ্ধি সবে তোমাত ভক্তি কৰে, যাত হন্তে সংসাৰ ভ্ৰমৰ দূৰ হৱে। কালো তাক ভয় নকৰাৱে। সিয়ো হৰি ভক্তি মন নিয়মিলেসে হয়। এতেকে পুৰুষে সদগুৰুক উপাসা কৰোক। আত বিনে আন মতে মনক নিয়মা নাযাই। যেন বণিজসবে কৰ্ণধাৰ বিনে সাতাৰ নাপাৰে, তেমনে গুৰুসেৱা বিনে সংসাৰ তৰা নাযাই। গুৰু উপদেশে অনায়াসে তৰে। এমনে গুৰুসেবা কৰি সৰ্ব্বানন্দময় তোমাক পাইলে, তুচ্ছ বিষয়ত কি কাৰ্য্য আছে। আক জানি যি স্ত্ৰী সমে মৈথুন কৰ্ম্মত প্ৰবৰ্ত্তে, তাক আশাৰ বিনাশী বিষয় সুখে কি আনন্দ কৰাইব। এমনে বিবেকীসবে বিষয় বৈৰাগ্য কৰি গুৰু উপদেশেও তত্বক জানি সৎসঙ্গ আশায়ে তীৰ্থক্ষেত্ৰ কৰি ফুৰে, কদাচিতো বিষয় সেবা নকৰে। উত্তম জনে নকৰিব তাক কি বুলিম। একবাৰ যি তোমাত মন দিছে, সিয়ো পুৰুষৰ সাৰহৰ গৃহক সেৱা নকৰে। যদি বোলা বেদ কৰ্ম্মপৰ হৈলে যি উপনিষদসবে কৰ্ম্ম নকহে সি নিষ্ফল হৈল। যাতো জৈমিনি আচাৰ্য্যে বেদক কৰ্ম্মপৰ কৰি কহিছে। এতেকে উপনিষদ সবৰো সেই সে যুক্ত হয়। বৃত্তিকাৰো যজ্ঞ ফলক কৰ্ত্তা প্ৰতিপাদন কৰি উপনিষদৰ নিৰাকাংশ কহিছা, ইমত কদাচিত নহে। যাতো বেদে কহে এক অদ্বিতীয় ব্ৰহ্ম বিজ্ঞান আনন্দময় এতেকে অদ্বিতীয় পৰমানন্দৰ কৰ্ম্মাঙ্গ যুক্ত নহে। এই হেতু তাৰাৰো ইমত নহে। তাতে যদি প্ৰপঞ্চ সত্য হয় তেবে বা ঘটে। এতেকে প্ৰপঞ্চৰ অসত্যতা প্ৰশ্নোত্তৰে দেখান্ত। ই জগত সত্য, যাতো সত্য ব্ৰহ্মাত জাত হুয়াছে। যেন সুবৰ্ণ জাত কুণ্ডলাদিক সুবৰ্ণ বুলি। যদি অভেদ সাধে, তেবে জাত হুয়াছে পদে ভেদ হৈল।

যদি বোলা অভেদ নসাধে, কিন্তু ভেদকেসে নিষেধো, তেবে অভেদ হৈব। সিয়ো নঘটে। কোনো ঠাই জাত হৱা বস্তু পিতৃ পুত্ৰাদিত ভেদ দেখিছে। যদি

বোলা উৎপন্ন পদে মঞি উপাদান সে কহিলোঁ, নিমিত্ত নকহোঁ, তাত শুনা—কোনো ঠাই গুণ উপাদান হন্তেও সর্পক মিচা দেখি, তাতো যদি দেখা কেবল গুণ মাত্র, সর্পৰ উপাদান নহে কিন্তু অজ্ঞানতেসে হুয়াছে। তাত শুনা তেমনে আতো অজ্ঞান বুজিবা। তেবে একোমতে প্রপঞ্চ সত্য নহয়। তথাপি যদি বোলা মিচা হৈলে কেনে কার্য্য কৰে, আৰ উত্তৰ শুনা। কোনো ঠাইত মেচকিয়া টকাৰো ক্রয় বিক্রয় কৰে। আৰো যদি বোলা এক ঠাই থাকিলে সে আৰ ঠাই আৰোপ ভ্রম ঘটে, সঙ্গে নথাকিলে কেমনে ভ্রম হৈব, তাত শুনা। অন্ধ পৰম্পৰাও মিথ্যা ভ্রমো প্রবর্ত্তে, পৰমার্থত নঘটে। যদি বোলা মিচা হৈলে কিসক বেদে কর্ম্মফল কহে, তাত শুনা। কর্ম্মজাত সবক বেদো ভ্রম মাত্র কৰাৰে, পৰমার্থত সত্য কৰি নকহে। এতেকে প্রপঞ্চক সত্য কৰিতে কিছো সাধন নাই। অসত্যক লাগি অনেক কহো। ই বিশ্বখান সৃষ্টিৰ পূর্ব্বত নাছিল, প্রলয়ৰ অন্তত নুহিবেক। এতেকে মধ্যত মিথ্যা হুয়ো তোমাত প্রকাশ কৰে। এতেকে আক যি সত্য কৰি কহে তাক অজ্ঞান বুলি। যদি বোলা মিথ্যা প্রপঞ্চ সমে জীবৰ সম্বন্ধ গন্ধো নাই তেবে কিয় সংসাৰত ফুৰে, কেনে বা ঈশ্বৰ নিত্য মুক্ত, জীব বা কেনে নিত্য বন্ধ। তেবে কিসক লাগি বা কর্ম্মকাণ্ড বিহিলা। আৰ উত্তৰ শুনা, জীৱ পুৰুষে মায়ায়ে অবিদ্যাক আলিঙ্গি দেহাদিক মোৰ বোলে। এতেকে আনন্দাদি ৰহিত হুয়া সংসাৰত ভ্রমে।

এতেকে তাৰ নিমিত্তে কর্ম্মকাণ্ড বিহিছে। তুমি পুনু মায়াক বস্তু কৰি নমানা। এতেকে পৰমেশ্বৰত প্রকাশ কৰা। হে ভগৱন্ত! যি সন্যাসীসবে পুত্র ভার্য্যা সঙ্গ এড়িও মনৰ কাম বাসনা নেড়ে সি কদাপি তোমাক নপাৱে। যেন কণ্ঠত মণি থাকিতেও পাশৰিলে অপ্রাপ্য হয়, তেমনে হৃদয়ত থাকিতেও তোমাক নাপাৱে কিন্তু ইহলোকে দুঃখ মাত্র পাৱে। যদি বোলা সন্যাসীৰ কিছো কষ্ট নাই তাত কেনে বৃথা তাপ কৰা। দুয়ো লোকত ভ্রষ্ট হৈল বুলি, তাত শুনা—যি তোমাক সাক্ষাতে জানে সি পাপ পুণ্যৰ ফল সুখ দুখক অনুসন্ধান কৰে। তেবে বিধি নিষেধৰো অধিকাৰ গুছে। নুহি সন্তৰ উপদেশে অনবৰতে তোমাৰ কথাক শ্রৱণ কৰে, সিয়ো গুণ দোষৰ হাত এড়াৱে।

যি যোগৰ চলে ইন্দ্রিয়ক প্রীতি কৰে, তাৰে সে লোকত দুখ নুগুছে। হে পৰমেশ্বৰ ভগৱন্ত! তোমাৰ অন্ত ব্রহ্মাদিও নপাৱে, তুমিও নপাৱা। যদি বোলা তেৱে মোৰ কেমনে সর্ব্বজ্ঞ সর্ব্বশক্তি ঘটে তাত শুনা। যাতো অন্ত নাই। যেন শশাৰ সিংহ নাজানিলে সর্ব্বজ্ঞ নুগুছে। তেমনে অনন্ত পদে তোমাৰ অন্ত নাপাই।

যেন আকাশৰ ধূলা উড়াই, তেমনে তোমাত সপ্তাবৰণ সমে কোটি কোটি ব্ৰহ্মাণ্ড একে লগে ফুৰে। এতেকে বেদসব তাৎপৰ্য্যে তোমাত সীমা পড়ে। সাক্ষাতে কহিতে নাপাৰে। যাতো সগুণৰ গুণৰ অন্ত নাই। নিৰ্গুণক মনে বাক্যে নাজানে। এতেকে অত নিৰিষণ মুখে তোমাত পৰ্য্যবসান হুয়। এতেকে আমৰা জয় জয় কৰি তোমাৰ পাদ পদ্ম ভজোঁ। নাৰায়ণে বোলন্ত জানা নাৰদ এমনে ব্ৰহ্মাৰ পুত্ৰ সবে বেদ স্তুতি কথা শুনি তিনিয়ো সনন্দনক অৰ্চ্চা কৰিলা। এই কথা পুনু নিঃশেষ বেদৰ তাৎপৰ্য্য ৰহস্য। মহাত্মা মুনিসবে উদ্ধাৰ কৰিছে। তুমি আক শ্ৰদ্ধায়ে ধৰা।

শুকে কহন্ত, হেন শুনি নাৰদ কৃতাৰ্থ হুয়ো শ্ৰুত অৰ্থক মনত চিন্তিলা। কৃষ্ণৰ অৱতাৰ মানি নাৰায়ণক প্ৰণাম কৰিলা। তান শিষ্যসবকো নমস্কাৰ কৰি মোৰ সাক্ষ্যাত পিতৃ ব্যাসৰ ঠাই আসিলা। ব্যাসো নাৰদক দেখি উঠিয়া সতকাৰ কৰিলা। নাৰদো এই কথা তান্ত কহিলা। মইও তোমাৰ প্ৰশ্নত তাক কহিলোঁ। যি ভগবন্তে জগতৰ সৃষ্টি স্থিতি সংহাৰক আলোচন কৰন্ত, আদি অন্ততো মধ্যতো প্ৰবৰ্ত্তন্ত, প্ৰকৃতি পুৰুষকো নিয়মন্ত, বিশ্বকো স্ৰজিয়ো প্ৰবেশ হৱন্ত, প্ৰতিপালো কৰন্ত জীৱকো ভোগ কৰান্ত, উপাসক সকলকো মোক্ষ দেন্ত, হেন হৰিক তোৰা সততে ভজা, যাত হন্তে সকল ভয় দূৰ হৱে। যাতো স্বৰূপ থিতিয়ে মায়াক দূৰ কৰিছা।

যাৰ পাদপদ্ম সকল দেৱৰ শিৰ ৰত্নত প্ৰকাশ কৰে, যি কৰ্ম্মিক ভোগ দেন্ত, ভক্তকো মোক্ষ দেন্ত, হেন মাধৱক মঞি প্ৰণাম কৰো। শ্ৰীভাগবত-কথায়াং দশম স্কন্ধে সপ্তাশীতিতমোঽধ্যায়ঃ।

হে সাধুসব! ই বেদস্তুতি কথা পৰম গহন। তাত মই অল্পমতি, তথাপি দামোদৰৰ আজ্ঞায়ে টীকা ভাষ্য সমন্বিত কৰি সংক্ষেপে কিছো নিবন্ধিলোঁ। সামান্য দুৰ্ব্বোধ ভয়ে বিস্তৰ নিলিখিলোঁ। তাক তোৰা আপুনি জানা। এতেকে আত নিন্দা নুবুলি কৃষ্ণকথা বুলি অনুমোদন কৰিবা। যাতো সাধুৰ এহুয় স্বভাব। বিশেষত কৃষ্ণকথা বিনে সংসাৰ তৰিতে আন উপায় নাই। এতেকে সাধুসবে একে কথাকে লোক অনুগ্ৰহাৰ্থে নানাৰূপে শ্ৰৱণ কীৰ্ত্তন কৰে। যাতো পুৰুষৰ এই মানে কৰ্ত্তব্য।

হে কৃষ্ণ ভক্তবৎসল ভগৱন্ত! মঞি অধমক দয়া কৰি তোমাৰ কথাৰস দিয়া, যাতো তযু চৰণত শৰণ পশিছোঁ। এতেকে তোমাৰ কথাৰস দিবে লাগে।

বিস্তৰ কি বুলিবো আপুনি জানা। তথাপি তোমাক কাপৰ্ণ্য কৰো তুমি আপুনি জানা তথাপি দুঃখত কাপৰ্ণ্য কৰো কৃপা কৰা। সামাজিক সবো ডাকি হৰি বোল হৰি।

---

## কথা-গীতা।

### গ্ৰন্থকাৰৰ সূচনা।

জয় জয় পৰমানন্দ নন্দনন্দন পুৰুষোত্তম শ্ৰীকৃষ্ণ গোবিন্দ গোপীনাথ কমলাকান্ত সুশান্ত পৰমেশ্বৰ তোমাৰ পদাৰবিন্দত কৌটি কৌটি প্ৰণাম কৰোঁ। যাৰ নাম মাত্ৰে সকল জগতৰে পাপ হৰে, চিত্তকো নিৰ্ম্মল কৰে, পৰম জ্ঞান মিলাৱে, ভুক্তি মুক্তি হৰিভক্তিকো দেই, হেন দৈৱকীনন্দন শ্ৰীকৃষ্ণক প্ৰণাম কৰোঁ। ব্ৰহ্মামহেশো যাৰ আজ্ঞা ধৰা, লক্ষ্মীয়ো যাক সততে সেৱা কৰা, হেন সৰ্ব্বেশ্বৰ ভগৱন্তক প্ৰতি সহস্ৰ প্ৰণাম কৰোঁ। হে কৃপাৰ সাগৰ দামোদৰ তযু গুণ গীতামৃতক কথাবন্ধে ৰচিতে ইছা কৰো, যদি কৃপাৰ একলেশ কৰা তেবে পাৰি। তোমাৰ চৰণপদ্মত কায়বাক্যমনে শৰণ পশিলো।

যগ্যপি আমি শ্ৰীকৃষ্ণৰ প্ৰসাদে শ্ৰীধৰী শাঙ্কৰী দামোদৰী ভাষ্কৰী চাৰিয়ো টীকা বিচাৰ কৰিছি, তথাপি প্ৰায় শ্ৰীধৰী টীকাৰ মতে কথা নিবন্ধিবো; তাহাৰ যুক্তি শুনা, শাঙ্কৰী টীকা জ্ঞানক প্ৰধান কৰি ব্যাখ্যা কৰে, ভাষ্কৰী কৰ্ম্মক প্ৰধান কৰে, শ্ৰীধৰী ভক্তি মাত্ৰ নিৰূপণ কৰে, দামোদৰী তিনিয়ো যোগ সমে কহে। এতেকে বৈষ্ণৱ সবৰ প্ৰীতিৰ অৰ্থে ভক্তি প্ৰধান টীকাৰ মতকে প্ৰায় লিখিবোঁ; ভক্তিৰ অনুকূল দেখি কিছো কিছো তাৰাৰ মতকো নিবন্ধিবো। জ্ঞান, কৰ্ম্ম ৰাখিতেসে শাঙ্কৰী ভাষ্কৰীৰ বিবাদ; ভক্তিত কিছো বিবাদ নকৰিছে; এতেকে ভক্তিপন্থ সবাৰো সম্মত।

প্ৰথমে শ্ৰীধৰস্বামী আপুনাৰ ইষ্ট দেৱতাক প্ৰণাম কৰন্ত। যি ভগৱন্তে অনন্তৰ অনন্ত মুখৰ ব্যাখ্যা চাতুৰ্য্যক একে মুখে ধৰা, হেন অদ্ভুত পৰমানন্দ মাধৱক বন্দো। এতেকে হৰিহৰ মূৰ্ত্তিক অভেদে প্ৰণাম কৰি কাৰ্য্যৰ নিৰ্ণয় কৰন্ত। লক্ষ্মীৰ পতি জগদীশক উমাপতি বিশ্বনাথক আদৰে প্ৰণাম কৰি, সাধুসবৰ ভক্তিত বশ্য হুয়া, গীতাৰ ব্যাখ্যা সুবোধিনী নাম টীকা কৰিবো, ভাষ্যকাৰ শঙ্কৰৰ মতক মতি

অনুসাৰে বিচাৰিয়া তাৰ ব্যাখ্যাৰূপ আনন্দগিৰিৰ বচনকো মতি অনুসাৰে বিচাৰিয়া গীতা ব্যাখ্যাক আৰম্ভিবো; যাৰ পাঠ মাত্রে গীতাক ব্যাখ্যা কৰা যাই, সেই সুবোধিনী টীকাক বুদ্ধিমন্ত সবে চিন্তন কৰোক; আবে সর্ব্বটীকাৰ অনুসাৰে গীতা কথনৰ কাৰণ কহোঁ।

ভগৱন্ত পুৰুষোত্তমে, জীৱক কৃপায়ে চৌবিশ তত্বে ব্রহ্মাণ্ড স্রজি তাতে ব্রহ্মাক উদ্ভৱ কৰাইলা; ব্রহ্মাৰ পুত্র মৰীচ্যাদিৰ মুখে প্রবৃত্তি মার্গ প্রৱর্ত্তইলা; সনকাদিৰ মুখে নিবৃত্তি পন্থ দেখাইলা, সেই নিবৃত্তি মার্গে বহুলোক নিস্তৰিবাৰ নেদেখি, পৰম কৃপায়ে পৰিপূর্ণৰূপে, দৈৱকীৰ উদৰে উদয় হুয়া বহুবিধ লীলা কৰিলা, নিজ যশ প্রকাশিলা, যাৰ শ্রৱণ কীর্ত্তন স্মৰণে, মহাপাপী সংসাৰ তৰে; তাক গুৰুশিষ্য মতে প্রৱর্ত্তাইবে লাগি, নৰ অৱতাৰ হুয়া সকলগুণমন্দিৰ সর্ব্বজনপ্রবোধসঞ্চাৰ-শক্তিযুক্ত অর্জ্জুনক সখী কৰিলা। যেন তৈল বিন্দুমাত্রো জলৰ এক প্রদেশত পৰিলে, সকল জলক ব্যাপয়, ধূলীত পৰিলে পুনু সোহি মতে ৰহে, তেমনে বিশিষ্ট জনক উত্তম কথা অল্প কহিলে, সকল লোকতে প্রৱর্ত্তে; এই অর্থে অর্জ্জুনৰ যুদ্ধ সমুখত তত্বৰ অজ্ঞানে শোক মোহ বঢ়াই, জ্ঞান দূৰ কৰি নিজ ধর্ম্ম ত্যাগ, পৰধর্ম্মত অভিসন্ধি কৰি শোক মোহ সাগৰত মগ্ন কৰিলা; তেবে ভগৱন্ত কৃষ্ণে ধর্ম্মজ্ঞান ভক্তিৰ উপদেশে শোক মোহ সাগৰৰ উদ্ধাৰ কৰিলা। সেই ভগৱন্তৰ উপদিষ্ট অর্থক বেদব্যাসে সাত শ শ্লোকে নিবন্ধন কৰিলা। প্রায় কৃষ্ণ মুখ নিস্থত শ্লোককে লিখিলা; কতোসব তাৰ সঙ্গতিৰ অর্থে আপুনিয়ো কৰিলা। আক স্কন্দপুৰাণত গীতামাহাত্ম্যত কহিছা। পুৰুষে গীতাক মাত্র শ্রৱণ কীর্ত্তন স্মৰণ কৰিব, আন শাস্ত্র বিস্তৰত কি প্রয়োজন। যি গীতা, ভগৱন্তৰ মুখপদ্মত ব্যক্ত হুয়া আছা, তাত প্রথমে কৃষ্ণ অর্জ্জুনৰ সম্বাদ প্রস্তাৱ কথা কহন্ত।

## প্রথম অধ্যায়।

ধৃতৰাষ্ট্রে সঞ্জয়ত প্রশ্ন কৰন্ত। হে সঞ্জয়, মোৰ পুত্রসব পাণ্ডুপুত্র সবো ধর্ম্মভূমি কুৰুক্ষেত্রত যুদ্ধক ইছাই মিলিত হুয়া কি কর্ম্ম কৰিলা তাক মোত কহা। সঞ্জয়ে কহন্ত, জানা ৰাজা, পাণ্ডৱৰ সেনাসব ব্যূহৰূপে ৰহিবাৰ দেখি তোমাৰ পুত্র দুর্যোধনে দ্রোণ আচার্য্যৰ সমীপক গৈয়া বুলিবে লাগিলা, হে আচার্য্য পাণ্ডৱসবৰ বিস্তৰ সেনাসব দেখা; দ্রুপদৰ পুত্র তযু শিষ্য ধৃষ্টদ্যুম্নে ব্যূহ ৰচি আছে, যাত ভীমার্জ্জুন সম মহাধনুর্দ্ধৰ বীৰসব আছে, তাৰ নাম শুনা; সাত্যকী বিৰাট চেকিতান কাশিৰাজ পুৰুজিত কুন্তিভোজ শৈব্য যুধামন্যু উত্তমৌজা সুভদ্রাৰ পুত্র অভিমন্যু

দ্ৰোপদীৰ পাঞ্চ পুত্ৰ প্ৰতিবিন্ধ্যাদি; তাৰা সবে মহাৰথী। তাৰ লক্ষণ কহন্ত; যি একে দশসহস্ৰ ৰথীক যুঝই তাক মহাৰথী বুলি, যি অপৰিমিত ৰথীক যুঝই তাকে অতিৰথী বুলি; একে একে যুঝিলে ৰথী বুলি; দুই ৰথে একক যুঝিলে অৰ্দ্ধৰথী বুলি। আমাৰ সৈন্যৰো যি যি বিশিষ্ট সেনাপতিসব তাক কহো সাবধানে শুনা; তুমি গুৰু দ্ৰোণ ভীষ্ম পিতামহ কৰ্ণ মহাৰথী কৃপ অগ্ৰগণি অশ্বত্থামা বিকৰ্ণ সোমদত্তৰ পুত্ৰ ভূৰিশ্ৰবা; আনো বিস্তৰ বীৰসব মোৰ অৰ্থে প্ৰাণকো এড়িবে ইছা কৰিছে; সবে নানা অস্ত্ৰত নিপুণ, সবে যুদ্ধত বিশাৰদ। এহি মহাবীৰসবে যুক্ত হুইতেও ভীষ্ম সেনাপতি সৰ্ব্বভাৰে ৰাখিতেও, আমাৰ একাদশ অক্ষৌহিনী সেনা পাণ্ডৱ সমে যুঝিবে অসমৰ্থ হেন প্ৰকাশ কৰে। ই পাণ্ডৱৰ সাত অক্ষৌহিনী সেনা ভীম সেনাপতি মাত্ৰ ৰক্ষিত হুয়ো, আমাক যুঝিবে সমৰ্থ হেন প্ৰকাশ কৰে। এতেকে তোৰাসবে সাবধানে, আপুনাৰ যুদ্ধ ভূমিত থাকি ভীষ্মক ভালমতে ৰক্ষা কৰিবা; সমুখে যুঝিতে যেন পাচৰ আসি কেহো প্ৰহাৰ নকৰে; ভীষ্মৰ বলেসে আমাৰ বল। এমনে বহুমানযুক্ত ৰাজাৰ বচন শুনি, মহাপ্ৰতাপী কুৰুবৃদ্ধ ভিষ্মে ৰাজাৰ হৰিষ বঢ়াই সৰ্ব্ব প্ৰাণীৰ ভয়ঙ্কৰ, সিংহৰ সদৃশ যুদ্ধনাদ কৰি, উচ্চ কৰি শঙ্খ বজাইলা। এমনে সেনাপতি ভিষ্মৰ যুদ্ধোৎসৱ দেখি সকল ঠাইতে শঙ্খ ভেৰী পণৱ আনক গোমুখ আদি নানা বাদ্য বজাইলা; তাৰ মহাশব্দ হৈল। আৱে পাণ্ডৱ সৈন্যৰ যুদ্ধোৎসৱ শুনা। শুক্লবৰ্ণ চাৰি হয়যুক্ত মহাৰথত থাকি কৃষ্ণ অৰ্জ্জুনে দিব্য দুই শঙ্খ বাদ্য কৰিলা; তাৰ নাম কহোঁ; শ্ৰীকৃষ্ণে পাঞ্চজন্য শঙ্খক বাদ্য কৰিলা; অৰ্জ্জুনে দেবদত্ত নাম শঙ্খ বাজাইলা; পৌণ্ড্ৰ নাম মহাশঙ্খক ভীমে ফুঙ্কিলা; অনন্তবিজয় নাম শঙ্খক যুধিষ্ঠিৰে বজাইলা। নকুলে সুঘোষ নাম শঙ্খক, সহদেৱে মণিপুষ্পক, ধ্বনি কৰিলা। কাশিৰাজ শিখণ্ডী ধৃষ্টদ্যুম্ন বিৰাট সাত্যকী দ্ৰুপদ দ্ৰোপদীৰ পাঞ্চপুত্ৰ সুভদ্ৰাৰ পুত্ৰ অভিমন্যু, আৰাসবো পৃথকে পৃথকে শঙ্খসব শব্দ কৰিলা। সেই শঙ্খৰ মহাশব্দে আকাশ পৃথিবী সমে দশোদিশ পূৰি, কৌৰৱ সেনাৰ মহাভয় জন্মাই হৃদয় বিদাৰণ কৰিলা। পাচে কপিধ্বজ অৰ্জ্জুনে কৌৰৱ সৈন্যক যুদ্ধত সমুখে থাকিবাৰ দেখি, অস্ত্ৰ বৃষ্টিয়ো পৰিবে লাগিলে, গাণ্ডীৱ ধনু ধৰি হৃষিকেশ ভগৱন্তক এই বাক্য বুলিলা; হে অচ্যুত এই উভয় সেনাৰ মধ্যত মোৰ ৰথক ৰাখিয়ো, যাৱন্তে যুঝন্তা বীৰসবক চাঞো; বুলিবা তুমি যুঝন্তাসে যুদ্ধচাবা নহৱা; তাত শুনা। মঞি কাৰ সমে যুদ্ধ কৰিম, দুৰ্ব্বুদ্ধি দুৰ্য্যোধনৰ প্ৰীতি কৰিবাক ইছাই যি যি বীৰসব আসিছে তাৰাক চাঞো; তাৱত দুই সেনাৰ মধ্যত উত্তম ৰথক ৰাখিবা।

সঞ্জয়ে বোলন্ত, জানা ৰাজা অৰ্জ্জুনৰ এই বাক্য শুনি শ্ৰীকৃষ্ণে সকল ৰাজাৰ মাজত ভীষ্ম দ্ৰোণ সমুখত দুই সেনাৰ মধ্যত উত্তম ৰথ ৰাখি বুলিলা ; হে পাৰ্থ, কুৰুবীৰসবক চক্ষু মেলি দেখা , তাত অৰ্জ্জুনে পিতৃব্য পিতামহ আচাৰ্য্য মাতুল ভাতৃ ভাতৃপুত্ৰ পৌত্ৰ সখী শশুৰ সুহৃদ সব দুয়ো সেনাত দেখিলা। সেই সকল বন্ধুসব যুদ্ধক ইছাই সমুখে থকিবাৰ দেখি, পৰম কৃপায়ে ব্যাপ্ত হুয়া মহাদুখ পায়া কুন্তিপুত্ৰ অৰ্জ্জুনে শ্ৰীকৃষ্ণক এই বাক্য বুলিলা ; হে কৃষ্ণ এই জ্ঞাতিসব যুঝিবে ইছায়ে যুদ্ধত উপস্থিত দেখি মোৰ কৰচৰণাদি ভাগি যাই, মুখো শুখাই, শৰীৰো কাম্পে, ৰোমো সিহঁৰে, গাণ্ডীৱ ধনু হাতৰ খসি পড়ে, চৰ্ম্মো তাপ কৰে। আছোক যুঝিম আগত থাকিবে নপাৰো, মনো মহাভ্ৰম হয়, বিমঙ্গলসবো দেখোঁ, উপৰত শগুণ ফুৰে, শৃগালে আৰাৱ কৰে, যুদ্ধত স্বজনক বধি কিছো ফল নেদেখো, বিজয়কো আকাঙ্ক্ষা নকৰো, ৰাজ্যকো ইছা নকৰো, সুখকো নবাঞ্ছো। হে গোবিন্দ, আমাৰ ৰাজ্য ভোগত জীৱনত কি প্ৰয়োজন। যি বন্ধুসবৰ অৰ্থে আমৰা ৰাজ্য ভোগ সুখক ইছা কৰি, সি বন্ধুসব প্ৰাণধন ত্যাগক অঙ্গীকাৰ কৰি যুদ্ধত উপস্থিত হুয়া আছে, তাক শুনা ; আচাৰ্য্য পিতৃব্যপুত্ৰ পিতামহ মাতুল শশুৰ শ্যালা সমন্ধীসব। হে মধুসূদন, আৰা যদি আমাক মাৰে তথাপি আমি তাৰাক মাৰিবে ইছা নকৰি। ত্ৰৈলোক্য ৰাজ্যৰ অৰ্থেও বন্ধুসব নবধি, পৃথিবীমাত্ৰৰ পদে নবধিবু তাক কি বুলিম। হে জনাৰ্দ্দন, ধৃতৰাষ্ট্ৰৰ পুত্ৰসব বধিলে, আমাৰ কি প্ৰীতি হৈব ! যদ্যপি আৰা আমাক বিষ দিয়া মাৰিতে চাইছে, অগ্নিয়ো দিছে, ধন সৰ্ব্বস্বো হৰিছে, ৰাজ্যভাৰো কাঢ়ি লৈয়া আছে, ভাৰ্য্যাকো অপকাৰ কৰিছে, অস্ত্ৰ ধৰি যুঝিছে, এই ছয় দোষে আৰাসবে আততায়ী, অৰ্থশাস্ত্ৰৰ মতে আততায়ীক বধিলেয়ো দোষ নাই, তথাপি ধৰ্ম্মশাস্ত্ৰক অপেক্ষায়ে আৰাক বধিলে আমাক দোষে পাইব। এতেকে ধৃতৰাষ্ট্ৰৰ পুত্ৰসব আমাৰ বান্ধৱ, তাৰাক বধিতে আমাৰ ভাল নহে। যাতো বন্ধুসবৰ বধ অন্যায় অধৰ্ম্মক দেখি। হে মাধৱ বন্ধুসব বধি কেমনে ইহলোকত সুখী হইবোঁ। যদ্যপি আৰা লোভত থাকি কুলক্ষয় দোষ মিত্ৰদ্ৰোহ পাপকো নেদেখে, তথাপি আমি সেই দোষ দেখি, কেনে পাপত নিবৃত্তি নহৈবো। আবে সেই দোষকে শুনা। কুলক্ষয় হইলে কুলধৰ্ম্ম নষ্ট হুইব। ধৰ্ম্ম নষ্ট হৈলে অবশিষ্ট কুলকো অধৰ্ম্মে ব্যাপিব ; অধৰ্ম্মে ব্যাপিলে কুলস্ত্ৰীসব দুষ্টা হুইব। স্ত্ৰীসব দুষ্টা হৈলে বৰ্ণসঙ্কৰ হৈব, বৰ্ণসঙ্কৰ হৈলে কুলৰ নৰক গতি হৈব। তেবে পিতৃসব লুপ্তপিণ্ডজলাঞ্জলি হুয়া পৰিব। এই দোষ সবে জাতিধৰ্ম্ম কুলধৰ্ম্ম বৰ্ণাশ্ৰমধৰ্ম্ম নষ্ট হুয়া মনুষ্যসব নৰকত বাস কৰিব। আক আমি স্মৃতিত শুনিছি ; অহো কি কষ্ট ! মহাপাপ

কৰিতে আমি নিশ্চয় কৰিলো ; ৰাজ্য সুখ লোভে স্বজন বধিতে উদ্যত হৈলো ; এমনে মহাতাপ কৰি মৰিতে নিশ্চয় কৰন্ত। মঞি অস্ত্র নধৰি মৌনে ৰহো, তেবে যদি দুৰ্য্যোধনাদি অস্ত্র ধৰি মোকে বধে তেবে মোৰ মহাপ্ৰিয় হয়, যাতো পাপ নিসিজিব। সঞ্চয়ে কহন্ত, জানা ৰাজা যুদ্ধৰ সমুখত অৰ্জ্জুনে এই বাক্য বুলি ধনুশৰ এড়ি শোকে কম্পিত হৈয়া ৰথৰ উপৰতে বসিলা।

হে শ্ৰীকৃষ্ণ মোৰ পৰমগুৰু অন্তৰ্য্যামী হৃষিকেশ তুমি যি কৰাইলা আমি তাকেসে কৰি, এতেকে আমাৰ কিছো স্বতন্ত্ৰ নাই। তাক আপুনি জানি নিজ গুণে সন্তোষ হুয়া কিছো কৃপা কৰা। যেমনে সাধু সঙ্গত তযু গুণ গাইতে পাৰো। তোমাৰ চৰণ পদ্মত মনে সহস্ৰ কোটিবাৰ দণ্ডৱত কৰো। সামাজিক ডাকি হৰিবোল হৰি।

## দ্বিতীয় অধ্যায়।

পাচে কি প্ৰৱৰ্ত্তিল এই অপেক্ষাত সঞ্জয়ে কহন্ত, জানা ৰাজা, এমনে অৰ্জ্জুন কৃপায়ে ব্যাপ্ত হুয়া শোকলোতকে আকুলনেত্ৰ হুয়া খেদ কৰিকে অৰ্জ্জুনক মধুসূদন ভগৱন্তে বুলিবে লাগিলা। হে পৰন্তপ সখি, এই যুদ্ধসঙ্কটত কেনে তোমাৰ স্বতসে মোহ ভৈল, আক সাধুসবে নতো কৰে, স্বৰ্গকো নসাধে, অধৰ্ম্মো হয়, অকীৰ্ত্তিকো কৰে। এতেকে তুমি কাতৰ নকৰিবা। তোমাত ই যোগ্য নহে। অন্যায় কাৰ্পণ্য এড়ি যুদ্ধক উঠা। অৰ্জ্জুনে বোলন্ত হে মধুসূদন, মঞি কাতৰে যুদ্ধ এৰিলো, ই নহে ; কিন্তু অন্যায় দেখিসে নিবৰ্ত্তিলো, তাক শুনা। ভীষ্মপিতামহ, দ্ৰোণগুৰু, দুইকো পূজা কৰিতে লাগে ; যাক বচনতো যুঝিম বুলিতে ভাল নহে, তাৰাক কেমনে শৰে যুদ্ধ কৰিম ? যদি বোলা তেবে তোমাৰ দেহযাত্ৰাও নুহিবেক, তাত শুনা। পৰলোক অহিত গুৰু বধ নকৰি, ইহলোকত ভিক্ষান্ন ভোজনো উচিত হয়। গুৰুবধ কৰিলে পুনু ইহলোকত ৰুধিৰে লিপ্ত অৰ্থকামসব ভোজন কৰিম। যদি বোলা তেবে তাৰাকে যুদ্ধত নিবৰ্ত্তাৱা, সিয়ো নঘটয়। যুধিষ্ঠিৰৰ আগে ভীষ্মে কহিছা, অৰ্থৰ দাস পুৰুষ, অৰ্থ কাৰো দাস নহে। আক তুমি সত্যে জানিবা। এতেকে অৰ্থ দিয়া কৌৰবে আমাক বন্ধ কৰিছে, এহি হেতু জানি, তাৰা অৰ্থতৃষ্ণাকুল হুয়া যুদ্ধ এৰিবে নহে। এতেকে তাৰাৰ বধ অৱশ্যে হৈব। যদি অধৰ্ম্মকে অঙ্গীকাৰ কৰো তথাপি আমাৰ জয় বা পৰাজয় অধিক তাকো নজানো। আমাৰ জয়ো পুনু ফলত পৰাজয়সে হৈব। যাৰাক মাৰি আমৰা জীবাক ইছা নকৰিম, তাৰাসবে যুদ্ধত সমুখে আছে। আৰাক মাৰি আমি কেমনে

জীৱো। এই কার্পণ্য কুলক্ষয় দোষেও মোৰ সবে শূৰ স্বভাৱ গুচিল; যুদ্ধ এৰি ক্ষত্রিয়ৰ ভিক্ষা ধর্ম্ম বা অধর্ম্ম আতে মূঢ়চিত্ত হৈলো। এতেকে তোমাত পুছোঁ, যি শ্রেয়স হয় তাক নিশ্চয় কৰি কহা, তোমাৰ মঞি শিষ্য হৈলো, চৰণত শৰণ লৈলো; এতেকে মোক শিখাৱা। যদি বোলা তুমি বিচাৰি যি যুক্ত হৱে তাকে কৰা, তাত শুনা। মোৰ ইন্দ্রিয় শোষণ শোকক যি কর্ম্মে দূৰ কৰিব তাক নেদেখো। যদি ভূমিত অকণ্টকা সর্ব্বসমৃদ্ধি ৰাজ্য পাঞো, দেৱৰ ইন্দ্র যদি হঞো, তথাপি শোক নিবৃত্তিৰ উপায় নেদেখো।

সঞ্জয়ে কহন্ত, এই বাক্য গোবিন্দক বুলি, গুড়াকেশ অর্জ্জুনে নুযুঝিম বুলিয়া মৌনে ৰহিলা। হৃষিকেশ ভগৱন্তো হাস্যবদনে দেহাত্মবিবেক দেখাই তাহান মোহ দূৰ কৰিতে এই বাক্য বুলিলা; হে সখি অর্জ্জুন, তুমি শোকৰ অবিষয় বন্ধুসবক শোক কৰা, তাত মঞি বোধ দিলেও পণ্ডিতসবৰ বাদসব কহা, তুমি পুনু পণ্ডিত নহৱা; যি পুনু পণ্ডিত হয়, সি জীয়ন্তা মৰন্তা দুইকো শোক নকৰে। তাৰ হেতু শুনা; যেন মঞি অনাদি ঈশ্বৰ লীলাতনু ধৰিতে এড়িতেয়ো নাইকা নহোঁ; কিন্তু সদায়ে থাকো। তুমি এই ৰাজাসবো উপজি মৰিও, মোৰ অংশ পদে নাইকা নহৱা, কিন্তু সততে থাকা; পৰমার্থত জন্ম মৰণ নাই নিমিত্তে শোক নকৰিবা। যদি বোলা তুমি ঈশ্বৰৰ জন্ম মৰণ নাই, ই সত্য হয়, জীৱৰ পুনু জন্ম মৰণ প্রসিদ্ধ আছে, তাত শুনা। যেন দেহী পুৰুষৰ এই দেহাতে দেহ নিবন্ধন কৌমাৰ, যৌবন জৰা অৱস্থা হয় দেহান্তৰ প্রাপ্তিকো তেমনে বুজিবা। এতেকে যি ধীৰ হয় সি দেহৰ উৎপত্তি বিনাশত মোহ নযাই। যদি বোলা মঞি বন্ধুসবক শোক নকৰো কিন্তু তাৰাৰ বিয়োগ দুখ্খ পাইবো বুলি আপুনাকে শোক কৰোঁ, তাত শুনা। যেন অনিত্য অস্থিৰ বিষয় সম্বন্ধ সব স্বভাৱে পুৰুষক শীত-উষ্ণ সুখ-দুখ দেই, তেমনে ইষ্টসংযোগবিয়োগাদিয়ো সুখ-দুখ দেই; তাক সহন ধীৰৰ উচিত হয়। প্রতিকাৰ কৰণতো কৰি মহাফল সাধে পদে, সহনেসে ভাল দেখি। যি ধীৰ জনক বিষয়সম্বন্ধসবে অভিভব নকৰে, সি সুখে-দুখে সম হুয়া, ধর্ম্মজ্ঞান দ্বাৰায়ে মোক্ষক লাগি যোগ্য হয়। যদি বোলা তথাপি শীত-উষ্ণ অতি দুঃসহ, তাক সহিতে কদাচিত আত্মা নষ্ট হবা পাৰে, তাত শুনা। পুৰুষৰ শীত-উষ্ণ সহিতে আত্মাও নষ্ট নহয়। মিথ্যা শীতোষ্ণাদিৰ আত্মাত স্থিতি নঘটয়। সত্য আত্মাৰ বিনাশ নাই। এই সম্ভ অসম্ভৱ তত্ত্বদর্শীসবে নির্ণয় দেখিছে। এতুয় জ্ঞান হৈলে সবে সহিবে পাৰিবা। যি আত্মায়ে সকল দেহাদিক সাক্ষীৰূপে ব্যাপি আছে, তাক অবিনাশী কৰি জানিবা,

সেই অব্যয় আত্মাৰ বিনাশ কৰিতে কেঞো নপাৰে। এতেকে অবিনাশী নিত্য অপৰিচ্ছিন্ন আত্মাৰ সম্বন্ধী দেহৰে অন্ত আছে; সুখ দুষ্খ সম্বন্ধ হয়। আত্মাৰ পুনু বিনাশ নাই। সুখ দুষ্খ সম্বন্ধো নঘটে। এতেকে মোহ জন্য শোক এড়ি স্বধৰ্ম্ম যুদ্ধ কৰা। এমনে ভীষ্মাদিৰ মৃত্যু নিমিত্ত শোক নিবাৰিলা।

মঞি বধিবো বুলি যি দুষ্খ কহিছা, তাকো তেমনে অকাৰণ জানিবা; যি জনে এই আত্মাক মাৰে মৰে বুলি জানে, তাক অজ্ঞানী বুলি মানি। পৰমাৰ্থত আত্মাক নমাৰে নমৰে। স্বৰূপত আত্মাৰ জন্ম নাই, মৰণো নঘটে, আছে হেনো নোহে, টুটনো নাই, পৰিণামো নেদেখি, বৃদ্ধিয়ো নহয়; এতেকে শৰীৰ নষ্ট হৈলে, আত্মাৰ নাশ নাই। যি পুৰুষে এই আত্মাক অবিনাশী অজ অব্যয় নিত্য কৰিয়া জানে, সি কাক মৰাইবেক, কাক মাৰিব? এতেকে প্ৰযোজক বুলি, মোতো দোষ দৃষ্টি নকৰিবা। যদি বোলা আত্মাক অবিনাশী জানিও তান শৰীৰ নাশ দেখি, শোক কৰো, তাত শুনা। যেন মনুষ্যে জীৰ্ণবস্ত্ৰক পৰিত্যাগ কৰি, নবীন বস্ত্ৰক গ্ৰহণ কৰে, এমনে আত্মায়ো পুৰাণ দেহক এড়ি, নবীন দেহক স্বীকাৰ কৰে; কৰ্ম্মনিবন্ধন নুতন দেহ অৱশ্যে হৈব। জীৰ্ণ দেহ নাশত শোক কৰিতে নালাগে। এই আত্মাক অস্ত্ৰেয়ো নাকাটে, অগ্নিয়ো নদহে, জলেয়ো কোমল নকৰে, বায়ুয়ো নুশুখাৱে। এতেকে অছেদ্য অদাহ্য অক্লেদ্য অশোচ্য নিত্য সৰ্ব্বগত অচল সনাতন অব্যক্ত অচিন্ত্য অপ্ৰাপ্য কৰি কহে। হেন আত্মাক জানি তুমি শোক কৰিতে যোগ্য নহৱা। আত্মাৰ জন্ম মৰণ নাই পদে শোক কৰিতে নলাগে, আক কহিলো। যদি বোলা আত্মা দেহৰ লগতে জন্ম হয়, দেহৰ মৰণে মৰয়, তথাপি তুমি শোক কৰিতে যোগ্য নহৱা, তাৰ যুক্তি শুনা। জন্ম হৈলে আপুনাৰ কৰ্ম্মে মৰণ নিশ্চয় হৈব, মৃতকৰো সেই দেহৰ কৰ্ম্মে জন্মো অৱশ্যে হৈব, এতেকে অপৰিহাৰ্য্য কাৰ্য্যত তুমি বিদ্বন্ত হুৱা কেনে শোক কৰা। দেহাদিৰ স্বভাৱ দেখি দেহোপাধিয়ে আত্মাৰ জন্ম মৰণ মানি, শোক কৰিতে নাপাৱা। অব্যক্ত প্ৰধান হন্তে, সকল শৰীৰ উৎপন্ন হুয়াছে; মাজত মাত্ৰ ব্যক্ত হুয়াছে; পুনু অব্যক্ততে লয় হৈবেক। এতেকে দেহাদি প্ৰপঞ্চ, স্বপ্ন সম তাত কেনে তুমি শোক কৰা। যদি বোলা তেবে কেনে বিদ্বন্তসবে শোক কৰে; সিয়ো আত্মাৰ অজ্ঞানত ঘটে। বিবেকী জনো শাস্ত্ৰ আচাৰ্য্যৰ উপদেশে আত্মাক দেখিয়ো আশ্চৰ্য্য হেন দেখে; সৰ্ব্বগত নিত্য জ্ঞানআনন্দ আত্মাক সম্ভাবিবে নপাৰে; তেমনে কহিয়ো শুনিয়ো আত্মাক কেঞো নাজানে। এতেকে জানিবা, সকল দেহত আত্মাক নিত্য অবধ্য জানি তুমি কাকো লাগি শোক কৰিতে অৰ্হ নহবা। যি বুলিছা মোৰ শৰীৰ কাম্পে সি যুক্ত

নহে। আত্মাৰ নাশ নাই পদে কম্পিবে নৰিহে; স্বধৰ্ম্ম দেখিয়ো কম্পিবে নাপাই। যি বুলিছা স্বজনক বধি শ্ৰেয়স নেদেখো, তাত শুনা। ন্যায় যুদ্ধ বিনে ক্ষত্ৰিয়ৰ আন শ্ৰেয়স নাই। মহা শ্ৰেয়স তোমাৰ আপুনি মিলিছে, তাত কেমনে কম্পা; ভাগ্যৱন্ত ক্ষত্ৰিয়সবে অপ্ৰাৰ্থিত এমন যুদ্ধক লভে, যাতো আক অনাবৃত স্বৰ্গদ্বাৰ বুলি। যদি তুমি এই ধৰ্ম্ম যুদ্ধ নকৰা, তেবে ধৰ্ম্ম কীৰ্ত্তি দুইকো এড়ি পাপক লভিবা; সকল লোকেও অকীৰ্ত্তি কহিব। উত্তম জনৰ মৰণতো কৰি অকীৰ্ত্তি বৰ দেখি। মহাৰথীসবে মানিব, অৰ্জ্জুন ভয়ে যুদ্ধত নিবৰ্ত্তিলা; যাৰা তোমাক বড় বুলি সতকাৰ কৰিছিল, তাৰাৰ আগত লঘু হৈবা। শত্ৰুসবে তোমাৰ সামৰ্থ্যক নিন্দি অনেক অবাক্য বুলিব; তাত পৰে আউৰ কি দুখ্‌খ আছে? যদি কৰ্ণাদি তোমাক বধে, তেবে স্বৰ্গ লভিবা; যদি তাৰাক জিনা, তেবে পৃথিবীক ভোগ কৰিবা; দুয়ো পক্ষে তোমাৰ লাভ দেখি। এতেকে নিশ্চয় কৰি যুদ্ধক উঠা। যি বুলিছা আৰাক মাৰি মঞি পাপক পাইম, তাত শুনা। সুখ-দুখ, লাভ-অলাভ, জয়-পৰাজয়ক সম দেখি হৰিষ বিষাদ নকৰি, স্বধৰ্ম্ম বুদ্ধিয়ে যুদ্ধ কৰিলে, কদাচিতো পাপ নলভিবা। এমনে জ্ঞানযোগ উপসংহৰি তাৰ সাধন কৰ্ম্মযোগ কহিতে লাগিলা। জানা অৰ্জ্জুন, জ্ঞানযোগত কৰণীয় বুদ্ধি তোমাত কহিলো; তথাপি যদি তোমাৰ আত্মবোধ নহৈল, আবে জ্ঞানৰ সাধন কৰ্ম্মযোগত বুদ্ধি শুনা। তেবে ঈশ্বৰাৰ্পিত কৰ্ম্মযোগে চিত্ত শুদ্ধ হৈলে, ঈশ্বৰৰ প্ৰসাদে আত্মাক জানি কৰ্ম্ম এড়িবা। যদি বোলা কৃষি আদি কৰ্ম্মত কদাচিত বিঘ্ন বাহুল্যে ফলব্যভিচাৰ দেখি, তেমনে মন্ত্ৰাদি বৈগুণ্য কৰ্ম্মযোগতো হয়। তেবে কেমনে কৰ্ম্মযোগে কৰ্ম্মবন্ধ দূৰ কৰিব, তাত শুনা। এই ঈশ্বৰাৰ্পিত কৰ্ম্মযোগৰ অসম্ভৱ নাই, দোষো নঘটে। ঈশ্বৰৰ উদ্দেশে বিঘ্ন-বৈগুণ্য নসম্ভৱে। ই ধৰ্ম্মৰ অল্প আৰম্ভো সংসাৰত ৰক্ষা কৰে। কাম্য কৰ্ম্ম হেন কিঞ্চিত বৈগুণ্য মাত্ৰো বিফল নহে, আৰ যুক্তি শুনা। দুয়ো কৰ্ম্মৰ বৈষম্য দেখা। ঈশ্বৰ আৰাধন কৰ্ম্মযোগত পৰমেশ্বৰৰ সেৱায়ে মঞি নিশ্চয়ে তৰিম, এই নিশ্চয়াত্মিকা বুদ্ধি একমাত্ৰ। অব্যৱসায়ী বহিৰ্ম্মুখসবৰ আন কামনাই অনেক বুদ্ধি হয়, তাতে গুণকৰ্ম্মবসে বাহুল্য হয়; ঈশ্বৰ আৰাধন, নিত্য নৈমিত্তিক কৰ্ম্ম, কিঞ্চিদ্বৈগুণ্যেও নষ্ট নহে। যিমান শক্তি সেইমানকেসে বিধান কৰে। ঈশ্বৰ উদ্দেশে বিঘ্নবৈগুণ্যো দূৰ হয়, কাম্য কৰ্ম্ম পুনু তেমন নহে। এতেকে দুয়ো কৰ্ম্মৰ মহা বৈষম্য বুঝিবা। যদি বোলা সকামী সবো দুখ্‌খমূল কামনাসব এড়ি একনিষ্ঠ হুয়া কেনে ঈশ্বৰক নভজে, তাত শুনা। যাৰা সবে পুষ্পিত বিষলতাসম আপাত ৰমণীয় বেদৰ স্বৰ্গাদি ফল শ্ৰুতি বচনক পৰম ফল কৰি বোলে; যাতো

বেদৰ স্তুতিপৰ বচনত প্ৰীত হুয়া জ্ঞান শূন্য হুয়াছে। এতেকে স্বৰ্গত পৰ ঈশ্বৰকো প্ৰাপ্য কৰি নোবোলে। কামে আকুলচিত্ত হুয়া, স্বৰ্গকে মহাপুৰুষাৰ্থ বুলি মানে। স্বৰ্গভোগ অন্তৰে জন্ম ধৰি কৰ্ম্ম কৰি পুনু স্বৰ্গ পাইবো বুলি মানে; ভোগ ঐশ্বৰ্য্যক পাইবাক লাগি নানা কৰ্ম্মসবো কৰে, সদাই ভোগ ঐশ্বৰ্য্যক আসক্তি কৰি থাকে; বেদৰ পুষ্পিত বাক্যে চিত্তকো হৰিছে। এতেকে তাৰাসব একনিষ্ঠ হুয়া পৰমেশ্বৰক ভজিবে নপাৰে। যদি বোলা স্বৰ্গাদি যেবে পৰম ফল নহে, তেবে কেনে বেদে তাৰ সাধন কৰি, কৰ্ম্মসব বিধান কৰে, তাত শুনা। সকামী লোকক প্ৰতিসে বেদে কৰ্ম্মফল কহে। তুমি নিষ্কামী হৱা। নিষ্কামী হৈবাৰ উপায় শুনা। সুখ দুখখক সহা, মহাধৈৰ্য্যক আশ্ৰয় কৰা, অপ্ৰাপ্ত বস্তুক স্বীকাৰ এড়া, প্ৰাপ্ত বস্তুকো ৰক্ষা তেজা, তেবে নিষ্কামী অৱশ্যে হৈবা। যদি বোলা, বেদোক্ত নানা ফল এড়ি নিষ্কাম হুয়া পৰমেশ্বৰৰ আৰাধনত যি ব্যৱসায় বুদ্ধি কহিলা, আক কুবুদ্ধিসে বুলি; তাত শুনা। যেন বাপী কূপ তড়াগত যিমান স্নান পানাদি কাৰ্য্য হয় সিমান কাৰ্য্য মহাহ্ৰদত একে ঠাই হয়; তেমনে সকল বেদোক্ত কৰ্ম্মত যিমান ফল হয়, সিমান-ফল নিশ্চয়াত্মিকা বুদ্ধিযুক্ত ব্ৰহ্মনিষ্ঠৰ হয়। ব্ৰহ্মানন্দত ক্ষুদ্ৰানন্দ-সব অন্তৰ্ভাব হুয়া আছে। ব্ৰহ্মানন্দ ৰসৰ লৱলেশ কণাক প্ৰাণীসবে আস্বাদন কৰে এতেকে আক সুবুদ্ধি কৰি জানিবা। তেবে সকল কৰ্ম্মৰ ফল পৰমেশ্বৰ আৰাধনতে মোৰ হৈব বুলি প্ৰৱৰ্ত্তিব। তাক নিবাৰি বোলন্ত, তত্ত্বজ্ঞানাৰ্থী তোমাৰ কৰ্ম্মতেসে অধিকাৰ। বন্ধহেতু ফলত কামনা নহৌক। যদি বোলা, কৰ্ম্ম কৰিলে ফল আপুনি হৈব, তাত শুনা। কামনা কৰিলেসে ফল হয়; অকামীত ফল তোমাৰ নহৈব। বন্ধভয়ে কৰ্ম্ম অকৰণতো নিষ্ঠা নকৰিবা; কিন্তু পৰমেশ্বৰত একনিষ্ঠা হুয়া আসক্তি এড়ি কৰ্ম্মসব কৰা। তাৰ ফল জ্ঞানৰ সিদ্ধি অসিদ্ধিতো সম হুয়া, কেবল ঈশ্বৰত অৰ্পন কৰি কৰা; যাতো সম ভাৱক যোগ বুলি কহে। ঈশ্বৰাৰ্পিত কৰ্ম্মত কৰি, কাম্য কৰ্ম্ম অত্যন্ত অপকৃষ্ট, এতেকে তুমি ঈশ্বৰত শৰণ লৈয়া, জ্ঞান সাধন নিষ্কাম কৰ্ম্মযোগ আচৰা। সকামী জনক অতি কৃপণ জানিবা। নিষ্কাম কৰ্ম্মযোগী অতি শ্ৰেষ্ঠ, যাতো সি ঈশ্বৰৰ প্ৰসাদে এই জন্মতে পাপ পুণ্য দুইকো এড়ে। এতেকে তুমি ঈশ্বৰৰ অৰ্থে কৰ্ম্মসব কৰা, সেই কৰ্ম্মে বন্ধ দূৰ কৰি মোক্ষ সাধিব; যেমনে কৰ্ম্মে মোক্ষ সাধে, সেই প্ৰকাৰ শুনা। বিবেকীসবে, কৰ্ম্মজন্য ফলসব ঈশ্বৰত অৰ্পি কৰ্ম্মবন্ধ এড়াই, নিৰুপদ্ৰৱ বিষ্ণুপদ মোক্ষ পাৱে। যদি বোলা, মঞি কেতিয়া সেইফল পাইবো, তাত শুনা। এমনে পৰমেশ্বৰক আৰাধন কৰিতে, যেখন তান প্ৰসাদে, দেহত অভিমান এড়ি তোমাৰ বুদ্ধি সবাতে বিৰক্ত হুয়া, ঈশ্বৰত

নিশ্চল হুয়া ৰহে, তেখনে মোক্ষক লভিবা। সেই জ্ঞানীৰ লক্ষণ জানিতে, অৰ্জ্জুনে পুছন্ত। হে কেশৱ, স্থিতপ্ৰজ্ঞৰ কি লক্ষণ. কেমন বচন, আচৰণ, ব্ৰজন, তাক মোত কহা। ভগৱন্তে বোলন্ত, জানা অৰ্জ্জুন, সাধক পুৰুষৰ যি জ্ঞান সাধন, সিদ্ধৰ তাকে লক্ষণ বুঝিবা। এতেকে সিদ্ধৰ লক্ষণ সব শুনা, যেখন পুৰুষে অযত্নে আত্মসুখত তুষ্ট হুয়া ক্ষুদ্ৰ বিষয় অভিলাষ এড়ে, তেখনে তাক স্থিতপ্ৰজ্ঞ বুলি। আৰো তাৰ কিছু লক্ষণ শুনা, দুখ্খতো মনে ক্ষোভ নহে, সুখতো স্পৃহা নকৰে কাহাতো প্ৰীতি ভয় নকৰে, এমনে 'স্থিতপ্ৰজ্ঞৰ লক্ষণ কাহাক বোলে' প্ৰশ্নৰ উত্তৰ কহন্ত। কোনো ঠাই স্নেহ নাচৰে, যেন কুৰ্ম্মে অনায়াসে কৰচৰণমুখক সঙ্কোচ কৰে, তেমনে জ্ঞানীয়ো আন বিষয়ৰ পৰা ইন্দ্ৰিয়ক ৰাখে। যদি বোলা ইন্দ্ৰিয়সবৰ বিষয়ত অপ্ৰবৃত্তিয়ো স্থিতপ্ৰজ্ঞৰ লক্ষণ হৈবাক নৰিহে। জৰ, আতুৰ, উপবাসঃ পৰৰো বিষয়ত অপ্ৰবৃত্তি দেখি, তাত শুনা। জৰ আদিৰ বিষয়ত অপ্ৰবৃত্তি দেখি, তথাপি তাৰাৰ মনত বিষয়ৰ ৰাগ থাকে, স্থিতপ্ৰজ্ঞৰ পুনু সিয়ো নাই। ইন্দ্ৰিয় নিয়মন নহৈলে স্থিতপ্ৰজ্ঞ নঘটে, এতেকে সাধক অৱস্থাত মহাযত্ন কৰিতে লাগে। বিবেকী জনৰো মোক্ষক যত্ন কৰিতেও ক্ষোভক ইন্দ্ৰিয়সব হঠাতে মনক হৰে। এতেকে যোগী ইন্দ্ৰিয়ক নিয়মি মৎপৰ হুয়া ৰহিব। যাৰ ইন্দ্ৰিয় অধীন হৈল, তাৰ বুদ্ধি স্থিৰ হৈল জানিবা। আসন প্ৰশ্নৰো আতে উত্তৰ বুঝিবা। বাহ্য ইন্দ্ৰিয় নিয়ম নহৈলে, দোষ কহি। মন নিয়ম নকৰিলে দোষ কহন্ত। গুণ বুদ্ধি বিষয়ক চিন্তিলে পুৰুষৰ তাতে আসক্তি হয়। তেবে তাত কাম জন্মে, কামৰ প্ৰতিঘাটে ক্ৰোধ হয়। ক্ৰোধ হৈলে কাৰ্য্য অকাৰ্য্য বিবেক গুচে। তেবে তাৰ শাস্ত্ৰ আচাৰ্য্য উপদেশত ভ্ৰম হয়, তেবে পুৰুষৰ বুদ্ধি নাশ হয়; বুদ্ধি নাশ হৈলে মৃতক সম হয়। যদি বোলা ইন্দ্ৰিয়সব সততে বিষয়ত প্ৰৱৰ্ত্তে তাক নিৰোধন অশক্য এতেকে ই দোষ এড়া নাযায়; কেমনে স্থিতপ্ৰজ্ঞ হৈব, তাত শুনা। যাৰ মন ইন্দ্ৰিয় বশবৰ্ত্তী হৈল, সি ৰাগ দ্বেষ এড়ি বিষয় ভোগ কৰিতেও শান্তিক লভে। শান্তচিত্ত পুৰুষৰ সকল দুখ্খ নষ্ট হয়, বুদ্ধিয়ো স্থিৰ হয়। অজিতেন্দ্ৰিয় পুৰুষৰ শাস্ত্ৰ আচাৰ্য্যৰ উপদেশেও আত্মা বিষয় বুদ্ধি নঘটে, ধ্যানো নাই, ধ্যান নহৈলে শান্তিয়ো নাই। অশান্তৰ কৈত মোক্ষ হয়, আৰ হেতু শুনা। ইন্দ্ৰিয় বশ্য নহৈলে স্বেচ্ছায় বিষয়ত প্ৰৱৰ্ত্তে, তাৰ মধ্যত একে ইন্দ্ৰিয় মনে পুৰুষৰ বুদ্ধি হৰে, সকল ইন্দ্ৰিয় হৰিব তাক কি বুলিম যেন প্ৰমত্ত কৰ্ণধাৰ হৈলে বায়ুয়ে নৌকাক সৰ্ব্বতো ভ্ৰমাই, তেমনে অজ্ঞানীৰ মনো বিষয়ত ফুৰে। এতেকে যাৰ ইন্দ্ৰিয়সব বিষয়ত হন্তে সততে নিবৰ্ত্তন হৈল. তাকে স্থিতপ্ৰজ্ঞ বুঝিবা। যদি বোলা সুপ্ত হেন সকল

ইন্দ্রিয়ৰ ব্যাপাৰ শূন্য কোনো জন নেদেখি, এতেকে ই লক্ষণক আমি সম্ভাবিবে ন পাৰি, তাত শুনা যি ব্রহ্মনিষ্ঠাত সকল লোকৰ ব্যাপাৰ নাই, তাতে যিতো জিতেন্দ্রিয় হুয়া জাগি থাকে, যি বিষয় নিষ্ঠাত লোকসব প্রৱর্ত্তে তাত বিবেকীসবো ব্যাপাৰ নকৰে। যেন দিনান্ধ উলূকসব ৰাত্রিতেসে দেখে, দিনত চক্ষু মেলি থাকিতেও নেদেখে, তেমনে বিবেকীসবো আহাৰাদি কৰিতেও ব্রহ্মতেসে দৃষ্টি, বিষয়ত নথাকে। যদি বোলা বিষয়ত দৃষ্টি নহৈলে কেমনে ভোগ কৰে তাত শুনা। যেন নানা নদী পূৰিত সমুদ্রক আন জলসব প্রবিষ্ট হয়, তথাপি সাগৰে মর্য্যাদা নেৰে, তেমনে বিবেকীক প্রাৰব্ধ কর্ম্মে বিষয় ভোগ কৰাই কিন্তু স্বৰূপত চালিবে নপাৰে, সেই জনে মোক্ষ লভে, কাম ভোগপৰে নাপাই। এতেকে যি প্রাপ্ত কামভোগ সব এড়ি, অপ্রাপ্ততো পৃহা নকৰি অহঙ্কাৰ মমকাৰ তেজি আত্মাক মন দিয়া প্রাৰব্ধ ভোগে, যি মিলাৱে তাকে ভোগ কৰে সেই জনে মোক্ষ লভে। আকে উপসংহৰি কহন্ত ঈশ্বৰ আৰাধিতে এই ব্রহ্ম নিষ্ঠাক ঈশ্বৰ প্রসাদে পায়া পুৰুষ সংসাৰি নহে, সততে ব্রহ্ম নিষ্ঠাত থাকি সংসাৰী নহৈব তাক কি বুলিম। অন্তকালত ক্ষণমাত্র এই ব্রহ্মনিষ্ঠাত ৰহি ব্রহ্মানন্দ লভে। যি ভগৱন্তে শোক-পঙ্কমগ্ন অর্জ্জুন ভক্তক সাংখ্যযোগ উপদেশে উদ্ধাৰ কৰিলা, সেই কৃষ্ণত মঞি শৰণ পশিলো।

হে সামাজিকসব দেখ ভগৱন্তৰ লোকক কৃপা। অর্জ্জুনক উপলক্ষ কৰি সকল লোক তৰিবাক প্রতি গীতাশাস্ত্র কহিলা। এতেকে যি সুবুদ্ধি হয় তেবে সত্বৰে হৰিক ভজা। আয়ু পুনু পদ্মপত্র জল সম স্থিৰ নহে। হে কৃষ্ণ ভক্তৱৎসল করুণাসাগৰ যেমনে তোমাৰ চৰণ পদ্মত মোৰ মন ভ্রমৰ ৰহে তেমনে দায়া কৰা। কৌটিবাৰ প্রণাম কৰি কার্পণ্য কৰোঁ। সামাজিক সবো ডাকি হৰি বোল হৰি।

---

# সাগৰ খৰী।

## কুৰ্ম্মৱলী বধ।

জন্মিজয় ৰাজাত বদতি মুনিবৰ।
যেন কথা ভৈল পাছে আত অনন্তৰ ॥
সেহি বেলা ৰাধা সুতে পাইলেক চেতন
ৰাজা গণো চেতন লভিলা তেতিক্ষণ ॥
কিছু কিছু কৰিয়া গৱত শ্ৰুতি পাই।
শৰ ধনু ধৰি সবে যুঝিবাক যাই ॥
হেন দেখি কুৰ্ম্মৱলী মুনিষ প্ৰধান।
মহা কোপে ধৰি প্ৰহাৰিলা নিদ্ৰাবাণ ॥
সমস্তে বীৰক নিদ্ৰাৱলী লাগ পাই।
সশৰীৰে দৃঢ় কৰি ধৰিলা জন্তাই ॥
ৰাধেয়ক আদি কৰি যত ৰাজগণ।
নিদ্ৰাৱলী ধৰি সবে ভৈলা অচেতন ॥
হেন দেখি গঙ্গাৰ কুমাৰ মহাবলী।
সমৰক লাগি শীঘ্ৰ বেগে গৈলা চলি ॥
শুক্লবৰ্ণ ৰথখান দেখি ভয় ভীত।
ধনু ধৰি সমৰ ভূমিত উপস্থিত ॥
হেন দেখি কুৰ্ম্মৱলী হৰষিত মন।
ভীষ্মৰ মুখক চাই বুলিলা বচন ॥
তোমাৰ নৃপতি দুৰ্য্যোধন কৈক গৈল।
ৰাজা নাই তোমাসাৰ আথান্তৰ ভৈল ॥
বিনানৃপবৰে যুঝিবাক কোন কাৰ্য্য।
পালটীয়া চলি যাহা আপনাৰ ৰাজ্য ॥
হেন শুনি গঙ্গা সুতে দিলন্ত উত্তৰ।
মোৰ নাম ভীষ্ম জানিবাহা নৃপবৰ ॥

তীৰ্থ মধ্যে সংসাৰত যাক সম নাই।
মোক জন্ম দিলা তেবে গঙ্গাদেৱী আই ॥
বিনা যুদ্ধে যদি ময় চলি যাও ঘৰে।
কুখ্যাতি ৰহিবে মোৰ চন্দ্ৰ দিবাকৰে ॥
আকে জানি সাবধান হয়ো নৃপবৰে।
তোমাৰ আমাৰ হৈবে যুদ্ধ ভয়ঙ্কৰে ॥
অধৰ্ম্ম এড়িয়া যুঝিবাহা স্বধৰ্ম্মত।
সাক্ষী হৈয়া ৰৈবা সবে দেৱগণ যত ॥
হেন শুনি কুৰ্ম্মৱলী দিলেক উত্তৰ।
মোৰ পিতামহ জানা সিন্ধু নৃপবৰ ॥
তাহান তনয় ধৰ্ম্মদণ্ড বুলি যাক।
তেহে মহাবীৰ জন্ম দিলন্ত আমাক ॥
আকে জানি অধৰ্ম্ম যুদ্ধত কোন কায।
স্বধৰ্ম্মত যুঝিবো অন্যায়ত নাহি কায ॥
এহি বুলি কুৰ্ম্মৱলী ৰাজা নৰেশ্বৰ।
মনত হৰিষে তুলি লৈলা ধনুঃশৰ ॥
হেন দেখি ভীষ্মৰ হৰিষ কৰে মন।
ভয়ঙ্কৰ ধনু তুলি লৈলা তেতিক্ষণ ॥
দুইকো দুই বচনে সাদৰি বিস্তমান।
কৰযোড়ে কৰিলেক দেৱক প্ৰণাম ॥
দুইকো দুই কৰিলেক ধনুৰ টঙ্কাৰ।
একেলগে দুয়ো বীৰে কৰিলেক শৰ ॥
বায়ুবেগে দুয়ো প্ৰহাৰিলা মহাবল।
যেন দুইখান মেঘে বৰিষয় জল ॥
দুইখান ধনু দেখি মণ্ডলী আকাৰ।
দুইৰো শৰে আকাশত দেখি অন্ধকাৰ ॥
নিচিনয় কাকো কেৱে অন্ধকাৰ ময়।
ধৰণী মণ্ডলে দুয়ো মুনিষ দুৰ্জ্জয় ॥
মহাবলী কুৰ্ম্মাতৰ নৃপতিৰ শৰে।
কৌৰৱৰ সৈন্যে পৰি ঝাকে ঝাকে মৰে ॥

কুৰ্ম্মাতৰ সৈন্য মৰে ভীষ্মৰ শৰত।
অসংখ্যাত সেনা নিৰন্তৰে হোৱে হত॥
সেহি বেলা কুৰ্ম্মৱলী ভীষ্মত বদতি।
আমাৰ বচন শুনিয়োক মহামতি॥
অকাৰণে সেনা মৰে সবে নিৰন্তৰে।
গুণি চোৱা হয় নয় গঙ্গাৰ কুমৰে॥
যুঁহিবা তোমাকে মাৰো তুমি মাৰা মোক।
সমুখে সমৰে পড়ি চলো স্বৰ্গলোক॥
আকে জানি সাৱধান হোৱা সমৰত।
শুনি আছো তোমাৰ বীৰত্ব কথা যত॥
শিখি আছা মূৰ্ত্তিমন্ত অসংখ্যাত শৰ।
দেৱতাৰ অস্ত্ৰ মানে জানাহা বিস্তৰ॥
এহি বুলি কুৰ্ম্মৱলী হৰিষ মনত।
অগনিৰ অস্ত্ৰ পাট যুড়িলা গুণত॥
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা নৃপবৰ।
চৌপাসে আবৰি চলে অগ্নি চমৎকাৰ॥
হেন দেখি গঙ্গাসুত মুনিষ প্ৰধান।
গুণত যুড়িলা আনি বৰুণৰ বাণ॥
মন্ত্ৰ পঢ়ি শৰ পাছে প্ৰহাৰ কৰিলা।
দশোদিশে ঢাকি সব শিলা বৰষিল॥
নিমাইল অগনি দশোদিশে সুপ্ৰসন্ন।
কিঞ্চিত হৰিষ মন ভৈল প্ৰজাগণ॥
দেখি ক্ৰোদ্ধ ভৈল কুৰ্ম্মৱলী নৰেশ্বৰ।
শীঘ্ৰ বেগে প্ৰহাৰিলা বাসৱৰ শৰ॥
ঘৰিষণ গৰজন ঘোষণ অপাৰ।
জল স্থল পৃথিবী সহিতে একাকাৰ॥
হেন দেখি গঙ্গাসুতে মহামন্ত্ৰ জপি।
হানিলা মাৰুত অস্ত্ৰ ধনুত আৰোপি॥
মহাবেগে শৰ পাটে খেদি লাগ পাই।
বাসৱৰ অস্ত্ৰক নিলেক উড়ুৱাই॥

সেহিবেলা নৃপতিৰ পৰিল মনত।
ভয়ঙ্কৰ অস্ত্ৰ পাট যুড়িলা গুণত ॥
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা মহাবীৰ।
সৰ্প নিকলয় তাৰ পাঞ্চ পাঞ্চ শিৰ ॥
আকাশ চানিয়া চলে সৰ্প আসবিস।
লহ লহ কৰে জিহ্বা নাকে পৰে বিষ ॥
হেন দেখি গঙ্গাসুত মহাৰঙ্গ ভৈলা।
বৈষ্ণবৰ শৰ পাট হাতে তুলি লৈলা ॥
জপ কৰি শৰ পাছে প্ৰহাৰ কৰিল।
অসংখ্যাত সুবৰ্ণৰ গৰুড় পক্ষী ভৈল ॥
মহাবেগ ধৰি সবে চলে আকাশত।
খেদি খেদি খাইলা ভূজঙ্গৰ শৰ যত ॥
হেন দেখি ক্ৰোধে জ্বলি গৈল নৰেশ্বৰ।
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা শৰ বাসৱৰ ॥
বাঘ ঘোঙ সিংহ ধনুহন্তে নিকলয়।
দেখি কৌৰবৰ সৈন্যে ভৈল মহাভয় ॥
হেন দেখি গঙ্গাসুত মুনিষ দুৰ্ব্বাৰ।
নাৰায়ণ অস্ত্ৰপাট কৰিলা প্ৰহাৰ ॥
চলিলেক শৰ দশোদিশ সুপ্ৰসন্ন।
দানবৰ শৰ সব কৰিলেক চন্ন ॥
ঘোৰ মায়াৱন্ত সিতো শৰ বিপৰীত।
চুতুৰ্দ্দিশ অন্ধকাৰ দেখি ভয় ভীত ॥
দুৰ্ঘোৰ অস্ফাল নাদ শুনি দশোদিশে।
আকাশ ঢাকিয়া পাছে পৰ্ব্বত বৰিষে ॥
হেন দেখি গঙ্গাসুত মনে ভয় ভৈলা।
নৰসিংহ অস্ত্ৰ পাট হাতে তুলি লৈলা ॥
মন্ত্ৰ পঢ়ি শৰ পাছে প্ৰহাৰ কৰিলা।
পিশাচৰ শৰ মানে কাটিয়া পেলাইলা ॥
পৰম ক্ৰোধত কুৰ্ম্মৱলী নৃপবৰ।
জপ কৰি প্ৰহাৰিলা তমোময় শৰ ॥

নেদেখি নুশুনি যেন কুঁৱলী সদৃশ।
মহাবেগে চলে অন্ধকাৰ দশোদিশ ॥
আপোনাৰ শৰীৰ নেদেখি প্ৰজাচয়।
হাহাকাৰ শবদ মিলিল আতিশয় ॥
হেন দেখি মহাক্ৰোধে গঙ্গাৰ কুমাৰ।
আদিত্যৰ অস্ত্ৰপাট কৰিলা প্ৰহাৰ ॥
জ্যোতিৰ্ম্ময় আদিত্যৰ শৰ আসৰিস।
অন্ধকাৰ গুছি দশোদিশে সুপ্ৰসন্ন ॥
ক্ৰোধে তাম্ৰবৰ্ণ মুখ নসহে পৰাণ।
মন্ত্ৰ পঢ়ি প্ৰহাৰিল দিব্য বায়ু বাণ ॥
অসংখ্যাত বৃক্ষ সব উভৰি পৰয়।
প্ৰচণ্ড বতাসে মেৰু মন্দৰ লড়য় ॥
পৰ্ব্বতৰ শৃঙ্গ উকৱাৱে নিৰন্তৰে।
সোশক বায়ুৰে যেন হৃদয় বিদাৰে ॥
হেন দেখি গঙ্গাসুত মুনিৰ নায়ক।
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা পৰ্ব্বত সায়ক ॥
বতাসক নিবাৰিলা পৰ্ব্বত দুৰ্জ্জয়।
প্ৰতি হীন হুয়া দুয়ো অস্ত্ৰ ভৈল ক্ষয় ॥
দেখি মহাক্ৰোধ ভৈল ৰাজা কুৰ্ম্মৱলী।
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা নিদ্ৰাৱলী ॥
মহাবীৰ গঙ্গাসুত নাহি ভয় ভীত।
আথেবেথে প্ৰহাৰিলা সায়ক জাগৃত ॥
দুয়ো শৰে আকাশত ভৈল এক স্থান ॥
হুল স্থূল কৰি তৈতে ভৈলেক নিৰ্যান ॥
দেখি মহাক্ৰোধে কুৰ্ম্মৱলী নৰেশ্বৰ।
মন্ত্ৰ পঢ়ি জ্বৰবাণ কৰিলা প্ৰহাৰ ॥
শৰ মধ্যে মূৰ্ত্তিমন্ত সায়ক প্ৰধান।
মূৰ্ত্তি ধৰি চলিলা শিৱৰ জ্বৰবাণ ॥
হেন দেখি গঙ্গাসুতে আছে ধনু ধৰি।
বিষ্ণুৰ জ্বৰক হানিলন্ত লক্ষ কৰি ॥

শিৱৰ স্তৱক বিষ্ণু স্তৱে লাগ পাই।
দূৰত বিদূৰ কৰি পেলাইলা খেদাই ॥
হেন দেখি কুৰ্ম্মৱলী নৃপতি প্ৰধান।
মন্ত্ৰ সমে প্ৰহাৰিলা কুবেৰৰ বাণ ॥
বাসুকী সদৃশ ভয়ঙ্কৰ বিপৰীত।
মাথাগোট আকাশত লাঞ্জ পৃথিবীত ॥
মেৰু মন্দৰৰ সম সদৃশ শৰীৰ।
আকাশ বিয়াপি চলে ভয়ঙ্কৰ শিৰ ॥
নিশ্বাসতে বাজ হোৱে অসংখ্যাত সৰ্প।
দেখি দৈৱ লোকৰ হৰিল বল দৰ্প ॥
নাকৰ নিশ্বাস মাৰুতৰ সম শৰ।
চক্ষু দুই গোট যেন উদয় ভাস্কৰ ॥
হেন দেখি গঙ্গাসুতে মনত গুণিলা।
আথেবেথে দিগপাল শৰ প্ৰহাৰিলা ॥
আকাশ চানিয়া চলে সায়ক প্ৰচণ্ড।
কুবেৰৰ অস্ত্ৰক কৰিলা খণ্ড খণ্ড ॥
চূৰ্ণকৃত হুয়া শৰ ভূমিত পৰিল।
টলবল কৰি মহী মণ্ডৰ লৰিল ॥
হেন দেখি কুৰ্ম্মৱলী পৰম ক্ৰোধত।
ব্ৰহ্মাৰ শৰক পাই যুৰিলা গুণত ॥
প্ৰলয়ৰ শৰ যেন শকতি দুৰ্জ্জয়।
অযুত সূৰ্য্যৰ সম প্ৰকাশ কৰয় ॥
শৰৰ প্ৰতাপে সবে পৃথিবী লৰিল।
মন্দৰ গিৰিত যাই ধমক লাগিল ॥
সকল পৃথিবী লৰি দল দোপ ভৈল।
আকাশৰো তাৰা গণো খসি খসি গৈল ॥
হেন দেখি গঙ্গাসুতে গুণিলা মনত।
মহেশৰ শৰপাট যুৰিলা গুণত ॥
ৰুদ্ৰ মন্ত্ৰ জাপ্য তাতে কৰিলা বিস্তৰ।
কাম্পে বসুমতী নসহয় পয়োভৰ ॥

ত্ৰাস ভৈল নাগলোক অনন্ত প্ৰবল।
ফাটাইয়া ধৰণী কৰয় তলবল ॥
আকাশত আদিত্যৰ থিৰ ভৈল গতি।
কৈলাসত সচকিত ভৈল পশুপতি ॥
কুৰু কুৰ্ম্মাতৰ সেনা ভৈলা মহাত্ৰাস।
আই বাপ বুলি সবে দিলেক আতাস ॥
ঘনে ঘনে আকাশত উৰে ধূমকেতু।
চিন্তিলন্ত ভীষ্মে নৃপতিৰ বধ হেতু ॥
কুৰ্ম্মৱলী নৃপতিৰ আগে বিমঙ্গল।
সমুখে বহয় বায়ু পৰম প্ৰবল ॥
বৃক্ষ সব ভাগি পৰে পৰ্ব্বত শিখৰ।
হয় হস্তী উক্কৰারে ৰথী নিৰন্তৰ ॥
দেখি কুৰ্ম্মৱলী ৰাজা ভৈল ভয় ভীত।
মুদিলেক চক্ষু আৰ নপাৰে মেলিত ॥
ভীষ্মৰ আগত পাছে অতি সুমঙ্গল।
সুগন্ধি শীতল বায়ু বহে সুকোমল ॥
হেন দেখি ভীষ্ম কৃষ্ণ চৰণে প্ৰণামি।
ৰক্ষা কৰিবাহা মোক জগতৰ স্বামী ॥
তযু পদ বিনে মোৰ আন গতি নাই।
ব্ৰহ্মাৰ শৰত মোক ৰাখা যদুৰাই ॥
এহি বুলি শৰপাত কৰিলা প্ৰহাৰ।
সকলে পৃথিবী লৰি ভৈল তোলপাৰ ॥
দেৱাসুৰ নাগগণ থাকিলা তৰসি।
আকাশৰ তাৰাগণ গৈল খসি খসি ॥
মহাবেগে শৰপাট চলে আকাশত।
প্ৰলয়ৰ বহ্নি যেন দেখি সেই মত ॥
শীঘ্ৰবেগে চলে আকাশৰ পথ ছেদি।
গৰুড় চলয় যেন পৰ্ব্বতক ভেদি ॥
সেহি বেলা ব্ৰহ্মাৰ শৰক খেদি ধৰি।
পৃথিবীত পেলাইলেক চূৰ্ণাকৃত কৰি ॥

ব্ৰহ্মাৰ শকতি পাট ভূমিত পেলাই।
আতি মহাক্ৰোধে নৃপতিক খেদি যাই॥
কুৰ্ম্মৱলী নৃপতিৰ হত ভৈল বুদ্ধি।
প্ৰচণ্ড বতাসে ৰজা আছে চক্ষু মুদি॥
বিমঙ্গল মাৰুতৰ শব্দ উৰুৱাৰে।
বিস্ময়ে থাকিল ৰাজা বিহ্বল স্বভাৱে॥
সেহি বেলা মহেশৰ অস্ত্ৰ বিপৰীত।
মনোজয় বেগে গৈয়া চাপিলা সন্নিত॥
প্ৰচণ্ড শবদে দশোদিশ যাই চানি।
তূলাত লাগিল যেন প্ৰচণ্ড অগনি॥
নিমিষেক দহি নৃপতিৰ কলেৱৰ।
পৃথিবী বিদাৰি গৈল পাতাল ভিতৰ॥
সাতো সাগৰৰ জলে কৰিলন্ত স্নান।
দিব্যৰূপ ধৰি গৈল মহেশৰ স্থান॥
সমুখ সমৰে পাছে ৰাজা কুৰ্ম্মৱলী।
পৰম আনন্দে স্বৰ্গলোকে গৈলা চলি॥
শুনা সভাসদ এক চিত্ত কৰি মন।
কুৰ্ম্মাত পৰ্ব্বৰ কথা শুনা বিতোপন॥
ঈশ্বৰৰ যশ কথা ঘোষয় সৰ্ব্বথা।
মোক্ষকো সাধিব বসি ইতো কোন কথা॥
বোলয় সাগৰখৰী ভাৰতৰ পদ।
কুমুদ পুৰাণ ইতো কুৰ্ম্মৱলী বধ॥
কলিৰ যুগত ইতো নামেসে প্ৰধান।
কলিৰ যুগত শ্ৰেষ্ঠ কৃষ্ণৰ কীৰ্ত্তন॥
সত্য কৰি কহো সৰ্ব্ব পাপ সংহৰন্ত।
কুমুদ পুৰাণে কহি আছে ভগৱন্ত॥
ধৰ্ম্মেসে পৰম বস্তু জানিবা নিশ্চয়।
ধৰ্ম্মতে থাকিলে যমকো নাহি ভয়॥
তপ জপ তীৰ্থ আদি যোগ ব্ৰত দান।
ইসব নোহয় কৃষ্ণ কথাৰ সমান॥

জানিয়ো জন্মক হেৰা নকৰিয়ো বৃথা।
আলাস তেজিয়া শুনিয়োক হৰি কথা ॥
পুত্ৰ ভাৰ্য্যা বিষয় জানিবা মায়া জড়ি।
প্ৰবন্ধে ঈশ্বৰে বান্ধি আছে যত্ন কৰি ॥
সিতো বহু ছোৰণ নযাই একোমতে।
নকৰে ভকতি যাৰে কৃষ্ণ চৰণতে ॥
হেন জানি সবেয়ো ত্যজিয়া আন কাম।
জনম সফল হৌক বোলা ৰাম ৰাম ॥

---

# গোপাল চৰণ দ্বিজ।

## হৰিবংশ।

### আত্ম-পৰিচয়।

গোপাল গুৰুৰ পাৱে প্ৰণামিয়া মনে।
বলদেৱ বাক্য শিৰে ধৰিয়া যতনে॥
ইষ্ট কৃষ্ণ দেৱতাৰ অৰুণ চৰণে।
পদ চয় ভণে দ্বিজ গোপালচৰণে॥

হৰিবংশ ভাগৱত শ্ৰীবিষ্ণু পুৰাণ।
তিনিৰ সঙ্গমে কথা হৈবেক সুঠান॥
যমুনা জাহ্নবী সৰস্বতী একেস্থান।
প্ৰয়াগে বহয় ইতো তাহাৰ সমান॥

### শচী সত্যভামাৰ দ্বন্দ।

নিগদতি ঋষি ৰাজ শুন নৰেশ্বৰ।
পাৰিজাত লৈয়া যেবে গৈলা দামোদৰ॥
পাৰিজাত ৰাখিয়া ভৈলেক ভয় বৰ।
শচীৰ সমীপ লাগি ভিৰি দিলা লড়॥

হুয়াছে হতাস দুঃখে মুখে খৰশ্বাস।
গাৱে ঘৰ্ম্মচয় বয় মুক্ত কেশ পাশ॥
ইন্দ্ৰ সমে ইন্দ্ৰাণী বসিয়া ৰঙ্গে আছে।
আগত গন্ধৰ্ব্বে গাৱে অপস্বৰা নাচে॥

সেই বেলা ৰাখিয়া প্ৰণামি কৈবে লৈল।
শুন পটেশ্বৰী মাৱ আথান্তৰ ভৈল॥
সত্যভামা সতী আতি কৰিয়া বৰাই।
পাৰিজাত নিলেক তোৰ কৃষ্ণেক ৰূপাই॥

স্বৰূপে কহিলো যেন যুৱাই কৰ তাক।
পাছে অকাৰণে দণ্ড কৰিবি আমাক ॥
ৰাখিয়াৰ বাক্য শৰে হৃদয় দাৰিল।
মহাশোকে শচী সতী অধিক জ্বলিল ॥

প্ৰচণ্ড সৰ্পিনী যেন ফোফাইবে লাগিল।
চক্ষু পকাই বাসবক বলিবে ধৰিল ॥
শুন দেৱৰাজ তই কেনে আছ বসি।
মোৰ পাৰিজাত তৰু লৈ যাই মানুষী ॥

ধিক ধিক যাউক তোৰ সুৰপতি নাম।
আলসিয়া এথা বসি আছ কিবা কাম ॥
তিৰিৰ আগত মিছা গৰব কৰস।
মোৰ ফুল নেই তই কৌতুকে আছস ॥

কোন চাৰি সত্যভামা তাইক কৰ ডৰ।
কোন সুখে ৰহি আছ ঘৰেৰ ভিতৰ ॥
যেবে ভালে যাইবে তেবে যুদ্ধ হয় সাজ।
সমৰ কৰিয়া আনি দেহ তৰুৰাজ ॥

নাজা যেবে তোৰ আজি মুহিবেক ভাল।
মহাৰাগে গৰ্জ্জে শচী যেন যম কাল ॥
মহা কামাতুৰ তিৰি জিত পুৰন্দৰ।
খেলাৰ বানৰ যেন সেই বৰাবৰ ॥

শচীৰ বচনে মহাজ্বলি গৈল খঙ্গে।
অঙ্কুশে খুঞ্চিলে যেন প্ৰমত্ত মাতঙ্গে ॥
হাত ভৰি কাম্পে সৰ্ব্ব গাৱে ঘৰ্ম্মবয়।
সভাক নিহালি ইন্দ্ৰে আদেশ কৰয় ॥

শুন শুন সেনাপতি গৌৰীৰ কুমাৰ।
দেৱ সেনাপতি শীঘ্ৰে জাড়ায়ো আমাৰ ॥
আগুয়ান হুয়া কৰ যুদ্ধত প্ৰয়ান।
পাৰিজাত আনো কৰো ভামাক নিৰ্য্যান ॥

কুৱেৰ বৰুণ সখি বায়ু মহাবল।
বিলম্ব নকৰি সবে সমৰক চল ॥
জয়ন্ত ঋষত আৰ সিন্দষ কুমাৰ।
তিনি ভাই সমৰক চল খৰতৰ ॥

শুনৰে মাতলি মোৰ ৰথ চলায়োক।
মাতঙ্গ তুৰঙ্গ ৰঙ্গে সঙ্গত চলোক ॥
এহি মতে আজ্ঞা কৰি ইন্দ্ৰ সুৰ পাল।
ঐৰাৱত হস্তীক অনাইলা তৎকাল ॥

শচীক তুলিয়া তাত আপুনো উঠিল।
কৃষ্ণক যুজিবে লাগি প্ৰয়ান কৰিল ॥
অম্ৰাবতী পুৰ জুৰি নিসান বাজয়।
গজ ঘণ্টা বাজে হস্তী ঘোড়া চিহৰয় ॥

সেনাপতি সুজান কাৰ্ত্তিক মহাশয়।
একেতিলে জড়াইলেক দেব সেনাচয় ॥
ইন্দ্ৰৰ আগত চলিলেক দুঃখ মন।
চৌপাশে চলিল আনো লোকপালগণ ॥

শত শত সিংহ নাদে দবা ঢোল বাজে।
হেন চমৎকাৰে ইন্দ্ৰ চলে সব মাজে ॥
অনন্তৰে পাৰিপত পৰ্ব্বত পাই।
বিস্ময়ে চৌদিশে নিহালয় সুৰৰাই ॥

অসংখ্যাত হয় হস্তী পদাতি সকল।
পৰ্ব্বতে আছয় দেখি ভয়ে আখণ্ডল ॥
যদুগণ সমে তথা কৃষ্ণক দেখিল।
মহাভয় ভৈল ইন্দ্ৰ কম্পিবে লাগিল ॥

শচী বোলে ইন্দ্ৰ তই কাক কৰ ভয়।
আন পাৰিজাত শীঘ্ৰে মাৰি যদুচয় ॥
পাছে ইন্দ্ৰে ধৈৰ্য্য ধৰি ক্ৰোধে খেদি গৈল।
কৃষ্ণৰ আগত ৰহি বুলিবাক লৈল ॥

কেনে কৃষ্ণে এত বৰ কৰস অকাৰ্য্য।
নোবোলাই কেনে চুৰি কৰ তৰুবৰ॥
তিৰীৰ ফুলক লাগি এত বৰ সাদ।
এভো ছাৰি দেস তৰু নৌক পৰমাদ॥

ক্রোধিয়া বোলন্ত কৃষ্ণে শুন পুৰন্দৰ।
মোক কেনে এত বোল বলস বৰ্ব্বৰ॥
সত্যভামা চৰণত পৰিয়া সাক্ষাত।
প্রসন্ন কৰায়া তাঙ্ক নেস পাৰিজাত॥

কোন চাৰ ফুল তাত মোৰ কাৰ্য্য নাই।
প্রিয়া সত্যভামা সে তাহাৰ অধিকাই॥
কৃষ্ণ বাণী শুনি শচী বুলিবে লাগিল।
এবেসে আমাৰ সবে মৰ্য্যদা ৰহিল॥

যাহাৰ চৰণ সেৱে সুৰাসুৰ লোক।
হেন ইন্দ্রে মানুষীৰ চৰণে ধৰোক॥
তবে আপোনাৰ পুষ্প আনোক খুজিয়া।
ইকি কদৰ্থনা কোনে থাকিবে সহিয়া॥

কেনে সুৰৰাজ কত সহ অপমান।
হাতে ব্রজ ধৰি যাই পাৰিজাত আন॥
দেখো সত্যভামা কাৰ উকৰায়ে চাই।
অভক্তৰ বেটীক আমাৰ শঙ্কা নাই॥

বৈশম্পায়নে বোলে কথা শুনা নৰেশ্বৰ।
শচী বাক্যে সত্যভামা ক্রোধে জৰজৰ॥
গোবিন্দ গহে বোলে শুন আবে শচী।
নৰকৰ নিকাৰত আছিলিহি পছি॥

মোৰ স্বামী প্রসাদত আপদ তৰিলি।
আবে অভাগিনী সবে গুণ পাসৰিলি॥
কোটি কোটি ব্রহ্মাণ্ডৰ নাথ মোৰ স্বামী।
কৃষ্ণৰ কামিনী জগদ্বন্দনী সে আমি॥

দানবৰ বেটী অতি নটিনী নিলাজী।
মোৰ আগে এত বৰ গোল কৰ আজি ॥
তোৰ ভতাৰৰ মই জানো সবে গুণ।
পাষণ্ডী বিতণ্ডি তই কহো তাক শুন।

নাহিকে বিচাৰ চাৰ দুৰ্ব্বাৰ লম্পট।
নাম মাত্ৰ দেৱৰাজ কাৰ্য্যে যেন নট ॥
ভাল মন্দ নিবিচাৰে নিলাজ পাগল।
যোনি মাত্ৰে ৰমে বেটা যেহেন ছাগল ॥

গৌতম ঋষিৰ যাই আশ্ৰম পশিল।
অহল্যাক দেখি কাম সাগৰে মজিল ॥
পাছে ঋষি বেশ ধৰি ব্ৰাহ্মণী হৰিল।
ঋষি যে শপিলে মহা অপায় মিলিল ॥

অণ্ডকোষ চিণ্ডি গেল ভৈল আসি ছাগ।
সৰ্ব্ব গাৱে চানিয়া ভৈলেক যোনি দাগ ॥
ছাগলৰ অণ্ডকোষ যেনে তেনে হৈল।
আজিয়ো জগত চানি কলঙ্কেসে ৰৈল ॥

স্বামী তোৰ দাগুৱা বিচাৰে তই দাগি।
ইন্দ্ৰ সিতো ছাগল তই চাৰি ছাগী ॥
আৰো এক অকাৰ্য্যক সৰ্ব্ব লোকে কয়।
ইন্দ্ৰেসে ফিড়য় পুনু শচী না ফিড়য় ॥

আলাই বলাই আক শুনি উঠে হাসি।
যেই ইন্দ্ৰ হোৱে তাৰে তই হোৱ দাসী ॥
মৰ মৰ বেশ্যা তোৰ লাজ কাজ নাই।
এক গোটা ভিৰী হুয়া ফিৰ ঠাই ঠাই ॥

বহু পুৰুষত ৰম বিকাৰ অভাগী।
বিস্তৰ ছাগৰ যেন এক গোটা ছাগী ॥
শুনৰে মাগিনী কেনে এত অহঙ্কাৰ।
স্বৰ্গপুৰ মাৰি দৈত্য লৱে বাৰম্বাৰ ॥

কৃষ্ণসে থাপন্ত তোৰ ইন্দ্ৰক স্বৰ্গত।
সমস্তে বিভব কৃষ্ণৰেসে বিচাৰন্ত॥
পাৰিজাত আদি যত দ্ৰব্য দেৱ যোগ্য।
কৃষ্ণৰেসে প্ৰসাদত ইন্দ্ৰে কৰে ভোগ্য॥

আপুনাৰ বস্তু প্ৰভু আনিলন্ত কাঢ়ি।
নিলাজ নিলাজী কেনে দন্দকৰ বাঢ়ি॥
মই যেবে পাৰিজাত নেদো পৰিহৰি।
কোটি শত ইন্দ্ৰে তাক নিবে কেনে কৰি॥

যেৱে মান্য বৈব ইন্দ্ৰ স্বৰ্গপুৰে চল।
ভিৰীৰ বচনে বেটা নহিবি বিকল॥
তোৰ এত সাদ গোবিন্দক যুদ্ধ কৰি।
পাৰিজাত লৈয়া যাইবি আপুন নগৰী॥

শুন হিত বোল পুত্ৰ ঘৰে চলি যাস।
তপত দুধক কেনে নালেপিবে চাস॥
কতোকাল পাৰিজাত কৃষ্ণক পৌৰাওঁ।
কৃষ্ণৰ প্ৰসাদ ময়ো যৌপাত চড়াওঁ॥

পাছে তোক ছাৰি দিব দিব্য তৰুবৰ।
জানিয়া বাহুৰি ঘৰে চল পুৰন্দৰ॥
নুহি তেবে ইন্দ্ৰ তই হৈবি ৰণ্ডভণ্ড।
নাক কাটি শচীৰ কৰিবো উগ্ৰদণ্ড॥

সৰ্ব্বভাৱে ভক্তি কৰো কৃষ্ণ চৰণত।
মই অভক্তৰ বেটী সেই সে ভকত॥
পুলোমা দানব যিতো মহা অনাচাৰ।
ৰাত্ৰি দিনে মদ্যে মাংসে কৰয় আহাৰ॥

তাৰ বেটী হুয়া এই হৈল বৰ লোক।
অভাগীৰ বাক্য বহ্নি দহি মাৰে মোক॥
এহি বুলি সত্যভামা ক্ৰোধে ৰহিচয়।
পাছে যেন কথা ভৈল শুনা জন্মিজয়॥

ভামাৰ বচনে শচী অধিকে জ্বলিল।
অনির্ব্বাৰ হুয়া বাক্য বুলিবে লাগিল ॥
হায়ৰে মানুষী জানো তোত নাহি জ্ঞান।
মোৰ ফুল চুৰি কৰ তোৰ সে উমান ॥

চুৰুণীৰ হয় পাঞ্চ বোঝা মিছা গাল।
আবেসে মৰিলি চেৰী নাই তোৰ ভাল ॥
তিৰি হয়া তিৰিৰ বেকত কৰ যাৰ।
মাৱেৰৰ কথা কেনে নক আপুনাৰ ॥

নোহ বিদগদ নজানস ৰতীবস।
কালিৰ ছোৱালী হুয়া চাতুৰী কৰস ॥
আমি জানো তোৰ স্বামী যেন মত ভাল।
নন্দ ঘৰে আছিলেক হুয়া ৰাখৱাল ॥

বৃন্দাবনে বেঢ়াইলেক ধেনুবৎস ৰাখি।
শিৰৰ ভূষণ লৈল ময়ূৰৰ পাখি ॥
গোপ ঘৰে বেঢ়াইলেক দধি দুধ খাই।
গৰু তিৰি মাৰি আছে চুইবে নযুৱাই ॥

গোপীকাৰ পিন্ধিবাৰ বস্ত্ৰ কান্ধে লৈল।
হেন সে কম্বুক যোনি নিৰেখিয়া ৰৈল ॥
আতি অনাচাৰ কৃষ্ণ জগত প্ৰখ্যাত।
ব্ৰাহ্মণী সবৰ খায়া আছে আড়া ভাত।

নাই কুল ক্ৰীড়া গোপী বিটাল গোপাল।
নিজ কান্ধে বহি আছে গোৱাল চৱাল ॥
নন্দেৰ ব্ৰজৰ গোপ সুন্দৰী হৰিল।
কামাতুৰ পদে গোপী কান্ধত বহিল ॥

মহাৰাস মণ্ডল পাতিয়া বৃন্দাবনে।
নানা ৰসে বসিলেক গোপীকাৰ সনে ॥
আমি সবে নিৰখিয়া আছিলো নয়নে।
গোপী সবে ৰঙ্গে ধঙ্গে বেঢ়াইল কাননে ॥

মথুৰা নগৰী আসি মমাক মাৰিল।
কোন ছাৰি কুজী দাসী তাহাক কৰিল॥
গোকুল মথুৰা মাঝে যত তিৰি আছে।
তোৰ ভতাৰেৰ হাত কেবে সাৰি আছে॥

আনো নানা দোষ মানে থৈলিহি লুকাই।
পৰ দোষ কহ যাৰে অলাই বলাই॥
আনো নানা খৰ্ব্ব বুলি শচী বহি আছে।
দশন চোৱাই ভামা বুলিলেক পাছে॥

শুনৰে নিলাজী শচী লাজ দূৰ গৈল।
পূৰ্ণব্ৰহ্ম কৃষ্ণৰেসে দোষ কৈবে লৈল॥
যত দোষ কৈলি ইতো কিছু দোষ নাই।
বিচাৰ কৰিলে মাত্ৰ স্তুতি মাত্ৰ হই॥

মোৰ স্বামী গোপাল কৃপাল কৃপানিধি।
গরু তিৰি মাৰি তাৰ সাধিলন্ত সিধি॥
হেন সে ভক্তৰ বশ্য দেৱ ভগৱন্ত।
ভকতৰ হিত চিন্তি গরুক চাৰন্ত॥

শচীক এতেক বুলি সত্যভামা ৰাণী।
কিঞ্চিত সক্ৰোধে মাধৱক বোলে বাণী॥
গোপালে বোলয় সবে এৰা আন কাম।
কৃষ্ণক বান্ধৱ মানি বোলা ৰাম ৰাম॥

# গোবিন্দ মিশ্র।

---

## শ্রীমদ্ভগবদগীতা।

### দ্বিতীয় অধ্যায়।

#### তুলবি।

গুণদোষৌ বিচার্য্যৈতদর্জ্জুনো নবপুঙ্গবঃ।
মৌনভাবং সমাস্থায় নাব্রবীৎ সাধ্বসাধু বা॥
দ্বিতীয়ে শোকসন্তপ্তমর্জ্জুনং ব্রহ্মবিদ্যয়া।
প্রতিবোধ্য হৃষিশ্চক্রে স্থিতপ্রজ্ঞস্য লক্ষণম্॥

দৈবকী তনয় দেব কৃপাময়
কৃষ্ণ দেৱতাৰ সাৰ।
পঙ্কজ চৰণে প্ৰবেশিয়া মনে
পুনু কৰো নমস্কাৰ॥
সঞ্জয় বদতি শুনা কুৰুপতি
পাছে যেন কথা ভৈলা।
শোক সমুদ্ৰত মোহ ঊৰ্ম্মি পায়া
ধনঞ্জয় তল গৈলা॥
শোকাকুল দুঃখে পায়া অশ্ৰু মুখে
দুয়ো নেত্ৰে পৰে পানী।
কৃষ্ণ কৃপাময় দয়ায়ে বোলয়
অৰ্জ্জুনক প্ৰিয়বাণী॥
শুনা সব্যসাচি ৰণ মধ্যে আসি
শোকে পাইলা মহাভয়।
মহাযশী হৈয়া অকীৰ্ত্তি কৰাহা
ক্ষুদ্ৰ হৃদয়ৰ নয়॥

কুৰু পাণ্ডৱৰ অনেক কালৰ
যুদ্ধৰ আৰম্ভ কাজে ।
সম্মুখ সংগ্ৰামে ৰথ ৰাখিলাহা
উভয় সেনাৰ মাঝে ॥
যত বীৰ বৰ পৃথিবী ভিতৰ
তোমাক অগ্ৰত গণি ।
সম্মুখ সংগ্ৰামে কোন বীৰ কান্দে
নতু দেখি নতু শুনি ॥
এড়ি স্বৰ্গ পথ অসাধুৰ মত
কৰাহা অকীৰ্ত্তি নয় ।
দুৰ্ব্বলতা এড়ি ধনুঃসৰ ধৰি
যুদ্ধে উঠা ধনঞ্জয় ॥
সঞ্জয় বোলন্ত পৰম ৰহস্য
শুনিয়োক মহাৰাজ ।
অজ্ঞানত থাকি পাৰ্থ তল গৈলা
শোক সাগৰৰ মাঝ ॥
পাছে হৃষিকেশে সাংখ্য উপদেশে
অজ্ঞান কৰিলা নাশ ।
ঘোৰ অন্ধকাৰ অনেক কালৰ
যেনে সূৰ্য্যে কৰে নাশ ॥
বোলে ধনঞ্জয় শুনা দয়াময়
যি কাৰণে কৰোঁ তাপ ।
আছোক অস্ত্ৰাদি বাক্যে যুজোঁ বোলো
তভো হোৱে ঘোৰ পাপ ॥
ভীষ্ম গুৰু দ্ৰোণ দুহানো চৰণ
সদা লাগে পূজিবাক ।
অহৰ্নিশে সেৱা কৰিতে লাগয়
কিমতে বধিবো তাঙ্ক ॥

গুৰুক নবধি ৰাজ্যক নসাধি
দিশ দিশান্তৰে যাঁও।
এহি পৰাশ্ৰয় কৰিলোঁ অশ্ৰয়
ভিক্ষা মাগি আনি খাওঁ॥
বন্ধুগণ বধি ৰাজ্যকাম সাধি
গুৰুক কৰিবো ৰণ।
ভুঞ্জি ভোগচয় যেন পাপময়
ৰুধিৰে মিশ্ৰিত অন্ন॥
পাপক নচাই যদিবা যুজোঁহো
তাহাৰ নজানো সাৰ।
কুৰু পাণ্ডৱৰ উভয় সেনাৰ
জয় পৰাজয় কাৰ॥
ধৰ্ম্ম অধৰ্ম্মত বুদ্ধি ভৈলা হত
তোমাত পুচো বিশেষ।
যুদ্ধ ভিক্ষাটন কোন গোটা ভাল
বুলিয়োক হৃষীকেশ॥
তুমি নিজ গুৰু প্ৰপন্ন শিষ্যক
শিক্ষা দিতে লাগে স্বামী।
তুমি সৰ্ব্ব আদ্য তুমি স্ৰজি আছা
এতেক নজানো আমি॥
গুৰু ইষ্ট দেৱ সৰ্ব্বভাৱে সেৱ
কৰিতে লাগে সন্তোষ।
প্ৰপন্ন শিষ্যক নকহে গুহ্যক
গুৰু পাৱে বহু দোষ॥
শোক মোহ মন দহে ইন্দ্ৰিগণ
ভ্ৰমে যেন মোৰ মতি।
অকণ্টকা মহী পাতাল নলাগে
আৰু নোহোঁ সুৰপতি॥

অনিমাক আদি পাওঁ অষ্টনিধি
যদি পাওঁ সত্যলোক।
এতেককো পাই নেদেখো উপাই
দূৰ হোৱে ইটো শোক॥
মুযুজিবো বুলি প্ৰতিজ্ঞা কৰিয়া
মৌনে ৰহিলন্ত বসি।
অৰ্জ্জুনক চাই কৃষ্ণ বুলিলন্ত
অল্প কৰি হাসি হাসি॥
যাতে শোক নাই তাতে শোক কৰা
মই বাধো বাৰম্বাৰ।
পণ্ডিত মুহিকা বাদ মাত্ৰ কৰা
প্ৰজ্ঞা ৰাখা আপোনাৰ॥
ওবা সব্যসাচি মূৰ্খে পণ্ডিতালি
কৰা পণ্ডিতক চাই।
তীৰ্থ যাত্ৰা কালে যিটো দোষ কৈলা
তাতে কোনো দোষ নাই॥
পুত্ৰ উপজিলে আনন্দ নকৰে
মৰিলে নকৰে শোক।
মান অপমান যাৰ নাহিকয়
পণ্ডিত বোলয় লোক॥
মৰণ জীৱন সকলেসে ভ্ৰম
সুখ দুঃখ যত ভাৱে।
দেহ আত্মা পৰ অবিদ্যা ভিতৰ
অজ্ঞান মুগুছে যাৱে॥
পথে থাকি পৰি সৰ্প হেন জৰী
পুৰুষে যেহেন পাৱে।
তত্তকাল ভয় মনৰ সংশয়
বিচাৰ নকৰে যাৱে॥

পাছে বিচাৰিয়া জিজ্ঞাসা কৰিয়া
সন্নিত চাপিয়া তাৰ।
সৰ্প ভয় ভ্ৰম তিনি দূৰ গৈল
জৰী গাছ মাত্ৰ সাৰ॥
দেহৰ লগত আত্মাৰ মৰণ
কহে অজ্ঞানৰ প্ৰায়।
ব্যাপক আত্মাক পৰিচ্ছেদ কৰে
যাৰ আদি অন্ত নাই॥
তুমি আমি আদি যত লোক দেখা
আছিলো সবে পূৰ্ব্বত।
সম্প্ৰতি সবহি আছো বিদ্যমান
থাকিবো পাছ কালত॥
বুলিবা ঈশ্বৰ জন্ম মৃত্যু শূন্য
তুমি থাকা সৰ্ব্বথায়।
আন যত লোক কতো উপজয়
কতোবা মৰিয়া যায়॥
একে শৰীৰতে বাল্য যুবা জৰা
হোৱে যেন পুৰুষৰ।
দেহ এড়ি জীৱে আন দেহে জন্মে
মৃত্যু সেহি পটন্তৰ॥
যদি বোলা আৰু এই দেহ নষ্টে
ইয়ো দেহ নষ্ট যায়।
আন দেহ এড়ি পুনৰ্ব্বাৰ আসি
ভিন্ন জীৱ ওপজয়॥
জানিবা জীৱৰ পূৰ্ব্ব যে দেহৰ
পূৰ্ব্বৰ সংস্কাৰ যত।
সেহি সে সংস্কাৰে পুনু দেহ ধৰে
নিষ্টে জানা স্বৰূপত॥

যেনে শৰীৰৰ সৰ্পে কল্প এড়ে
জীৱৰ সিমত পুনঃ।
পূৰ্ব্বৰ সংস্কাৰে সেই জীৱ নোহে
স্তনক পিয়াৱৈ যেন॥
যেন বাল্য দেহ ধৰি ওপজয়
যুবা হোৱে মধ্যকালে।
বাল্য যুবা দুয়ো স্থানান্তৰ হয়
বৃদ্ধ অৱস্থাক পালে॥
বাল্য যুবা জৰা তিনিও অৱস্থা
একে দেহে পাৱে লোক।
বাল্য গুছি যেৱে বৃদ্ধক পাইলেক
তাত নাহি কেন শোক॥
যেৱে বোলা বাল্য যুবা জৰা ভৈলে
তিনি কাল স্মৰে মনে।
যেৱে পূৰ্ব্ব দেহ অহঙ্কাৰ নাহি
উৎপত্তি প্ৰলয় কেনে॥
মন ইন্দ্ৰি প্ৰাণ সমস্তে থাকয়
অৱস্থাহে দূৰে যায়।
আতো সেহি মতে শৰীৰে সে নষ্ট
আত্মাৰ বিনাশ নাই॥
জীৱৰ মৰণ কহে যিটো জন
সবে মিছা মহাভাগ।
কৰ্ম্মৰ সংস্কাৰে আন দেহ লৱে
পূৰ্ব্ব দেহ কৰি ত্যাগ॥
গোবিন্দে যে কয় বিষম বিষয়
মনে চিন্তা ঘনে ঘন।
যেন বেশ্যা নাৰী স্বামী যে থাকন্তে
পৰ পুৰুষত মন॥

হেন জানি নৰ কৃষ্ণৰ চৰণ
মধু পিয়া কৰ্ণ ভৰি।
কৃষ্ণ বিনা ত্ৰাণ কোন আছে আন
ডাকি বোলা হৰি হৰি॥

পদ।

পাৰ্থক সম্বোধি কৃষ্ণে বাক্য বোলে পুন।
শোকৰ ব্যৱস্থা কহোঁ শুনিয়ো অৰ্জ্জুন॥
যদি বোলা ক্লেশ দুঃখ সহন নযায়।
চিৰকালে তথাপি নথাকে একঠায়॥
শীত উষ্ণ সুখ দুঃখ ইন্দ্ৰিয় বিষয়।
নষ্ট বস্তু বুলিয়া সহিয়ো ধনঞ্জয়॥
শীতকালে উষ্ণ উষ্ণকালে হোৱে শীত।
দুইকো দুয়ো পৰিবৰ্ত্তী শৰীৰৰ হিত॥
শীতে শীতে উষ্ণে উষ্ণে তাৰ দুঃখ নাই॥
কিন্তু কতো কালে থাকে কতো কালে নাই॥
সুখ দুঃখ কতো আসে কতো থাকি যাই।
ইহাক বোলয় শাস্ত্ৰে আগম অপায়ী॥
সুখ দুঃখ সম কৰি সহে যিটো জন।
সেই ধীৰ বুদ্ধিমন্ত মোক্ষৰ ভাজন॥
অসন্ত বস্তুৰ কতো নাহিকে প্ৰকাশ।
সন্ত বস্তু ভৈলে কদাচিতো নাহি নাশ॥
অজ্ঞানী অসন্ত সন্ত একে কৰি মানে।
জ্ঞানী বিচাৰিয়া তত্ত্ব স্বৰূপক জানে॥
শীত উষ্ণ সুখ দুঃখ যাৰ মনে নাই।
সেহিসে পুৰুষ শ্ৰেষ্ঠ মোক্ষপদ পাই॥
অবিনাশী আত্মাৰ প্ৰমাণ নাহি যাৰ।
অব্যয় অক্ষয় বিভু ব্যাপক সংসাৰ॥
দেহ আদি অন্ত পুনু সবে উপজয়।
হেন জানি যুদ্ধক উঠিয়ো ধনঞ্জয়॥

তভো শোক দূৰ নোহে অৰ্জ্জুনৰ মনে।
পুনু সাংখ্য উপদেশ কন্ত নাৰায়ণে ॥
মোক বধিবেক লোকে ময়ো বধো তাঙ্ক।
যিটো অজ্ঞানত থাকি বোলে দুষ্ট বাক ॥
ইটো বধ নযাইবে তাহাৰ নাহি বধ।
যিটো অজ্ঞানত কহে জানিবাহা অন্ধ ॥
বধায়ে বধিবে বধ যাই হেন ৰটে।
অচিন্ত্য আত্মাৰ বধ কেন মতে ঘটে ॥
আত্মাত যে নাহিকে বিকাৰ এহি চয়।
পৰিণাম জন্ম মৃত্যু আৰু বৃদ্ধি ক্ষয় ॥
কৃষ্ণে বোলে হেন বোধ লোৱা ধনঞ্জয়।
আত্মা অবিনাশী আৰু জানিবা নিশ্চয় ॥
কৰ্ণ দুৰ্য্যোধন বুলি খ্যাত সৰ্ব্বলোক।
সেই দেহ নষ্ট হুইবে তাত কৰা শোক ॥
সেই হেতু দেহ অৰ্থে শোক নুজুৱাই।
পূৰ্ব্ব দেহ এড়ি জীৱে আন দেহ পাই ॥
যেন নব বস্ত্ৰক পুৰুষ পিন্ধে আগ।
পুৰাতন বস্ত্ৰ পাছে কৰে পৰিত্যাগ ॥
যেন জোকে তৃণ পাইলে এড়য় অপৰ।
জীৱৰ দেহৰ জানা সেহি পটন্তৰ ॥
অপানি অপাদ আত্মা বৰ্ণ নাহিকয়।
অগ্নি জল বায়ু যাক অস্ত্ৰে নকাটয় ॥
যেবে মূৰ্ত্তি থাকে তান দহয় অনল।
যেবে মূৰ্ত্তি থাকে কাটে অঙ্গ যে সকল ॥
যেবে ৰস থাকে বায়ু শোষে নিৰন্তৰ।
ইন্দ্ৰি অনুসাৰে নৈলে মন অগোচৰ ॥
অচিন্ত্য অব্যক্ত নিত্য আত্মা সনাতন।
তাক লাগি কেন শোক কৰাহা অৰ্জ্জুন ॥
আৰু যদি হেনয় সংশয় কৰা সখি।
দেহ সঙ্গে আত্মা মৰে ওপজয় দেখি ॥

সেহি হেতু শোক তুমি নকৰিবা আত।
মৰিলে অৱশ্যে পুনৰপি হোৱে জাত॥
উপজিলে পুনৰপি অৱশ্যে মৰয়।
এহি মতে জীৱ দেহ এড়ি মুগুছয়॥
স্বভাৱে দেহীৰ ধৰ্ম্ম মৰি ওপজয়।
উপাধিত থাকি দেখি স্বৰূপ নোহয়॥
যেন ঘট মধ্যে দেখি চন্দ্ৰক সাক্ষাত।
ঘট মধ্যে পুনৰপি চন্দ্ৰ নাহি তাত॥
সেহি মতে আত্মা দেহ নাছিল পূৰ্ব্বত।
উপজিল মধ্যকালে ভৈলেক বেকত॥
যেবে মৰে আত্মা দেহ দুহাকো নেদেখি।
হেন জানি কি কাৰণে শোক কৰা সখি॥
পূৰ্ব্বত নাছিল মধ্যকালে ব্যক্ত ভৈলা।
যৈৰপৰা আসিছিলা তৈক লাগি গৈলা॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক যদুৰাজ।
সাক্ষাতে দেখিলে দৃষ্টান্তৰ কোন কাজ॥
আন যত মূৰ্খ তাৰ কথা শুনিয়োক।
সাক্ষাতে দেখিলে পণ্ডিতৰো হোৱৈ শোক॥
হোৱন্ত পণ্ডিত কবি ব্যাস মহামতি।
শুকে এড়ি যান্তে শোক কৰিলা সম্প্ৰতি॥
কৃষ্ণে বোলে অদভূত শুনিয়ো অৰ্জ্জুন।
মোহোৰ স্বৰূপ জানিবাক পাৰে কোন॥
মই ব্ৰহ্ম মোৰ কৰ্ম্ম নজানে সাক্ষাত।
ব্ৰহ্মা হৰ মোহ হোৱৈ মোহোৰ মায়াত॥
যিবেলাত স্থূল হওঁ আদি অন্ত নাই।
কোটি কোটি ব্ৰহ্মাণ্ডও মৰে আসে যাই॥
যিবেলাত মই আৰু সূক্ষ্মৰূপ ধৰোঁ।
সুষুম্না নাৰীৰ মধ্যে যাতায়াত কৰো॥
অঘট ঘটাওঁ মই পাতি মায়াজাল।
মায়াৰ মইসে মায়া বিকালৰো কাল॥

গুৰু উপদেশে নানা শাস্ত্ৰক পঢ়য়।
তথাপি বিচাৰি মোৰ তত্ত্ব নপাৰয় ॥
যিবা কহে যিবা শুনে যিবা দেখে মানে।
মায়াত থাকিয়া তাক আচাৰিত মানে ॥
যেবে বোলোঁ স্বৰূপত নজানয় মোক।
আৰ কেন ভক্তি জ্ঞান লাগে কহিবাক ॥
মোহোত বিশ্বাস দৃঢ় কৰে যিটো নৰ।
সেহিসে স্বৰূপ জানে নোহে অগোচৰ ॥
বিশ্বাস নভৈলে তাৰ নোহে অনুকূল।
শাস্ত্ৰ পঢ়ি কৰিতে নপাৰে এক মূল ॥
এক মূল নকৰিলে দেখে নানা পথ।
অতএব মূৰ্খে তাৰ নজানয় তত্ত্ব ॥
যেন প্ৰলোভন কাৰ্য্যে বাক্য শুনি মৰে।
সাৰ এড়ি মন্দ কৰ্ম্ম ভাল বুলি কৰে ॥
ব্ৰহ্মাচৰ্য্য কৰি কৰ্ম্ম কৰিতে লাগয়।
আৰ সেহি দিনা বুলি বিস্তৰ কাটয় ॥
প্ৰদীপে পোড়য় ৰোম ছাগলিৰ যত।
বোলে তত কাল মানে থাকিবে স্বৰ্গত ॥
মাৰ্কণ্ডি পুৰাণ চণ্ডী পাঠ কৰে তাৰ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ চণ্ডী অধিকাৰ ॥
ব্ৰহ্মা বিষ্ণু মহেশক দুৰ্গায়ে স্ৰজিলা।
তাক সেবি তিনিজনে মহাপদ পাইলা ॥
এহিমতে অন্যো অন্যে সম্মতি বখানে।
তাতে বিমোহিত হৈয়া মোহোক নজানে।
যেহি আত্মা সেহি ব্ৰহ্ম নাহিকে অন্তৰ।
আত্মাবিনে ভিন্ন বস্তু নাহিকে অপৰ ॥
দেহী বুলি জীৱক কহয় সৰ্ব্বলোক।
অবধ্য জীৱক লাগি কেন কৰা শোক ॥
আৰু দেখা তোমাৰ যে স্বধৰ্ম্ম অৰ্জ্জুন।
ক্ষত্ৰিয়ৰ যুদ্ধ বিনা ধৰ্ম্ম আছে কোন ॥

সেহি সে পৰম ধৰ্ম্ম ক্ষত্ৰিয়ৰ সুখ।
সম্মুখ সংগ্ৰাম পাইলে নোহয় বিমুখ ॥
হেন জানি শোক এড়ি কৰা চিত্ত ডাঠ।
স্বৰ্গক যাইবাক লাগি মেলান কপাট ॥
বন্ধুবধ দোষে যে যুদ্ধৰ এড়া আশ।
স্বধৰ্ম্ম পৌৰুষ কীৰ্ত্তি তিনে হইবে নাশ ॥
দম্ভ দৰ্প কৰি আইলা বীৰগণ মাঝে।
ৰণ এড়ি সুযুজি যাইবাহা কোন লাজে ॥
তব লাভ দুয়ো মতে জানিবা নিশ্চয়।
হেন জানি যুদ্ধে উঠিয়োক ধনঞ্জয় ॥
ৰণজয়ে অকণ্টকা পৃথিবী ভুঞ্জিবা।
যদি যুদ্ধে মৃত্যু হোৱে স্বৰ্গক যাইবা ॥
স্বধৰ্ম্ম জানিয়া যুদ্ধে উঠা ধনঞ্জয়।
নেড়িবাহা যুদ্ধ মনে এড়িয়ো সংশয় ॥
ৰণজয় লাভে সুখ ভঙ্গে দুঃখ টান।
কিন্তু সুখ দুঃখ দুইকো কৰিবা সমান ॥
এহি মতে যুদ্ধ তুমি কৰিয়ো অৰ্জ্জুন।
একোকালে তোমাক নপাইবে পাপ পুণ্য ॥
কৃষ্ণে বোলে সাংখ্যৰ কহিলোঁ যত তত্ত্ব।
তথাপি নলভে জ্ঞান তোমাৰ মনত ॥
গৃহস্থ আশ্ৰমী তুমি পৰম বিষয়ী।
কিন্তু যে পূৰ্ব্বৰ কৰ্ম্ম-বাসনা আছই ॥
হইবেক সত্ত্ব শুদ্ধি শুদ্ধ মন যাৰ।
তেবেসে জ্ঞানৰ ভকতিৰ অধিকাৰ ॥
এবে কহোঁ কৰ্ম্মযোগ যেনে তাৰ বিধি।
স্বধৰ্ম্মত থাকি পাছে হৈব সত্ত্ব শুদ্ধি ॥
ঈশ্বৰত অৰ্পি যত কৰ্ম্ম কৰিবেক।
সত্ত্বশুদ্ধি ভৈলে হইব দেহাত্মা বিবেক ॥
দেহাত্মা বিবেক জ্ঞান হৈবে পুৰুষৰ।
আত্মা পৰমাত্মা জ্ঞান হৈব তাত পৰ ॥

আপুনি ঈশ্বৰ পাছে হৈবেক বেকত।
বাসুদেৱ বুদ্ধি হৈবে সমস্ত প্ৰাণীত ॥
ঈশ্বৰত অৰ্পি কৰ্ম্ম কৰিবা প্ৰাৰব্ধ।
তেবে কোন কালে মুহিবেক কৰ্ম্মবন্ধ ॥
কৃষ্ণক প্ৰণামি পুনু বোলন্ত অৰ্জ্জুন।
এহিমতে কৰ্ম্ম কৰিবাক পাৰে কোন ॥
বিষয়ত থাকি নানা বিঘ্নি লগ লয়।
কৰ্ম্ম পাতে অঙ্গহীন পাপ মাত্ৰ হয় ॥
মনুষ্যে কৰয় কৃষি তাতো বিঘ্নি হয়।
পশু চোৰ খড় বিঘ্নি ৰাজা দণ্ডি লয় ॥
কৃষ্ণে বোলে অৰ্জ্জুন কৰ্ম্মৰ কহোঁ মৰ্ম্ম।
ঈশ্বৰৰ অৰ্থে কৰে তাক বোলে কৰ্ম্ম ॥
কৰ্ম্ম বুলি জানিবা তাকেসে তত্ত্বসাৰ।
আন যত কৰ্ম্ম কৰে সকলো ব্যাপাৰ ॥
মোৰ কৰ্ম্ম ভক্তিক আৰম্ভ মাত্ৰ কৰে।
নিষ্ট জানা তথাপিতো সংসাৰক তৰে ॥
নপাইলে ভজিব ভক্তি ভ্ৰষ্ট ভৈল তাৰ।
আৰ জন্মে ভক্তি হৈবে পূৰ্ব্বৰ সংস্কাৰ ॥
দেহ এড়ি জন্ম লভি পুণ্য দেহ পাই।
মোহোৰ কৰ্ম্মৰ তিল মাত্ৰো নষ্ট নাই ॥
প্ৰমাদে নোৱাৰে যদি নৈমিত্তিক নিত্য।
তথাপিতো কৰ্ম্মপাতে নাহি প্ৰায়শ্চিত্ত ॥
মোৰ ভক্তি অল্প মানে সংসাৰক তাৰে।
যিমান পাৰয় কৰ্ম্ম সেহি মানে কৰে ॥
ব্যৱসায়াত্মিকা বুদ্ধি ভৈল যাৰ মনে।
সমস্ত কৰ্ম্মক কৰিলেক সেহি জনে ॥
আৰ যত কৰ্ম্ম জন্ম কৰি পৰিহাৰ।
কেৱল কৃষ্ণৰ সেৱা তৰাৱে সংসাৰ ॥
হৰি ভক্তি কৰিময় তৰিবো নিশ্চয়।
ব্যৱসায়াত্মিকা বুদ্ধি ইহাকে বোলয় ॥

ভক্তিৰ যিখানি গূঢ় মাধৱে বোলন্ত ।
দ্বিতীয়ে কহিলা অষ্টাদশে কহিলন্ত ॥
যেগুণ সকামী কৰ্ম্ম নিন্দিত অধম ।
মিছা কৰ্ম্ম কৰি মৰে বৃথা পাৱৈ শ্ৰম ॥
সকামীৰ দ্ৰব্য মন্ত্ৰে ছিদ্ৰ ভৈলা তাৰ ।
কৰ্ম্ম নষ্ট ফল ভ্ৰষ্ট দুঃখ মাত্ৰ সাৰ ॥
পুৰুষত পুৰুষে সঙ্গমে কিছু নাই ।
ৰতি সুখ পুত্ৰ নোহে দুঃখ মাত্ৰ পাই ॥
যিজনে ঈশ্বৰ পদ লৱে নিষ্ঠা কৰি ।
বৈকুণ্ঠে চলয় বিঘ্নি মাথে দিয়া ভৰি ॥
যদি বোলা সবে কেন নভজে তোমাক ।
পণ্ডিতে ভজয় দেখো নানা দেৱতাক ॥
কৃষ্ণে বোলে তাৰ অভিপ্ৰায় কহো মূল ।
বেদবাক্য শুনি মাত্ৰ হোদয় বাতুল ॥
বেদ লৈয়া বাদ কৰে অৰ্থক নজানে ।
স্বৰ্গক কেৱল মাত্ৰ মোক্ষ বুলি মানে ॥
হোৱয় পণ্ডিত নিজে অৰ্থক নচাই ।
যেন গঙ্গোদক এড়ি ক্ষাৰোদক খাই ॥
যেন বিষলতা পুষ্পে দেখি ঝকমক ।
আপাতে সুন্দৰ দেখি হোৱয় উৎসুক ॥
যেহেন নটীৰ বেশ দেখিয়া পুৰুষ ।
তাত মোহ হৈয়া নচাৱয় গুণ দোষ ॥
ব্যৱসায়াত্মিকা বুদ্ধি নভৈল যাহাৰ ।
জ্ঞান ধ্যান ভক্তিত যে নাহি অধিকাৰ ॥
পাৰ্থে বোলে স্বৰ্গে যদি মহাফল নোহে ।
যজ্ঞ দান ধৰ্ম্ম বেদে কি কাৰণে কহে ॥
কৃষ্ণে বোলে কত বেদে লোক প্ৰলোভয় ।
শিশু গুড় দিবো বুলি ঔষধ পিয়ায় ॥
স্বৰূপে ঔষধি তিক্ত গুড় বুলি কহে ।
কৰ্ম্মৰো মোক্ষেসে ফল স্বৰ্গ পুনু নোহে ॥

যেনে হৰি নামে গতি তাক মুমূৰ্ষে ।
অমাবস্যা দিনা যেন মৌন ধৰি মৰে ॥
সাধন কালত মোক্ষ প্ৰথমতে দুঃখ ।
স্বৰ্গ কহি বেদে প্ৰলোভায়ে লোক সুখ ॥
বেদৰ তাৎপৰ্য্য জানিবাক পাৰে কোন ।
একে বেদে কৰ্ম্ম কহে সগুণ নিৰ্গুণ ॥
কৰ্ম্ম কৰি যদি ফল সঙ্কল্পক এৰে ।
তবে জানা সেহি কৰ্ম্মে সংসাৰক তাৰে ॥
কামীৰ ব্যাপাৰ কৰ্ম্ম দুঃখ বহুতৰ ।
সেহি কৰ্ম্মে জন্ম মৃত্যু হোৱৈ সংসাৰৰ ॥
বিষয় ঐশ্বৰ্য্য সুখে হৈলা আসকতি ।
তাত মোহ হৈলা ঈশ্বৰত নেদে মতি ॥
বেদে যে কহয় তিনি গুণৰ বিষয় ।
তুমি এবে নিৰ্গুণ হুয়োক ধনঞ্জয় ॥
কৃষ্ণে বোলে তোমাতে যে কহো উপদেশ ।
যি কাৰ্য্য নিৰ্গুণ তাক শুনা গুড়াকেশ ॥
যিটো কৰি কৰ্ম্ম ফল নবাঞ্ছিব তাৰ ।
শীত উষ্ণ সুখ-দুঃখ কৰি পৰিহাৰ ॥
অপ্ৰাপ্য বস্তুক যত্ন নকৰিবা অতি ।
পাইলে ৰাখিবাক প্ৰতি নকৰিবা মতি ॥
ঈশ্বৰৰ আজ্ঞা মানি কৰ্ম্ম কৰা পুন ।
ইমতে কৰিলে কৰ্ম্ম হোৱয় নিৰ্গুণ ॥
পাৰ্থে বোলে কৰ্ম্ম কৰি কি কাৰণে মৰে ।
যদি কৰ্ম্ম কৰি তাৰ ফল ত্যাগ কৰে ॥
যেন তীৰ্থে যাই স্নান নকৰয় পাছে ।
তাত পৰে বৰ্ব্বৰ কুবুদ্ধি কোন আছে ॥
কৃষ্ণে বোলে তাৰ হেতু শুনা মহাবল ।
নুখুজিলে ঈশ্বৰে আপনি দেন্ত ফল ॥
যেন অতি শিশু চয় ভক্ষ্য নোখোজয় ।
স্নেহে থাকি তথাপিতো মাতৃ স্তন দেয় ॥

কুবুদ্ধি নোহয় সিটো মহন্ত আশয় ।
যত সুখ আছে ব্রহ্মসুখতে মিলয় ॥
যেন কূপে জলপান সিজয় মাতৰ ।
স্নান কৰিবাক খোজে দীৰ্ঘ সৰোবৰ ॥
পাছে বিচাৰিয়া জ্ঞানী মহাহ্রদ পাই ।
স্নান পান যত কৰ্ম্ম সিজে এক ঠাই ॥
সেহি মতে কৰ্ম্ম ফল মোক্ষ বিনে নুই ।
কৰ্ম্মত সংকল্প কৰি অধোগতি যাই ॥
যদি বোলা ঈশ্বৰ ভজনে সব হয় ।
আৰ কি কাৰণে কৰ্ম্ম কৰিবে লাগয় ॥
জ্ঞানক ভক্তিক লাগি যিজনে ইচ্ছয় ।
কৰ্ম্ম কৰিবাক তাৰ অৱশ্যে লাগয় ॥
তোমাত কৰ্ম্মৰ আগে পাছে অগোচৰ ।
কিন্তু কৰ্ম্ম কৰি তাৰ নমাগিবা ফল ॥
অৰ্জ্জুনে বোলন্ত প্ৰভু শুনা যদুপতি ।
ভুঞ্জিলে আপোন প্ৰাণ হোৱয় তৃপিতি ॥
সেহি মত কৰ্ম্ম সত্বে জানিবা সকল ।
নুখুজিলে তথাপি আপুনি দেন্ত ফল ॥
কৃষ্ণে বোলে সাধু বাক্য মানিলো তোমাৰ ।
কিন্তু মহাফল আছে ঈশ্বৰ সেৱাৰ ॥
গোটেক দৰিদ্ৰ গৈলা ধনী জন পাশে ।
ধনী জনে সন্তোষিবে দুঃখী যত আসে ॥
বহু ধন দিবাক দাতাৰ আছে মন ।
তাত গৈয়া খোজে যেন এক মুঠি কণ ॥
কৰ্ম্মতো মোক্ষেসে ফল জানা মহামতি ।
কৰ্ম্মত সংকল্প কৰি যাই অধোগতি ॥
কামীসে সঙ্কল্প কৰ্ম্মে কৰে নানা ছন্দ ।
সেহি কৰ্ম্মে তাক কৰে সংসাৰত বন্ধ ॥
তুমি যোগে থাকিবা নিয়ম কৰি মন ।
কিন্তু সিদ্ধি অসিদ্ধিত দুইতো হুৱা সম ॥

লাগে কৰ্ম্ম সিদ্ধি হোক লাগেবা নহোক।
ঈশ্বৰক ভজি মাত্ৰ কৰ্ম্ম কৰিয়োক॥
ঈশ্বৰে অৰ্পিয়া কৰ্ম্ম কৰিবে সকল।
সমতা গোটেক যোগ কৰি বোলে লোক॥
ঈশ্বৰ পদাৰবিন্দে মনত আনন্দ।
তেবে একোকালে নুহিবেক কৰ্ম্ম বন্ধ॥
কাম্য কৰ্ম্ম গোট অতি নিন্দিত অধম।
জানিবা কৃপণ দুঃখী নাহি তাৰ সম॥
বুদ্ধিয়ে স্মৰণ যদি হোৱে ঈশ্বৰৰ।
পাপ পুণ্য এড়ে এহি জন্মৰ ভিতৰ॥
সেহি জন নুহিবেক কৰ্ম্মত কুশল।
জ্ঞানত থাকিয়া তাৰ দূৰ ভৈল মল॥
কৰ্ম্ম কৰিবাক ফল ওপজয় মনে।
একো কালে নুগুচে ঈশ্বৰ দৃঢ়জ্ঞানে॥
জন্মবন্ধ মুক্ত হোৱে ঈশ্বৰ আশ্ৰয়।
পৰম আনন্দে মোৰ স্বৰূপ পাৱয়॥
কৰ্ম্ম কৰিলেও পাপে নলজ্বয় পাশ।
কৰ্ম্মফল নাশে পুনু পাপ ভৈলা নাশ॥
পাপ পুণ্য গুচি ভৈলা গুণৰ বাহিৰ।
তেবেসে মোহক পাৱে চিত্ত ভৈলে স্থিৰ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক দামোদৰ।
এমুৱা গতিক কোনকালে পাৱে নৰ॥
গোবিন্দে কহয় শুনিয়োক ধনঞ্জয়।
যিকালত পাৱে গতি শুনিয়ো নিৰ্ণয়॥
যেবে পুৰুষৰ গুচে মোহ অন্ধকাৰ।
শৰীৰত আত্মা বুদ্ধি নাহিকে তাহাৰ॥
সেহিকালে তাহাৰ বৈৰাগ্যে লৱে লাগ।
বেদ শাস্ত্ৰ সবাকে শুনিলা সৰ্ব্বআগ॥
অপৰ যতেক আৰু শুনিবে আছয়।
বৈৰাগ্য মিলিলে পাছে সব নষ্ট হয়॥

লৌকিক বৈদিক শুনি নচলয় চিত্ত ।
তেবে জানা স্থিৰ বুদ্ধি ভৈল সমাধিত ॥
যাক বুলি সাধি যজ্ঞ তেহেসে ঈশ্বৰ ।
এমুৱা অভ্যাসে মোৰ পদ পাৱে নৰ ॥
পুনু পার্থ পোচে স্থিত-প্ৰজ্ঞ কাক বোলে ।
কিমত সমাধি তাৰ কেন মতে চলে ॥
কিবা বাক্য বোলে যোগী কি মত আসন ।
কেন মতে চিনি তাক কিমত লক্ষণ ॥
কৃষ্ণে বোলে স্থিত-প্ৰজ্ঞ কহিবো নিৰ্ণয় ।
এড়িল সংশয় যত মনৰ বিষয় ॥
এড়ি বিষয়ক চিত্তে আমাত ৰময় ।
সেহি গোট স্থিত-প্ৰজ্ঞ জানিবা নিশ্চয় ॥
দুঃখ পাইলে উদবিগ্ন নোহয় যি জন ।
সুখত যাহাৰ নহি আনন্দিত মন ॥
প্ৰিয় অপ্ৰিয়কো ত্যজে এড়ে ক্ৰোধ ভয় ।
সেহি মুনি স্থিৰবুদ্ধি জানা ধনঞ্জয় ॥
পুত্ৰতো শত্ৰুতো দুইতো যাৰ স্নেহ নাই ।
শ্লাঘ্য নকৰয় যিটো উপকাৰ পাই ॥
দুই জনে অন্যোঅন্যে কৰে ঘোৰদ্বন্দ ।
সঙ্গে থাকে কাহাকো নোবোলে ভাল মন্দ ॥
উচ্চ নোবোলয় কাকো হীন নোবোলয় ।
প্ৰজ্ঞা প্ৰতিস্থিত উদাসীন সেহি হয় ॥
বিষয়ত সৰ্ব্বদায়ে থাকে ইন্দ্ৰিগণ ।
অস্পৃহাসে আনিবাক পাৰে যিটো জন ॥
যেন কূৰ্ম্ম অনায়াসে সঙ্কোচাৱে পাৱ ।
যোগীৰ ইন্দ্ৰিয় সংযমৰো সেহি ভাৱ ॥
পাৰ্থে কৃতাঞ্জলি কৰি বোলে যদুপতি ।
উপবাসী আতুৰৰ কেন নোহে গতি ॥
ইন্দ্ৰিয় সংযম মাত্ৰে যদি গতি পাই ।
তাসবাৰ দেখো বিষয়ত চেষ্টা নাই ॥

কৃষ্ণে বোলে সব্যসাচি তাৰ কহো তত্ত্ব।
যোগীৰ ইন্দ্ৰিয় বশ্য হোৱৈ স্বভাৱত॥
জড় আতুৰবো ইন্দ্ৰি নকৰে প্ৰকাশ।
কিন্তু তাৰ মনে কিছু আছে অভিলাষ॥
চিৰকালে যোগীগণ কৰৈ যোগবলে।
তভো ইন্দ্ৰি মন লৈয়া তত কাল চলে॥
যেবে মোক বুদ্ধি কৰি কৰিলা আশ্ৰয়।
তেবে তাৰ মন বশ্য আপুনি হোৱয়॥
মনক নিয়ম কৰি লৈলে যেন হয়।
বিষয়ক মন বুদ্ধি সঙ্গক কৰয়॥
সঙ্গ হন্তে তাত পাছে কাম উপজয়।
তাৰ দোষ কহো শুনিয়োক ধনঞ্জয়॥
কাম ঐশ্বৰ্য্যত থাকি মদ বাঢ়ে তাৰ।
পৰে নসহিয়া স্পৃহা কৰৈ আপোনাৰ॥
অন্যোঅন্যে প্ৰতিঘাত বঢ়ায় বিৰোধ।
বিৰোধত হন্তে উপজয় কাম ক্ৰোধ॥
ক্ৰোধত থাকিয়া সম্মোহেৰো লাগ লয়।
কাৰ্য্যাকাৰ্য্য ভাল মন্দ সবে পাহৰয়॥
গুৰু মুখে শাস্ত্ৰ পঢ়ি পাইল যত যত।
সম্মোহত হন্তে তাৰ শ্ৰুতি হোৱৈ হত॥
যেবে শ্ৰুতি হত ভৈল নাহিকে চেতন।
অচেতন বৃক্ষ তুল্য হোৱে মৰা যেন॥
অৰ্জ্জুনে বোলন্ত কৃষ্ণদেৱ কৃপাময়।
বিষয়ত নথাকিলে দেহ নৰৱয়॥
যদি বিষয়ত থাকে ইন্দ্ৰি তাৰ বৈৰী।
আৰ স্থিতিপ্ৰজ্ঞ হইবেক কেনেকৰি॥
কৃষ্ণে বোলে মন আত্মা নেড়ে সৰ্ব্বদায়।
বিষয়ক ভুঞ্জে তাৰা ৰাগ দ্বেষ নাই॥
এহি মতে প্ৰসাদ লভয় অনন্তৰ।
দুঃখ গুচি বন্ধ মুক্ত হোৱে জগতৰ॥

বিষয়ত ইন্দ্রি যাৰ ফুৰে স্বেচ্ছাচাৰে।
সেহি সে পুৰুষ জানা অযুক্ত সংসাৰে ॥
নাহি প্রজ্ঞা অযুক্তৰ বুদ্ধি নোহে ভাল।
তাৰ জ্ঞান সমাধি নাহিকে একোকাল ॥
মনক ইন্দ্রিয়গণ দেখা কেনে কৰে।
পুৰুষৰ প্রজ্ঞা ততকালমানে হৰে ॥
সকল ইন্দ্রিয় পুনু বশ্য নাহি যাৰ।
তাৰ নৰকৰ সখি নাহি পাৰাবাৰ ॥
ঘৃতকুম্ভা সমা নাৰী পুৰুষাগ্নি জ্বলে।
ৰহস্য আলাপে নষ্ট কৰে ততকালে ॥
সুবেশ পুৰুষ দেখি নাৰী মোহ যায়।
যদি পুত্র ভাই হোৱৈ তথাপি বাঞ্ছয় ॥
একে মন চঞ্চল ইন্দ্রিয় পালে লাগ।
যেন নাতিনীৰ বিহা বুঢ়ী কৰৈ ৰঙ্গ ॥
যেন সমুদ্রত নাৱে মহাভয় পাইল।
তাৰ যেন নাৱৰ কাণ্ডাৰি মাতোৱাল ॥
কতো উঠে কতো বুড়ে কতো ফুৰাৱয়।
অজিত ইন্দ্রিয় যাৰ তাৰ সেহি নয় ॥
অজিত ইন্দ্রিয় যাৰ বিষয়ত বুদ্ধি।
আছোক সকামী নিষ্কামীৰো নাহি সিদ্ধি ॥
হেন শুনি অসন্তোষ কৰন্ত অৰ্জ্জুন।
ইন্দ্রিয়ক বশ্য কৰিবাক পাৰে কোন ॥
কৃষ্ণে যে বোলন্ত তুমি নকৰিবা ভয়।
স্বভাৱতে ইন্দ্রি বশ্য আপুনি হোৱয় ॥
অৰ্জ্জুনে বোলন্ত যিটো থাকে নিদ্রা যাই।
আছোক বিষয় তাৰ অভিলাষো নাই ॥
যত ইন্দ্রি বিষয়ত হোৱে উপৰতি।
তবে কৃষ্ণ কেন নোহে সিজনৰ গতি ॥
তথাপিতো মনে স্বপ্নে বিষয়ক পাই।
কৃষ্ণে বোলে আন ইন্দ্রি থাকে নিদ্রা যাই ॥

যদি পুৰুষৰ নাই নিদ্ৰাৰ ব্যাপাৰ।
বিষয়ী যোগীৰ তভো ভিন্ন যে প্ৰকাৰ॥
লোকৰ যেখানি দিবা যোগী ৰাত্ৰি মানে।
লোকৰ ৰাত্ৰিক পুনু দিবা বুলি জানে॥
দিবা কৰি কৰ্ম্ম যোগী জানয় সাক্ষাত।
বিষয়ক এড়ি যোগী ৰময় আত্মাত॥
অন্ধকাৰ বোলে যোগী লোকৰ দিবাত।
সৰ্ব্ব কৰ্ম্ম এড়ি যোগী নিদ্ৰা কৰে তাত॥
নিবৃত্তি কৰ্ম্মক যোগী দিবা মাত্ৰ বোলে।
সংসাৰৰ মুক্ত হৈয়া সেহি পথে চলে॥
বিষয়ৰ পন্থ জানা যিগোট প্ৰবৃত্তি।
যোগী নচলয় বুলি অন্ধকাৰ ৰাত্ৰি॥
যেন পেঁচা দিবা ভৈলে নমাতে নখায়।
ৰাত্ৰি ভৈলে গতি কৰি ভ্ৰমে ভক্ষ চাই॥
যদি বোলা যোগীগণ বিষয়ত নাই।
কেমনে থাকয় চলে কেন মতে খায়॥
যেহেন কাহাকো জল নোখোজে সাগৰে।
তথাপিতো নদনদী জলে পূৰ্ণ কৰে॥
সেহিমতে যোগীৰ যে নিজ কৰ্ম্ম ফলে।
আপুনি মিলয় আসি যত্ন নকৰিলে॥
যদি বোলা যোগী যদি বিষয়ক যাই।
আৰু ব্ৰহ্ম সমাধি আছয় কোন ঠাই॥
যেহেন জলত খোণ্টে বৰখি লগাই।
ব্ৰহ্ম হন্তে মনক আশ্ৰয় সেহি ঠাই॥
সৰ্ব্ব জল ভৰি সিন্ধু নভাঙ্গে কাষৰ।
বিষয়ৰ ভোগে যোগী সেহি পটন্তৰ॥
যদি ভোগ কৰৈ ভোগে নোহে আসকতি।
সৰ্ব্বঠায়ে চলে মন ব্ৰহ্মে দিয়া মতি॥
ঈশ্বৰ ভজনে যত মোহ অন্ধকাৰ।
পূৰ্ব্বত গুচিল পাছে তৰয় সংসাৰ॥

আছোক বিস্তৰ কাল মৰণ সময়ে।
এহি নিষ্ঠা কৰি ক্ষণমাত্রে গতি পাৱে॥
চতুর্ব্বর্গ সিদ্ধি হোৱে চৰণ ধিয়াই।
কলিকালে ধৰ্ম্ম জানা আন গতি নাই॥
যাক দুঃখ পাইয়া পোষে পুত্র ভাৰ্য্যা ভাই
যেন পানীশালে লোক হোৱে এক ঠাই॥
জলপান কৰি পাছে দশো দিশে যায়।
শূন্য স্থান পৰি থাকে কোন জন নাই॥
পৰ পুত্রে পৰ জীয়ে আনে বিহা কৰি।
স্নেহ বন্ধ হোৱে গৃহ অন্ধকূপে পৰি॥
সেহি পুত্র ভাৰ্য্যা পোষে নানা যত্ন কৰি।
দিন কতিপয় পাছে সিয়ো যায় মৰি॥
যত দয়া স্নেহ মানে সমস্তে গুচয়।
শৱ বুলি তাক ক্ষণমাত্র নথৱয়॥
হেন পুত্র ভাৰ্য্যাত বিশ্বাস কৰা কেন।
কৃষ্ণ বিনে আন নাহি গতি দাতা ত্রাণ॥
অহর্নিশে যিটো ফুৰে হৰি নাম গাই।
তাৰ উপমাক মই দিবো কোন ঠাই॥
কহৰৈ গোবিন্দ মিশ্রে কৃষ্ণ পদ সাৰ।
ৰামকৃষ্ণ বোলা যত্নে গুচোক সংসাৰ॥

ইতি শ্রীভগবদ্গীতায়াং দ্বিতীয়োঽধ্যায়ঃ

---

## তৃতীয় অধ্যায়।

শোকপঙ্কনিমগ্নং যঃ সাংখ্যযোগোপদেশতঃ।
উজ্জহাৰাৰ্জ্জুনং ভক্তং স কৃষ্ণঃ শৰণং মম॥
জ্যায়সী চেৎ কৰ্ম্মণস্তে মতা বুদ্ধিৰ্জ্জনাৰ্দ্দন।
তৎ কিং কৰ্ম্মণি ঘোৰে মাং নিয়োজয়সি কেশব॥

### পদ।

অৰ্জ্জুন আকুল ভৈলা শোকপঙ্কে পৰি।
স্বভক্তক সাংখ্যযোগে তৰাইলন্ত হৰি॥
হেনয় কৃষ্ণৰ পদে মোৰ নমস্কাৰ।
কৰ্ম্মযোগ কহিবোহো তৃতীয় অধ্যাৰ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক মহাভাগ।
জ্ঞানক প্ৰশংসা কৰি কহিলাহা আগ॥
আছোক বিস্তৰ কাল মৰণ সময়।
ব্ৰহ্মক স্মৰিয়া মৰি ব্ৰহ্ম পদ পায়॥
ইদানীক কৰ্ম্ম কৰিবাক পাৰে পুন।
তোমাৰ বাক্যক বুঝিবাক পাৰে কোন॥
যুদ্ধ হিংসাত্মক কৰ্ম্ম ঘোৰ অনিৰ্ব্বাৰ।
তাত কেন মোক প্ৰবৰ্ত্তোৱা বাৰ বাৰ॥
বোলা ক্ষত্ৰিয়ৰ ধৰ্ম্ম যুদ্ধেসে প্ৰধান।
কৰ্ম্ম নকৰিলে বোলা নোপজয় জ্ঞান।
তোমাৰ বাক্যত থাকি ভ্ৰমে মোৰ মন॥
জ্ঞান কৰ্ম্ম কোন শ্ৰেষ্ঠ কহা জনাৰ্দ্দন॥
কৃষ্ণে বোলে মই যেন কহিলো পূৰ্ব্বত।
জ্ঞান কৰ্ম্ম কহিলোহো দুই গোটা পথ॥
তাহাৰ নিৰ্ণয় কহো শুনা তত্ত্ববোধ।
লাড়ু বুলি লোভ দিয়া পিয়াৱৈ ঔষধ॥
বিনা সত্ত্ব বুদ্ধি মন সুস্থ নোহে যাৰ।
মনৰ চঞ্চল জ্ঞানে নাহি অধিকাৰ॥

কতোগুলা কৰ্ম্ম কৰি হোৱয় উদাস।
আগে কৰ্ম্ম নকৰিলে নিসিজে সন্যাস॥
যাৰ পুনঃ কৰ্ম্ম কৰি শুদ্ধ ভৈল মন।
তাকেসে কহিলো জ্ঞান জানিবা অৰ্জ্জুন॥
কৰ্ম্ম কৰি যাৱত নোহোৱে শুদ্ধ চিত্ত।
বৰ্ণাশ্ৰম কৰ্ম্ম কৰিবেক যথোচিত॥
পাৰ্থে বোলে হেন যদি হয় ভগবান।
তবে প্ৰথমতে কেন কহিলাহা জ্ঞান॥
কৃষ্ণে বোলে যি কাৰণ কহো হেতু তাৰ।
তোমাৰ শোকৰ দেখো নাহি পাৰাবাৰ॥
শোক গুচাইবে নোৱাৰোহো একোমতে।
এতেকতে সাংখ্য জ্ঞান দিলো প্ৰথমতে॥
জ্ঞানী বা অজ্ঞানী যত আছয় সংসাৰে।
বিনাকৰ্ম্মে ক্ষণমাত্ৰ থাকিতে নপাৰে॥
প্ৰকৃতিৰ তিনি গুণ স্বভাৱ পূৰ্ব্বৰ।
সকলো গুণৰ বশ্য লোক সংসাৰৰ॥
গুণে থাকি কৰে শুভাশুভ ধৰ্ম্মাধৰ্ম্ম।
পূৰ্ব্বৰ সংস্কাৰে যে আপুনি কৰে কৰ্ম্ম॥
স্বৰূপে অজ্ঞানী বোলে মই জ্ঞানশীল।
কৰ্ম্মেন্দ্ৰিয় বিৰোধিয়া কৰ্ম্মক এড়িল॥
কিন্তু পুনঃ মন বিষয়ত আছে যাৰ।
যতেক চিন্তন ধ্যান কপট আচাৰ॥
জ্ঞান ধ্যান কৰ্ম্ম তাৰ সকলোয়ে মিছা।
ইন্দ্ৰি লৈয়া মন চলে ঈশ্বৰৰ ইচ্ছা॥
যি পুনঃ মনক নিয়মিল ভালমতে।
সব ইন্দ্ৰি বশ্য হয় মনৰ লগতে॥
যেনি তেনি মন চলে ইন্দ্ৰিয়ক লই।
যেন জীব নথাকিলে দেহ কিছু নুই॥
ঈশ্বৰক অৰ্পি কৰ্ম্ম কৰে ফল ত্যাগি।
সেই মুক্ত যোগীয়ে পুৰুষ মোক্ষ ভাগী॥

জ্ঞানক ভক্তিক কৰ্ম্মে সাধে নিৰন্তৰ।
সেহিসে কাৰণে বোলে কৰ্ম্ম শ্ৰেষ্ঠতৰ॥
নিত্যনৈমিত্তিক কৰ্ম্ম অৰ্পি কৰা বীৰ।
বিনাকৰ্ম্ম নিষ্টে জানা নৰহে শৰীৰ॥
যত কৰ্ম্ম সবে বন্ধ সাংখ্যবাদী কহে।
যদি ঈশ্বৰত অৰ্পে তভো কৰ্ম্ম নোহে॥
কৰ্ম্মযোগী বিষ্ণু তাক জানা ধনঞ্জয়।
হৰি কৰ্ম্ম বিনে আৰ কৰ্ম্মেসে বান্ধয়॥
ঈশ্বৰৰ অৰ্থে কৰ্ম্ম কৰিবে নিশ্চয়।
সেহি কৰ্ম্মে পূৰ্ব্বৰ বাসনা হৈবে ক্ষয়॥
জ্ঞানৰ ভক্তিৰ দুইৰো কহিলোহো ভেদ।
তোমাৰ প্ৰশ্নৰ সখি দিলো পৰিচ্ছেদ॥
আৰু ব্ৰহ্মা বচণ বুলিলা যেন মতে।
যজ্ঞৰ সহিত প্ৰজা স্ৰজিলা পূৰ্ব্বতে॥
তপ জপ যজ্ঞ কৰি দেৱ পূজে নৰ।
তুষ্ট হৈয়া দেৱতায়ো দিয়ে ইষ্টবৰ॥
অন্যোঅন্যে দুহান্তৰো সাধে ইষ্টযোগ।
দেৱে দেয় অৰ্থক মনুষ্যে কৰৈ ভোগ॥
সেহি ভোগ মনুষ্যে দেৱক নিদি খাই।
অধম নাৰকী তাত পৰে চোৰ নাই॥
আৰু পঞ্চ যজ্ঞ নিতে যিজনে নকৰে।
পঞ্চসূণা পাতকত নৰকত পৰে॥
মনুষ্যৰ পাপ পুণ্য অল্পতে হোৱয়।
পঞ্চসূণা যাক বোলে শুনা ধনঞ্জয়॥
ধান উদূখলে কলসীত পানী আনি।
সম্মাৰ্জ্জনী মাৰ্জে ঢেকি ধান্যক বাহানি॥
সৰিষ পটাত বাণ্টি বিচি কৰে চূৰ্ণা।
গৃহস্থৰ নিত্য পাপ এহি পঞ্চসূণা॥
এহি পঞ্চ অধৰ্ম্ম গুচয় যেন মতে।
পাঞ্চ গোটা যজ্ঞ গৃহী কৰিবেক নিতে॥

শুনা পাঞ্চ যজ্ঞ যেন কৰিবেক নিত।
পাঠ হোম বলি বিশ্ব অৰ্চ্চিব অতিথ॥
স্নান দেৱপূজা কৰি তৰ্পিবেক নৰে।
হোম বলি স্তুতি মন্ত্ৰ পাঠ তাত পৰে॥
অতিথিৰ অন্বেষণে ৰাজমাৰ্গে যাব।
সবাকো অৰ্চ্চিয়া গৃহী পৰে অন্ন খাব॥
দেৱক নিদিয়া আত্মা অৰ্থে ৰান্ধে অন্ন।
পাপ মাত্ৰ ভোজন কৰয় নোহে অন্য॥
যজ্ঞ কৰি যিটো জনে অৱশেষ খায়।
তাহাৰ যতেক পাপ সবে দূৰ যায়॥
বৃষ্টিদ্বাৰা অন্ন হোৱৈ জানিবা সাক্ষাত।
অন্ন হন্তে শুক্ৰৰূপে প্ৰজা হোৱৈ জাত॥
প্ৰাণীৰ ব্যাপাৰ কৰ্ম্ম উপজয় পুন।
কৰ্ম্মতে উপজে পুণ্য জানিবা অৰ্জ্জুন॥
বেদ যজ্ঞ হন্তে যেন যজ্ঞ উপজয়।
বেদো ঈশ্বৰৰ বাক্য জানিবা নিশ্চয়॥
কৰ্ম্ম কৰি জগতৰ চক্ৰ প্ৰবৰ্ত্তয়।
সংসাৰ কাৰণ যজ্ঞ জানা ধনঞ্জয়॥
ঈশ্বৰৰ আজ্ঞা ভাঙ্গি নকৰয় কৰ্ম্ম।
পাপ আয়ু মাত্ৰ তাৰ ব্যৰ্থ পাৱৈ শ্ৰম॥
ঈশ্বৰে অৰ্পিয়া এড়ি কৰ্ম্ম সদাচাৰ।
কিন্তু পুণ্যভাগী হোৱে নেড়াৱে সংসাৰ॥
ঈশ্বৰে অৰ্পিয়া কৰে সংসাৰ এড়াৱে।
যেন দুগ্ধ মথিলেও দধি ঘৃত হোৱে॥
যি পুৰুষ আত্মাত ৰতি তুষ্ট সৰ্ব্বদাই।
তাহাৰো জানিবা কিঞ্চিতেকো কৰ্ম্ম নাই॥
ধৰ্ম্ম কৰে যদি তভো নোহে কৰ্ম্মভাগ।
নকৰিলে কৰ্ম্ম পুৰুষ নপাৱয় লাগ॥
তোমাৰ অৱশ্যে কৰ্ম্ম কৰিতে লাগয়।
যিমতে কৰিবা কৰ্ম্ম শুনিয়ো নিৰ্ণয়॥

ঈশ্বৰ চৰণে মন কৰিয়া নিবেশ।
পৰম পদক পাইবা তবে গুড়াকেশ॥
জনকক আদি কৰি ৰাজ ঋষিবৰ।
এহিমতে কৰ্ম্ম কৰি তৰিল বিস্তৰ॥
জ্ঞান ভক্তি যেবে হয় কিছু কৰ্ম্ম নাই।
তথাপি কৰয় কৰ্ম্ম লোক প্ৰবৰ্ত্তাই॥
শ্ৰেষ্ঠজনে যদি কৰ্ম্ম কৰৈ শাস্ত্ৰ পথে।
অল্পজনে তাক দেখি কৰে সেহি মতে॥
ভাল হৌক মন্দ হৌক শ্ৰেষ্ঠে যিবা কৰে।
ইতৰেৱো শ্ৰেষ্ঠৰ প্ৰমাণ মনে ধৰে॥
ত্ৰৈলোক্যত মোহোৰ কৰ্ত্তব্য আছে কোন।
তভো লোক প্ৰবৰ্ত্তাই কৰ্ম্ম কৰো পুন॥
জগত-ঈশ্বৰ মই আৰু লক্ষ্মীপতি।
ইহাৰ অধিক কিবা হৈবেক সম্প্ৰতি॥
যদি হেন কৰে কৰ্ম্ম এড়ো স্বৰূপত॥
কৰ্ম্ম এড়ি লোকে ধৰিবেক মোৰ মত॥
কৰ্ম্ম লুপ্তে নষ্ট কৰ্ম্মী পাপী হৈবে নৰ।
মই নাশকৰ্ত্তা ভৈলো সকলো লোকৰ॥
লোক প্ৰবৰ্ত্তাৱে জ্ঞানী কৰ্ম্মলুপ্ত ডৰে।
অজ্ঞানীৰ মত কৰ্ম্ম ফল এড়ি কৰে॥
কৃষ্ণে বোলে সকামীৰ যদি দৃঢ় মতি।
উপদেশ পাইলে সকামত নেদয় মতি॥
তাক উপদেশ দিব ঈশ্বৰৰ মত।
কামীৰ বুদ্ধিক ভেদ নকৰি কিঞ্চিত॥
উপদেশ নধৰিব পূৰ্ব্ব-কৰ্ম্ম-ত্যাগী।
উভয় ভ্ৰংশত থাকি হৈব পাপভাগী॥
সকামত পূৰ্ব্বে আছে তাকো নচালিব।
যেহেন স্বভাৱ যাৰ তাক নিয়োজিব॥
যদি বোলা জ্ঞানী অজ্ঞানীৰ কিবা চিহ্ন।
প্ৰকৃতিৰ গুণে যে আপুনি কৰৈ ভিন্ন॥

গুণ ইচ্ছা ইন্দ্ৰিয়ে বিষয়ে কৰ্ম্ম কৰে ।
মই কৰো বুলি অজ্ঞে অহঙ্কাৰে মৰে ॥
মোক নভজয় যিটো জানিবা সাক্ষাত ।
নিপিন্ধে তুলসী ৰক্তফোঁট কপালত ॥
জ্ঞানী পুমু জ্ঞান কৰ্ম্ম বিভাগক জানে ।
দেহক আত্মাক দুইকো ভিন্ন কৰি মানে ॥
বিষয়ত ইন্দ্ৰি প্ৰবৰ্ত্তাৱে গুণ লই ।
ইন্দ্ৰিয়ে কৰাৱে কৰ্ম্ম কৰ্ত্তা নোহো মই ॥
যিটো মোত অৰ্পি কৰ্ম্ম মদৰ্থে কৰয় ।
চিত্ত বুদ্ধি আত্মা মন মোত সমৰ্পয় ॥
এহি মতে কৰ্ম্ম কৰিবেক নিতে নিত ।
মোত শ্ৰদ্ধা কৰি হৈবে অসূয়া বৰ্জ্জিত ॥
যি জনে মোহৰ মত কৰে অনুষ্ঠান ।
কৰ্ম্ম কৰি বন্ধমুক্তে পাৱে মোৰ স্থান ॥
মোৰ মত নলৱে সকামী মূঢ়মতি ।
মোৰ মতে অসূয়া কৰয় দিন ৰাতি ॥
জানি মোৰ মত লৈয়া শোক পৰিহৰা ।
মোত অৰ্পি স্বধৰ্ম্মত থাকি যুদ্ধ কৰা ॥
পাৰ্থে বোলে কৃষ্ণ মোৰ বাক্য শুনিয়োক ।
তব মত লৈয়া সবে স্বধৰ্ম্ম ভজোক ॥
কৃষ্ণে বোলে তাৰ পূৰ্ব্ব কৰ্ম্মৰ সংস্কাৰে ।
আপোন স্বভাৱে থাকি কৰ্ম্ম কৰৈ নৰে ॥
গুণ ইচ্ছা প্ৰকৃতি ঘটাৱে নিয়া তাত ।
কোনে এড়াইবাক পাৰে প্ৰকৃতিৰ হাত ॥
শাস্ত্ৰদ্বাৰা গুণ দোষ জানয় অৱশ্য ।
হেনয় জ্ঞানীয়ো হোৱৈ প্ৰকৃতিৰ বশ্য ॥
যিটো স্বভাৱত অজ্ঞ বিষয়ত মতি ।
ইন্দ্ৰি নিয়মিতে পাৰে কাহাৰ শকতি ॥
পাৰ্থে বোলে নানা অৰ্থ তোমাৰ বাক্যৰ ।
ধৰ্ম্ম কাৰ্য্য কৰি কাৰ্য্যোদ্‌যোগ কৰৈ নৰ ॥

যদি কৰ্ম্ম কৰে প্ৰকৃতিৰ বশ্য যাই।
আৰু বিধি নিষেধক পাইলা কোন ঠাই॥
শাস্ত্ৰে যে পুৰাণ বেদ সমস্তে উড়িল।
পানীত নলাগে নাৱ তীৰতে বুড়িল॥
কৃষ্ণে বোলে তাৰ হেতু কহো উপদেশ।
সাৱধানে শুনিয়োক সখি গুড়াকেশ॥
ইন্দ্ৰিয়ৰ অৰ্থে মন ৰাগ দ্বেষ দুই।
লোকক অনৰ্থ কৰে শত্ৰুৰূপ হুই॥
ৰাগ নাম তাৰ ইন্দ্ৰি বিষয়ক পাইলে।
যদি নপাৱয় তাক দ্বেষ কৰি বোলে॥
দুইটা পৰম শত্ৰু জানিবা অৱশ্য।
শাস্ত্ৰবিধি নিয়ম মুহিবে তাৰ বশ্য॥
ৰাগ দ্বেষ দুই ভৈলে স্বভাৱ দুৰ্ব্বল।
শীঘ্ৰে উটাৱয় যেন খৰ নদী জল॥
যাৱদেক ৰাগ দ্বেষে মুহি পাৱে লাগ।
ঈশ্বৰ ভজন নৌকা চৰিয়োক আগ॥
একে যুদ্ধ দুঃখময় হিংসা গুৰুতৰ।
ভিক্ষা মাগি খাইবে মন ভৈলা অৰ্জ্জুনৰ॥
কৃষ্ণে বুজিলন্ত অৰ্জ্জুনৰ অভিপ্ৰায়।
পুনৰ্ব্বাৰ স্বধৰ্ম্ম কহন্ত যদুৰায়॥
আপোনাৰ ধৰ্ম্মৰক্ষা নোৱাৰে কৰিব।
যদি অল্প কৰে তথাপিতো ভদ্ৰ হৈব॥
স্বধৰ্ম্ম কৰিয়া মৰে তভো ভদ্ৰ তাৰ।
পৰধৰ্ম্মে ভয় হয় নৰক নিকাৰ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক যদুৰাই।
পাপ কৰিবাক পুৰুষৰ ইচ্ছা নাই॥
ৰাগ দ্বেষ দুইকো জিনি নিৰোধিব মন।
তথাপি পাপত প্ৰবৰ্ত্তয় একোজন॥
কৃষ্ণে বোলে ইকথা শুনিয়ো ধনঞ্জয়।
তুমি যি বুলিলা কথা স্বৰূপ হোৱয়॥

তাৰ যেন মত ভেদ কহিবো তোমাত।
ৰজো গুণ হন্তে কাম ক্রোধ হোৱে জাত।
ক্রোধৰ উৎপত্তি স্থান জানিবাহা কাম।
যদি বোলা কিছুদিয়া কৰো উপশাম॥
কাম সম ভক্ষক যে ত্রিভুবনে নাই।
যত দিয়া মানে তাৰ তৃষ্ণা বাঢ়ি যাই॥
যদি বোলা প্রিয়বাক্য কৰো উপশাম।
প্রিয়ত নাহিকে তুষ্ট দুষ্ট পাপী কাম॥
বিষয় লগৰ শত্রু জানিবা নিশ্চয়।
যেন অগ্নি ধূম দুয়ো সঙ্গে জাত হয়॥
যাতে ধূম তাতে অগ্নি একে লগে থাকে।
পৰম তেজস্বী অগ্নি তভো ধূমে ঢাকে॥
যেন শিশু থাকৈ দেখা মাতৃৰ গৰ্ভত।
জালময় চৰ্ম্মে দেখা নেদয় অন্তত॥
শৰীৰত থাকি দৃষ্টি কৰয় নিৰ্ব্বন্ধ।
চক্ষু থাকে তথাপিতো যেন ভৈল অন্ধ॥
সেহিমতে কাম ক্রোধে আবৰয় জ্ঞান।
কামক পূৰিবে লাগি কাৰ আছে প্রাণ॥
দুঃখৰূপে পোৰাৱয় অনল সমান।
দুইতো পৰে সংসাৰত বৈৰী নাহি আন॥
যত কাষ্ঠ দেই আনি অগ্নিৰ উপৰে।
অধিকে জ্বলিয়া থাক পুড়ি ভস্ম কৰে॥
মন বুদ্ধি ইন্দ্রিয়ক কাম অধিস্থান।
কাম বৃদ্ধি কৰিবাৰ তিনিয়ো প্রধান॥
হেনজানি মোহে যাৱে সুহি পাৱে লাগ।
মন বুদ্ধি ইন্দ্রিয়ক নিয়মিবে আগ॥
শাস্ত্র গুৰু উপদেশে যেন ভৈল বোধ।
সেহি জ্ঞান-খড়্গ ধৰি ছেদা কাম ক্রোধ॥
শৰীৰত চাহি শ্রেষ্ঠ যত ইন্দ্রিগণ।
ইন্দ্রিয়ত কৰি শ্রেষ্ঠ জানিবাহা মন॥

মনতো অধিক বুদ্ধি কহিলোঁ তোমাক।
সবাতো অধিক শ্ৰেষ্ঠ আত্মা বোলে যাক॥
জানি আপোনাৰ যে সাত্ত্বিক বুদ্ধিবলে।
আত্মাত মনক নিয়া ৰাখিবে নিশ্চলে॥
আত্মাত ৰাখিলে মন বিষয় উদাস।
আপনি হোৱন্ত নষ্ট কাল মায়া পাশ॥
কৃষ্ণৰ সেৱাত যাৰ স্থিৰ ভৈলা মন।
একোকালে নাহি জানা তাহাৰ পতন॥
বিদূৰ তীৰ্থক লাগি কেনে যত্ন কৰা।
হৃদিত ঈশ্বৰ আছে তাক সুস্মৰা॥
তীৰ্থৰো পৰম স্থান কৃষ্ণৰ চৰণ।
ৰঙ্গা চৰণক সেবি লৈয়োক শৰণ॥
দেৱৰো পূজিত যিটো হৰিত ভকত।
সেহি জন জানিবা উত্তম ভাগৱত॥
কহয়ে গোবিন্দ মিশ্ৰে কৃষ্ণপদে পৰি।
হৰিৰ নামক কোটি তীৰ্থে নোহে সৰি॥
হেন জানি সভাসদ এড়া আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম॥

ইতি শ্ৰীভগবদ্গীতায়াং তৃতীয়োঽধ্যায়॥

---

# শ্রীবিষ্ণু ভাৰতি।

## ভাগৱত ৰত্ন।

জয় জয় জগত কাৰণ নাৰায়ণ।
ভকত বৎসল দেৱ দৈৱকী নন্দন॥
যাৰ ক্ৰীড়া ভাণ্ড ইটো সবে ব্ৰহ্মাণ্ডিম্ব।
লীলাৰূপে প্ৰকাশিছা যেন জলবিম্ব॥
যাৰ নাম স্মৰি তৰে দুৰ্ঘোৰ সংসাৰ।
মৎস্য আদি কৰি যাৰ নানা অৱতাৰ॥
যাৰ মুখাম্বুজে বিৰাজিত সৰস্বতী।
বক্ষঃস্থলে শোভে যাৰ লক্ষ্মী ভগৱতী॥
যাৰ হৃদয়ত আছে জ্ঞান অখণ্ডিত।
হেন ঈশ্বৰক মই ভজো প্ৰতিনিত॥
গুৰুক প্ৰণামো পৰি পূৰ্ণানন্দ চিত্ত।
যাহাৰ প্ৰসাদে মূৰ্খো হোৱয় পণ্ডিত॥
কৃষ্ণ ভক্ত দ্বিজমানে সবাকে প্ৰণামি।
কৰযোড়ে সবাহাতে আজ্ঞা মাগোঁ আমি॥
ভাগৱত নাম ইটো কল্পতৰু প্ৰায়।
নাৰায়ণ হস্তে যিটো জন্ম আছে পায়॥
প্ৰণৱে অঙ্কুৰ তাৰ জানিবা নিশ্চয়।
কান্ত্ৰ স্কন্ধে বাৰ গুটি মুখ্য শাখা হয়॥
তিনিশত পঞ্চত্ৰিংশ অধ্যায়ৰ লেখা।
সেহি সবে হৈয়াছয় তাৰ উপশাখা॥
অঠাৰ হাজাৰ শ্লোক হয় পত্ৰ তাৰ।
ভক্তিৰসে হৈয়াছে মূলে তাৰ জলাধাৰ॥
যাক পাই বৃক্ষ গুটি কৰে হলফল।
অমৃত সদৃশ তাত ধৰে মোক্ষফল॥

যাৰ যি অভীষ্ট তাক তাকে দেই দান।
পৰম সুলভ নাহি যাহাৰ সমান ॥
সবাৰো উপৰি ইতো বিৰাজে প্ৰকটে।
কৰিয়ো আশ্ৰয় তান চাপিয়া নিকটে ॥
ইতো ভাগৱতৰ লক্ষণ দশ গুটি।
পৃথকে পৃথকে তাক কহিবো প্ৰকটি ॥
সৰ্গ যে বিসৰ্গ স্থান অপৰ পোষন।
উতি মন্বন্তৰ আৰু ঈশানুকথন ॥
নিৰোধ মুকুতি আৰু জানিবা আশ্ৰয়।
এ দশ লক্ষণে মহা পুৰণ বোলয় ॥
পৰম ঈশ্বৰে প্ৰকৃতিক কৰি দ্বাৰ।
মহত্তত্ত্ব পঞ্চ মহাভুত অহঙ্কাৰ ॥
ইন্দ্ৰিয় সকল পঞ্চ তন্মাত্ৰা নিচয়।
স্ৰজিলেক মানে তাক সৰ্গ বুলি কয় ॥
ব্ৰহ্মা স্বয়ং স্ৰজিলেক যতেক পদাৰ্থ।
তাকেসে বিসৰ্গ বোলে কহিলো যথাৰ্থ ॥
স্ৰজন কৰিল জীব জন্তু যত মান।
কৰিলেক যাৰ যিবা নিয়ম বিধান ॥
তাৰ দ্বাৰা সৃষ্টিৰ উৎকৰ্ষ বিদ্যমান।
ভৈল যিবা জানিবা তাহাৰ নাম স্থান ॥
সৃষ্টিত আছয় যত শ্ৰেষ্ঠ ভক্তগণ।
তাহাক যি অনুগ্ৰহ সেহিতো পোষন ॥
কৰ্ম্মৰ যি শুভাশুভ বাসনা আছয়।
তাহাকে বোলয় উতি জানিবা নিশ্চয় ॥
ঈশ্বৰ কৃপা প্ৰাপ্ত যত সাধুচয়।
তাসম্বাৰ ধৰ্ম্মকেসে মন্বন্তৰ কয় ॥
বিষ্ণু বৈষ্ণৱৰ যত চৰিত্ৰ শোভন।
তাহাকে বোলয় জানা ঈশানু কথন ॥
প্ৰলয়ৰ অন্তে প্ৰভু দেৱ নাৰায়ণ।
যোগ নিদ্ৰা বিভাৱিৰী কৰন্ত শয়ন।

সেহি কালে জীৱৰ উপাধি যত হয়।
চৈতন্য শক্তিৰ সমে যিতো হয় লয়॥
তাহাকে নিৰোধ বোলে জানিবা নিশ্চিত।
মুক্তিৰ লক্ষণ আৰে কৰিবো বিদিত॥
অবিদ্যাৰে আৰোপিত আছে কৰ্ম্ম যত।
তাক তেজি স্থিতি হোৱে ব্ৰহ্মৰ ৰূপত॥
বিষয় সম্বন্ধ কিছু নাথাকে স্মৰণ।
ইহাকেসে মুক্তি বুলি কহে বিজ্ঞজন॥
যাত হন্তে হোৱে ইতো সৃষ্টি স্থিতি নাশ।
যাৰ হন্তে হোৱে ইতো জগত প্ৰকাশ॥
তেন্তে পৰং ব্ৰহ্ম সমস্তৰে সাক্ষী ৰূপ।
তাহাঙ্কে আশ্ৰয় বোলে কহিলোঁ স্বৰূপ॥
এহি দশ লক্ষণক কৰিলোঁ ব্যাখ্যান।
সি কাৰণে বোলে জানা শ্ৰীমহাপুৰণ॥
পঞ্চটি লক্ষণ মাত্ৰ অন্য পুৰণৰ।
সৰ্গ প্ৰতি সৰ্গ বংশ আৰু মন্বন্তৰ॥
বংশানুচৰিত সমে এ পাঞ্চ লক্ষণ।
এতেকেসে ভাগৱত পৰম শোভন॥
সেহি ভগৱতৰ শুনিয়ো যেন ধ্যান।
পদ্ম পুৰাণত তাৰ আছয় প্ৰমাণ॥
প্ৰথম দ্বিতীয় স্কন্ধে চৰণ দুতয়।
তৃতীয় চতুৰ্থে যাৰ হৰে উৰুদ্বয়॥
নাভি দেশ পঞ্চম ষষ্ঠেসে বক্ষঃস্থল।
সপ্তম অষ্টমে কৰ কমল যুগল॥
কণ্ঠদেশ নবম দশমে যাৰ তুণ্ড।
একাদশ ললাট দ্বাদশ যাৰ মুণ্ড॥
হেন ভাগৱতৰ মূৰুতি মনোহৰ।
তমাল সদৃশ বৰ্ণ শ্যাম কলেবৰ॥
ভক্তিৰূপ অলঙ্কাৰে তনু দীপ্যমান।
সেহি প্ৰভু আদি দেৱ কৰুণা নিধান॥

অপাৰ সংসাৰ সাগৰৰ সেতু প্ৰায়।
ভজিলোহো হেন ভাগৱতক সদায়॥
শ্ৰীভাগৱত শাস্ত্ৰ বেদান্তৰ সাৰ।
তাৰ ৰস পানে তৃপ্তি ভৈল মন যাৰ॥
সিজনৰ অন্যত্ৰ ৰসত নাহি ৰতি।
হেন জানি পিয়া সবে একচিত্ত মতি॥
পুৰাণৰ সূৰ্য্য ইটো শ্ৰীভাগৱত।
নোহন্ত উদিত যাবে সন্তৰ মাঝত।
তাৱে অন্য পুৰাণাদি কৰয় প্ৰকাশ॥
ৰবিৰ উদয়ে যেন খদ্যোত আভাষ।
দ্ৰাবিড় উৎকল বঙ্গ বৃন্দাবন কাশী॥
অযোধ্যা অবন্তী আদি আনো স্থান বাসী
আছয় হৰিৰ ভক্ত যত সাধু সন্ত।
এহি ভগৱতকসে সবে আদৰন্ত॥
পৰম পৰমহংস শ্ৰীশ্ৰীধৰ স্বামী।
ভাগৱত সমুদ্ৰৰ যিতো পাৰগামী॥
লোকৰ কুশল কামে কৰি কৃপাদান।
নিগূঢ়াৰ্থ শ্লোক সব কৰিলা ব্যাখান॥
সিকাৰণে সমস্তে জানিলা ভাগৱত।
ভাষা কৰি প্ৰচাৰিলা ইতৰ লোকত॥
অত্যন্ত কঠিন শাস্ত্ৰ বেদান্তৰ সাৰ।
পণ্ডিতো হোৱয় মোহ আন কোন চাৰ॥
কলিকালে শ্ৰীধৰ স্বামীৰ প্ৰসাদত।
বিদিত ভৈলেক ইটো ভাৰত মধ্যত॥
আনো বুধগণে আৰ টীকাক কৰিলা।
স্বামীৰ টীকাসে সৰ্ব্বদেশে প্ৰচৰিলা॥
যাতো তেন্তে নৃসিংহ দেৱৰ কৃপাবলে।
ভাগৱত ভাবাৰ্থক জানন্ত সকলে॥
সেহি স্বামী দেৱৰ টীকাক অনুসৰি।
ভাগৱত বখানন্ত শঙ্কা পৰিহৰি॥

ইসে ভাগৱত নাহি ভাগৱত আন।
বিচাৰি শ্ৰীধৰস্বামী কৰিলা প্ৰমাণ ॥
শুক উক্ত ভাগৱত যিটো বাৰ স্কন্ধ।
অঠাৰ হাজাৰ শ্লোকে কৰিলা নিৰ্ব্বন্ধ ॥
আদি অন্তে গায়ত্ৰীৰ অৰ্থ সমন্বিত।
নিৰুপিলা গ্ৰন্থ বৃত্ৰবধৰ সহিত ॥
সেহি ভাগৱত মহা মহা সাধুগণ।
সাদৰে কৰন্ত সদা শ্ৰৱণ কীৰ্ত্তন ॥
হেন জানি শুনা সবে মন কৰি সাৰ।
চাৰিয়ো বৰ্ণৰ আছে আত অধিকাৰ ॥
পাষণ্ডৰ ভণ্ডবাণী মুশুনিবা কাণে।
বেদবিদুষক সিতো একোকে নমানে ॥
পৰম পাতকী আতি মহামূঢ় মতি।
আপোনাৰ দোষে পাপী যাইবে অধোগতি
জানি একচিত্ত মনে কৰিয়ো শ্ৰৱণ।
তৰিয়া সংসাৰ পাইবা বৈকুণ্ঠ ভুবন ॥
দ্বাদশ স্কন্ধৰ কথা সূত্ৰ অনুসৰি।
যি অধ্যাত যেন কথা আছে ব্যাখা কৰি ॥
তাহাক সূচাই যাইবোঁ প্ৰথমৰ হন্তে।
যি হেতু আমাক বোলে অনেক মহন্তে ॥
শ্ৰীধৰস্বামীৰ শঙ্কা শ্লোক অনুবন্ধে।
বিৰচিবোঁ সূত্ৰ কথা পৰম প্ৰবন্ধে ॥
শুনা মহাজন সবে গোচৰ আমাৰ।
ইটো শাস্ত্ৰখানি হৌক লোকত প্ৰচাৰ।
ভাগৱত ৰত্ন নাম ভাগৱত তত্ব।
ইহাক জানিলে জানিবেক ভাগৱত।
অল্প ভাৰ হোৱে যদি বহু মূল্য ৰত্ন।
তাহাক লৱয় লোকে কৰি মহা যত্ন ॥
শ্ৰীবিষ্ণু ভাৰতি উদ্ধাৰিলা কৰি যত্ন।
এতেকে শুনিয়ো সবে ভাগৱত-ৰত্ন ॥

প্ৰথমে প্ৰথমাধ্যায়ে ব্যাস তপোধন।
ভাগৱতাৰম্ভে কৈলা মঙ্গলাচৰণ॥
নৈমিষ কাননে শৌনকাদি মুনি যত।
কৰিলন্ত ছয় প্ৰশ্ন সুতৰ আগত॥
ঘোৰ কলিকালে লোক হৈব পাপমতি।
কোন ধৰ্ম্মে তাসম্বাৰ সাধিবেক গতি॥
কৃষ্ণদেবে জন্ম ধৰিলন্ত কিবা কাজে।
কোন ধৰ্ম্ম কৰিলন্ত ৰহি মহীমাঝে॥
কোন কোন অবতাৰ ধৰি নাৰায়ণ।
কোন কোন লীলা কৰিলন্ত বিতোপন॥
কপট মনুষ্য ৰূপে বলদেৱ সঙ্গে।
কৰিলন্ত কৃষ্ণে যেন যেন কৰ্ম্ম ৰঙ্গে॥
কৃষ্ণ যেবে নিজ ধামে কৰিলা গমন।
মহাধৰ্ম্ম গৈয়া কাত পশিলা শৰণ॥
দ্বিতীয় অধ্যায়ে শৌনকৰ প্ৰশ্ন শুনি।
দিলন্ত উত্তৰ সুতে নমি শুকমুনি॥
কলিযুগে আন ধৰ্ম্মে নতৰে সংসাৰ।
কেবল হৰিৰ নাম সৰ্ব্বধৰ্ম্ম সাৰ॥
কৃষ্ণেসে সমস্তে দেৱতাতে শ্ৰেষ্ঠ দেৱ।
তান্তে বিনে ভজনীয় আন নাহি কেৱ॥
দেৱকীত জনমি অসুৰ সংহৰিলা।
জগত পাবন প্ৰচাৰিলা বহুলীলা॥
তেন্তে সুৰ নৰ পশু পক্ষী সমস্তত।
অৱতাৰ ধৰি উদ্ধাৰন্ত লোক যত॥
তৃতীয় অধ্যায়ে সেহি অৱতাৰ গণ।
লীলা সমন্বিতে তাক কৰিলা বৰ্ণন॥
পুৰুষাৰ তাৰ আৰু সনত কুমাৰ।
শূকৰ নাৰদ নৰ নাৰায়ণ আৰ॥
কপিল শ্ৰীদত্ত যজ্ঞ ঋষভ শ্ৰীহৰি।
পৃথু মৎস্য কচ্ছপ মোহিনী ধন্বন্তৰী॥

নৰসিংহ বামন পৰশুৰাম ব্যাস।
শ্ৰীৰাম শ্ৰীকৃষ্ণ বলদেব জগবাস ॥
বুদ্ধ কল্কি সমে এহি অৱতাৰগণ।
ধৰি হৰি ধৰাভাৰ কৰিলা গ্ৰহণ ॥
আন সব অৱতাৰ কলা অংশৰূপে।
পৰিপূৰ্ণ ৰূপ কৃষ্ণ কহিলা স্বৰূপে ॥
কৃষ্ণ বৈকুণ্ঠক গৈলে মহাধৰ্ম্ম যত।
সমস্তে ৰহিলা হৰি নামৰ মাঝত ॥
চতুৰ্থ অধ্যায়ে ব্যাস জনম লভিয়া।
অল্প বুদ্ধি অল্প আয়ু মনুষ্য দেখিয়া ॥
চাৰিয়ো বেদৰ কৰিলন্ত শাখা ভেদ।
ইতিহাস পুৰাণ ৰচিলা অবিচ্ছেদ ॥
তথাপিতো তান মন নোহয় প্ৰসন্ন।
কি কৰিবো বুলি মুনি চিন্তে মনে মন ॥
হেন কালে গৈয়া তৈতে নাৰদ মিলিলা।
মনৰ সন্দিগ্ধ ব্যাসে তাহান্ত পুছিলা ॥
কহিলা নাৰদে পাছে তাহাৰ কাৰণ।
যিবা হেতু ব্যাসৰ আকুল কৰে মন ॥
পঞ্চম অধ্যায়ে মুনি ব্যাসক বুলিলা।
ইতো তুমি নানা শাস্ত্ৰ পুৰাণ কৰিলা ॥
সৰ্ব্ব ধৰ্ম্ম শিৰোমণি কৃষ্ণ গুণনাম।
তাক নবৰ্ণাই তুমি বৰ্ণাইলা সকাম ॥
সহজে লুভীয়া লোক সকামী কৰ্ম্মত।
তাতে উপদেশ পাইলা তোমাৰ মুখত ॥
প্ৰাণি হিংসা ধৰ্ম্মতে বিহিলা স্বৰ্গসুখ।
কৰিলা লোকক তুমি কৃষ্ণত বিমুখ ॥
ষষ্ঠ অধ্যায়ত মুনি ব্ৰহ্মাৰ তনয়।
বোলন্ত নযান্ত জানো ব্যাসৰ প্ৰত্যয় ॥
আপোনাৰ প্ৰাক্তন জন্মৰ কথা কৈলা।
যেনমতে সৎসঙ্গৰ হন্তে গতি ভৈলা ॥

সপ্তমত পৰীক্ষিত জন্ম প্রসঙ্গত।
ধনঞ্জয়ে গুৰুপুত্র দণ্ডিলা ক্রোধত ॥
কৰিলাহা দ্রোণী বৰ কাৰ্য্য অযুগুত।
পাঞ্চ পাণ্ডৱৰ কাটিলাহা পাঞ্চ সুত ॥
অষ্টমত ক্রোধ কৰি গৌতমী কুমাৰ।
ছয় গোটা ব্রহ্ম অস্ত্র কৰিলা প্রহাৰ ॥
পাঞ্চ গোটা মাৰিলন্ত পাঞ্চ পাণ্ডৱক।
গোটেক মাৰিলা টাঙ্কি উত্তৰা গৰ্ভক ॥
পাঞ্চো পাণ্ডৱক হৰি কৰিলন্ত ত্ৰাণ।
উত্তৰাৰো গৰ্ভে পশি ৰাখিলন্ত প্ৰাণ ॥
কৰিলন্ত কুন্তী স্তুতি আত অনন্তৰে।
বুলিলা বিনয় পাছে তাঙ্ক দামোদৰে ॥
কুলহত্যা হেতু ৰাজা সন্তাপ কৰিলা।
ব্যাস আদি ঋষিগণে প্রবোধ বুলিলা ॥
নৱমত যুধিষ্ঠিৰ কুৰুক্ষেত্রে যায়।
ভীষ্মৰ মুখত সবে উপদেশ পায় ॥
কৰিলা অনেক স্তুতি ভীষ্মে মাধৱক।
কৃষ্ণে উত্তম গতি দিলন্ত ভীষ্মক ॥
শৰাসনে যোগ চিন্তি ভীষ্ম মহাবীৰ।
লভিয়া পৰমানন্দ তেজিলা শৰীৰ ॥
দেখি ৰাজা যুধিষ্ঠিৰ কৰি মহামৰ্ম্ম।
কৰাইলা ভীষ্মৰ বিধিমত ক্রীয়া কৰ্ম্ম ॥
দেৱঋষিবৰ্গ যত তথাতে আছিল।
কৃষ্ণক হৃদয়ে ধৰি স্বধামে চলিল ॥
কৃষ্ণ সমে যুধিষ্ঠিৰো হস্তিনা আসিলা।
ধৃতৰাষ্ট্র গান্ধাৰীকো সান্ত্বনা কৰিলা ॥
দশম অধ্যায়ে পাণ্ডৱৰ কাৰ্য্য যত।
নিৰন্তৰে গোবিন্দে কৰিলা সমাপত ॥
পাছে দ্বাৰকাক চলিযান্তে দামোদৰ।
স্ত্রীগণে স্তুতি নতি কৰিলা বিস্তৰ ॥

তাসম্বাত দয়া দৃষ্টি পূৰি মনোৰথ।
দিব্য ৰথে চড়ি গৈলা দ্বাৰকাৰ পথ ॥
সন্ধ্যাকাল ভৈল ঘোৰা সবো ভাগৰিল।
উপদ্বাৰকাত হৰি সিদিনা ৰহিল ॥
একাদশে দ্বাৰকা সমীপ পায়া হৰি।
পাঞ্চজন্য শঙ্খক ফুঙ্কিলা ৰঙ্গ কৰি ॥
আসিলা গোবিন্দ জানি দ্বাৰকা নিবাসী।
ফল ফুল ধৰি বঝাই গৈলা ৰাশি ৰাশি ॥
স্তুতি নতি কৰি ৰতি প্ৰার্থিলা কৃষ্ণত।
তাসম্বাৰো হৰি পূৰিলাহা অভিমত ॥
দ্বাদশ অধ্যায়ে পৰীক্ষিত উতপতি।
গৰ্ভতে দেখিলা যিতো কৃষ্ণ যদুপতি ॥
উপজিল পৌত্ৰ যুধিষ্ঠিৰে দেখিলন্ত।
ঋষিগণ আনি জাতকৰ্ম্ম কৰাইলন্ত ॥
তাৰা সবো গুণকৰ্ম্ম কহিলা বিস্তাৰ।
ব্ৰাহ্মণক দান ৰাজা দিলন্ত অপাৰ ॥
পাছে ৰাজা জ্ঞাতি বধ পাপৰ কাৰণ।
অশ্বমেধ যজ্ঞৰ কৰিলা আয়োজন ॥
পৰম আদৰে মাধৱক নিয়াইলন্ত।
গৈয়া যদুদেবে মহা যজ্ঞ কৰাইলন্ত ॥
ত্ৰয়োদশে বিদুৰ হস্তিনাপুৰে গৈলা।
শুনি ধৰ্ম্মৰাজা মহাসম্ভ্ৰমে নিয়াইলা ॥
পুছিলা কুশল বাৰ্ত্তা অনেক তাহান্ত।
সকলে কহিলা বিনে যাদৱ বৃত্তান্ত ॥
পাছে ধৃতৰাষ্ট্ৰৰ জন্মায়া বিৰকতি।
উপায়ে বিদুৰে তাৰ সাধিলন্ত গতি ॥
ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ শোকে যুধিষ্ঠিৰ।
কৰিলা অনেক শোক বিকল শৰীৰ ॥
আসিয়া নাৰদ ঋষি কৰিলাহা শান্ত।
প্ৰকাৰে কহিলা তান্ত সকলে বৃত্তান্ত ॥

চতুৰ্দ্দশে অৰিষ্ট দেখিয়া যুধিষ্ঠিৰ।
ভীম সমে অসন্তোষে আছা মহাবীৰ॥
আসিলা অৰ্জ্জুন পাছে দ্বাৰকাৰ হন্তে।
কৃষ্ণৰ বিয়োগ দুঃখে কান্দন্তে কান্দন্তে॥
দেখি ৰাজা যাদৱৰ বাৰ্ত্তা জিজ্ঞাসিলা।
শোক লাজে অৰ্জ্জুনে কহিবে নপাৰিলা॥
পঞ্চদশে অৰ্জ্জুনে দিলন্ত সমিধান।
যাদৱ বংশৰ মৃত্যু কৃষ্ণৰ নিৰ্য্যান॥
শুনি যুধিষ্ঠিৰ পাছে ভৈলা ভয়ে ভীত॥
আৰ কি কল্যান আছে দুৰ্ঘোৰ কলিত।
নাতি পৰীক্ষিতত সুম্পিয়া ৰাজ্যভাৰ।
বৈৰাগ্যে পাণ্ডৱ সৱ গৈলা স্বৰ্গদ্বাৰ॥
ষোড়শ অধ্যায়ে পৰীক্ষিতৰ বিজয়।
ধৰ্ম্মক ভূমিক দুইকো কলি নিগ্ৰহয়॥
তাক দেখি তাসম্বাক নৃপতি পুছিলা।
কলিৰ বিচেষ্টা দেখি ছলেসে কহিলা॥
সপ্তদশে পৰীক্ষিতে ইঙ্গিতে জানিলা।
আমাৰ ৰাজ্যত আসি কলি প্ৰবেশিলা॥
সেই সে পাপিষ্ঠে ধৰ্ম্ম ভূমিক মাৰয়।
দুষ্টক নিগ্ৰহি সন্ত পালিবে লাগয়॥
দেখন্ত দুৰ্জ্জন কলি পাপী ফুৰে তাতে।
চাম্পদিয়া চুলত ধৰিলা বাম হাতে॥
কাটিবাক খোজন্তে শৰণ লৈলা কলি।
নাকাটি ৰাখিয়া স্থান দিলা মহাবলী॥
কলি নষ্ট ধৰ্ম্মৰো পূৰাইলা তিনি পদ।
পৃথিবীকো আশ্বাসিয়া দিলাহা সম্পদ॥
অষ্টাদশে মৃগয়া কৰন্তে পৰীক্ষিত।
ভৈলন্ত ব্যথিত ক্ষুধা তৃষায়ে পীড়িত॥
সমীপে শমীক ঋষি আছে ধ্যানে বসি।
জল পাইবো বুলি ভৈকে গৈলা মহাযশী॥

দেখন্ত ঋষিয়ে একো নেদে সমিধান।
ক্রোধৰ বেগত ৰাজা ভৈল হতজ্ঞান॥
মৰা সৰ্প এক দেখিলন্ত সমীপত।
তাক আনি দিলা ৰাজা ঋষিৰ গলত॥
তান পুত্র শৃঙ্গী শুনি দিলা চণ্ড শাপ।
তাহাঙ্কো সপ্তম দিনে দংশন্তোক সাপ॥
শাপ শুনি শমীকে কৰিয়া মহাখেদ।
দূত পঠাই ৰাজাত জনাইলা বাৰ্ত্তা ভেদ॥
উনবিংশে শাপ বাৰ্ত্তা শুনিয়া নৃপতি।
সাধু মানি বিষয়ত ভৈলা বিৰকতি॥
শৃঙ্গীৰ শাপক কৰ্ম্মদণ্ড মানিলন্ত।
মহাৰঙ্গে গঙ্গাৰ তীৰক চলিলন্ত॥
তহিতে মিলিল গৈয়া যত মহাঋষি।
অৰ্চ্চি আত্মমোক্ষ ৰাজা পুছিলা হৰিষি॥
নানাজনে নানামতে উপদেশ দিলা।
নৃপতিৰ তাহাত সন্দেহ নুগুছিলা॥
পাছে মহামুনি শুক তথা পয়োসাৰ।
দেখি ৰাজা ঋষি সমে কৰি সতকাৰ॥
আসনত বৈসায়া ষড়ৰ্থে পূজিলন্ত।
শীঘ্রে আত্মমোক্ষ হেতু পথ পুছিলন্ত॥
ৰাজাৰ প্রশ্নক শুনি ব্যাসৰ তনয়।
কহিলন্ত ভাগৱত মোক্ষৰ নিৰ্ণয়॥
প্রথম স্কন্ধৰ সূত্র কৰি সমাপতি।
কৃষ্ণৰ কিঙ্কৰ বিষ্ণুভাৰতী বদতি॥
সংক্ষেপ পদত ৰস দিবাক নপাৰি।
মুখ্য মুখ্য কথা মাত্র কহিলো উদ্ধাৰি॥
শ্রোতা লোকে আতে বোধ পাইবা সমুদাই।
অজ্ঞানীৰ প্রতি সমুদায়ো কাৰ্য্য নাই॥
হেন জানি শুনা ভাগৱত ৰত্ন কথা।
মৰিলে মুকুতি পাইবা নাহিকে অন্যথা॥

কৰ্ণৰো সুশ্ৰাব্য পূৰিবেক মনস্কাম।
লভিবা পৰমানন্দ সুখ অবিশ্ৰাম ॥
জানি নিৰন্তৰে এড়িয়োক আন কাম।
আপোনাৰ মোক্ষ সাধি বোলা ৰাম ৰাম।

---

# সুকবি নাৰায়ণ দেৱ।

## বেহুলা—লক্ষ্মীন্দৰ।

### পাঞ্চালী।

দিহা—বোলে দেবী মনসাই।
শুনা কালি মহাৰাই॥

পদ্মা বোলে শুনা কালি আমাৰ উত্তৰ।
সত্বৰে ডাকিয়া দেহ চান্দৰ কোৱৰ॥
এত শুনি নাগিনী লাগিলা বুলিবাৰে।
কিমতে প্ৰবেশ হৈবো লোহাৰ হেঙ্গাৰে॥

শ্ৰীখণ্ডি কপাট দিছি জোৱাৰ কৰাল।
পিপিৰাও নপাৰে প্ৰবেশ কৰিবাৰ॥
পদ্মা বোলে কালিনাগ নিচিন্তিবা তুমি।
কৰ্ম্মকাৰ হাতে ছিদ্ৰ ৰাখি আছোঁ আমি॥

ঐশান্য কোণাৰ ভাগে সিন্দুৰৰ ৰেখা।
তাহাৰ সমীপে গৈলে ছিদ্ৰ পাইবা দেখা॥
এত শুনি কালিনাগ হৰষিত মন।
চম্পক নগৰক লাগি কৰিলা গমন॥

পদ্মাৰ চৰণ নাগে বন্দিলেক শিৰে।
পবন সঞ্চাৰে গৈয়া চান্দৰ নগৰে॥
দেখে ব্ৰতী জাগি আছে ই ঠাই প্ৰহৰী।
ভৃঙ্গৰূপে কালি নাগে বৰ্ণ কৈলে চুৰি॥

উৰা দিয়া পৰে নাগে মেৰৰ উপৰে।
লখাই বেহুলা কৰে কথা মেৰৰ ভিতৰে॥
নাৰায়ণ দেৱে কহে মনসাৰ দাসে।
মেৰৰ উপৰে থাকি কালিনাগে হাসে॥

দিহা—উঠিয়া ৰন্ধন চৰাউ কন্যা বোলে লখিন্দাৰ ॥

লখাই বোলে শুন কন্যা আমাৰ বচন।
ভোজন কৰিবো জান্তে চৰাউ ৰন্ধন ॥
ক্ষুধায়ে আকুল তনু ধৰিতে নপাৰি।
বিলম্ব নকৰা কন্যা চলা শিঘ্রকৰি ॥

লজ্জা পাই বেহুলাই বুলিলা বচন।
চাউল সাজ নাই আমি চৰাইতে ৰন্ধন ॥
কহিয়াৰ নাৰীকল বৰ্ত্তমণি কলা।
ফলাহাৰ কৰিবাক বুলিলা বেহুলা ॥

যত দ্রব্য থৈয়া আছে সনেকা সুন্দৰী।
লখিন্দাৰে খাইলা তাক কিছু কিছু কৰি ॥
ক্ষুধাৰ সময় খাইতে অমৃত সমান।
বেহুলাৰ বাক্য লখাই নকৰিলা আন ॥

যত দ্রব্য থৈয়া আছে সনেকা সুন্দৰী।
লখিন্দাৰে খাইলা তাক কিছু কিছু কৰি ॥
হৰষিতে ভোজন কৰিলা লখিন্দাৰ।
শয়ন কৰিলা গৈয়া পালঙ্ক উপৰ ॥

কামে বিমোহিত হুয়া বনিয়া নন্দন।
বেহুলাত ঘনে ঘন মাগে আলিঙ্গন ॥
লখাই বোলে শুনা প্রিয়া আমাৰ উত্তৰ।
আলিঙ্গন দিয়া মোৰ প্রাণ ৰক্ষা কৰ ॥

এত শুনি বেহুলা চিন্তিত ভৈলা মনে।
বিনয় কৰিয়া বেহুলা বুলিলা বচনে ॥
সুকবি নাৰায়ণ দেবৰ সৰস পাঞ্চালী।
বেহুলাৰ কৰুণা বুলি একযে লেচাৰী ॥

দিহা—স্বামী ভাল নহয়ৰে।
বিহাই ৰাতিত স্বামী ভাল নহয় ॥

ভাল মুহি স্বামী বিহে ইৰাত্রি দিনে।
শুনিয়া বুলিব মন্দ ব্রাহ্মণ সজ্জনে ॥
কোমল কালিকা প্রভু মকৰন্দ হীন।
তাৰ কাছে ভ্রমৰ নজাই একোদিন ॥

যদি পুষ্প প্রকাশ হয়য় কাল পাইয়া।
মধুকৰে মধু পিয়ে তাৰ পাশে বৈয়া ॥
কেচা দালিম খালে প্রভু দান্তত বান্ধে কহ
বিলম্বে পকিলে ফলে অধিক চাপে ৰস ॥

অবাইছা গৰু যিবা জুৰিবাৰে হাল।
নষ্ট কৰে লাঙ্গল জলি নষ্ট কৰে ফাল ॥
একে আমি শিশু মতি জানা অকুমাৰি।
চিত্ত স্থিৰ কৰি থাকা দিন দুইচাৰি ॥

যদি আমাসাৰ হয়ে উত্তম আসাৰ।
অবিলম্বে পাইবা মোক ক্ষমা কৰা সাৰ ॥
মদনে কাতৰ লখাই বনিয়া তনয়।
বেহুলা যিসব কহে মুশুনে লখাই ॥

লখাই বোলে শুনা কন্যা আমাৰ উত্তৰ।
আলিঙ্গন দিয়া মোৰ প্রাণ ৰক্ষা কৰ ॥
এত শুনি বেহুলাৰ বিষাদিত মন।
লখাই চৰণে ধৰি বিনায়ে বচন ॥

সুকবি নাৰায়ণ দেব সৰস পাঞ্চালী।
বেহুলাৰ কৰুণাৰ বিৰছে লেচাৰী ॥

দিহা—তেজ লোভ ক্ষমা কৰা বনিয়াৰ সুত।
তোমা লাগি আসিয়াছে পদ্মাৰ কালদূত ॥

বেহুলা বোল শুনা কহো তোমাসাৰ ঠাই।
সত্য ভঙ্গ কৰা যদি ধৰ্ম্মৰ দোহাই ॥
পূৰ্ব্বৰ যতেক কথা নাহিকে স্মৰণ।
ইন্দ্ৰপুৰী আছিলা কাম দেৱৰ নন্দন ॥

আমিয়ো আছিলো বান ৰাজাৰ কুমাৰী।
দুয়োজনক হৰিয়া আনিল বিষহৰি ॥

যদি পদ্মা পূজয় শ্বশুৰ সদাগৰে।
পুনৰপি যাইবো দুয়ো ইন্দ্ৰৰ নগৰে ॥
শুনি আছোঁ তোমাসাৰ ৰাত্ৰি নিশাভাগে।
তোমাসাক আসি আজি খাইবো কালিনাগে ॥

যদি বা তোমাক খাই ই কাল নাগিনী।
তোমাক লৈয়া জলে ভাসো তেজি অন্ন পানী ॥
যেবে সতীত্বৰ চিন নাথাকে আমাত।
তেবে সে জীয়াবা প্ৰভু নৰিবো তোমাক ॥

মৰণৰ নিৰ্ব্বন্ধ শুনি বনিয়া নন্দন।
মনৰ কথা এড়ি লখাই কৰিলা শয়ন ॥
কালিনাগে নিদ্ৰাৱলীক মাৰিলা হুঙ্কাৰ।
কতো কতো নিদ্ৰা আসি দিলা আগুসাৰ ॥

কালি বোলে শুনা নিদ্ৰা আমাৰ উত্তৰ।
পদ্মাৰ বৰে লাগ গৈয়া মাথৰ উপৰ ॥
কালিৰ আদেশে নিদ্ৰা চলিলা সত্বৰে।
তেতিক্ষণে ধৰে গৈয়া মাথৰ উপৰে ॥

প্ৰথমতে নিদ্ৰা গৈলা ওঁজা ধন্বন্তৰি।
সিথানে গৈলন্ত নিদ্ৰা নেউলী ময়ুৰী ॥
চন্দ্ৰধৰ নিদ্ৰা গৈলা সনেকা সুন্দৰী।
মেৰৰ ভিতৰে লখাই বেহুলা সুন্দৰী ॥

থানে থানে নিদ্রা গৈলা ই ঠাঁঠ প্রহৰী।
সবাকে বেঢ়িয়া ধৰে কাল নিদ্রাৱলী ॥
হেন দেখি কাল নাগে মাৰে ভৰি তালি।
আছোক মনুষ্য পিপিৰাৰ নাই সাৰি ॥

ঐশান্য কোণৰ নামে সিন্দুৰৰ ৰেখা।
সোমাই গৈলা কালিনাগ সুতা হেন হৈয়া।
বিছনাৰ দক্ষিণ পাশে জ্বলে পুত বাতি।
যেন বেহুলা কন্যা সেহি অনুৰূপ পতি ॥

ৰতিৰ শচীৰ সমান ৰূপ বেহুলা সুন্দৰী।
কামদেৱ জিনি লখাই ৰূপৰ মুৰাৰি ॥
ত্রিভুবন মোহ যাই যেহি ৰূপৰ তেজে।
ইহেন শৰীৰ মই দংশো কোন কাজে ॥

ইহাৰ কাৰণে যদি পদ্মা মোক মাৰে।
তথাপি নেদিবো ঘাওঁ ইহাৰ শৰীৰে ॥
এত ভাবি কালি নাগে জুৰিলা ক্রন্দন।
নাৰায়ণ দেৱে কহে মনসাৰ চৰণ ॥

দিহা—কান্দেই কালিনাগ লখাইৰ ৰূপ দেখি।
এড়ি গৈলে পদ্মাৰ মনে আমি হৈবোঁ দোষী

প্রসন্ন বদন লখাইৰ শৰীৰ জ্যোতি।
সাৰি সাৰি দান্ত জ্বলে মুকুতাৰ পান্তি ॥
চন্দন তিলক লখাইৰ কপালত সাজে।
অৰুণ উদয় যেন গগণৰ মাঝে ॥

মুণ্ড গোট ডাকিবোঁ লখাই ঝুনা নাৰিকল।
কেশতাৰ ডাকিবোঁ বাচা হাৰুযাছে বল ॥
কপালত ডাকিবোঁ লখাই দিয়াছে ৰঞ্জন।
দুকর্ণ ডাকিবোঁ বাচা কৰ গাছৰ পাণ ॥

দুই চক্ষু ডাকিবোঁ লখাই সৰগৰ তৰা।
নাক গোট ডাকিবোঁ বাচা ঢোৰৰ পাকৰা॥
মুখত ডাকিবোঁ লখাই জ্বলয় দৰ্পণ।
জিভা খন ডাকিবোঁ বাচা আবাৰ বৰণ॥

দশনত ডাকিবোঁ লখাইৰ গুঞ্জৰে ভ্ৰমৰা।
গল গোট ডাকিবোঁ বাচাৰ ভৃঙ্গাৰৰ নলা॥
দুই বাহু ডাকিবোঁ বাচা মোলনৰ নাৰি।
দশ আঙ্গলি ডাকিবোঁ লখাইৰ চম্পাফুলৰ কৰি॥

পিঠিত ডাকিবোঁ বাচা স্বকুজৰ চটা।
বুকুত ডাকিবোঁ লখাইৰ চন্দনৰ পটা॥
কঙ্কালে ডাকিবোঁ লখাই হৰৰ ডম্বৰু।
দুই উৰু ডাকিবোঁ বাচা দলি সমসৰু॥

আঠু ডাকিবোঁ লখাই সুবৰ্ণৰ ঘিলা।
দুই কুম ডাকিবোঁ বাচা কেতকীৰ দিলা॥
দুই ভৰি ডাকিবোঁ লখাইৰ খৰম জুৰিয়া।
এহি বুলি কান্দে কালি গুণক বৰ্ণাইয়া॥

সমলত শৰীৰ বাচা গণিয়া চাহিলোঁ।
তিল মাত্ৰ দোষ তোৰ শৰীৰে নপাইলোঁ॥
তথাপিতো আচৰীব লাগে আজ্ঞা বাণী।
কিমতে এৰাইবোঁ আমি পৰাধীন প্ৰাণী॥

সুকবি নাৰায়ণ দেৱৰ সৰস পাঞ্চালী।
কালিৰ ক্ৰন্দন বুলি একযে লেচাৰী॥

---

দিহা—কালি হৱা সাবধান। যি নাম স্মৰণে—
হৰে পাপ বিমোচন॥

এত সব কালি নাগে মনত ভাবিয়া।
লখাইৰ শিখৰে নাগ গৈলেক চলিয়া॥

দৈৱৰ নিৰ্ব্বন্ধ কৰ্ম্ম নাযাই খণ্ডণ।
কালিৰ গাৱত পৰে লখাইৰ চৰণ॥

সাক্ষী কৰে কালি নাগে যত দেৱগণ।
আপোনাৰ দোষে লখাইৰ মিলিলা মৰণ॥
কালি বোলে চন্দ্ৰ সূৰ্য্য তোৰা হৈবা সাক্ষী।
এক তিল পাপ মোত দেখিতে নেদেখি॥

ব্ৰহ্মা বিষ্ণু মহেশ্বৰ তোৰা তিন জন।
আপুনাৰ দোষে লখাইৰ মিলিলা মৰণ॥
সপ্ত স্বৰ্গ সাক্ষী কৰে সপ্ত যে পাতাল।
সপ্ত দ্বীপ সাক্ষী কৰে কাল যে বিকাল॥

ডাক দিয়া সাক্ষী কৰে যত জ্ঞাতীগণ।
ধৰ্ম্ম কৰ্ম্ম সাক্ষী কৈলা যত বন্ধুগণ॥
কষ্টমন কৰি নাগে কোন কৰ্ম্ম কৈলা।
প্ৰদীপৰ তৈল নিয়া লাঙ্গুত মাজিলা॥

সাৱধানে দিলা লখাইৰ আঙ্গুলি উপৰ।
অলক্ষণ গতি তাতে ছাৰিলা ঠোকৰ॥
ৰাম ৰাম বুলি লখাই ছাৰিলেক ডাক।
উঠা প্ৰাণেশ্বৰী বুলি মাতে বেহুলাক॥

বাহিৰ হৈতে চাহে কালি মেৰৰ ভিতৰে।
হাতত কাটা পৰিলেক লাঙ্গুৰ উপৰে॥
লাঙ্গু কাটা গৈল কালি পলাইলা লৰৱে।
বেহুলা বেহুলা বুলি মাতে লখিন্দাৰে॥

উঠা উঠা প্ৰিয়া বুলি বিনায়ে লখাই।
কালনিদ্ৰা হৈয়া বেহুলা চেতন নপাই॥
সুকবি নাৰায়ণ দেৱৰ সৰস পাঞ্চালী।
লখাইৰ কান্দন বুলি এক ৰচিলা লেচাৰী॥

দিহা—কান্দে তোৰ লখিন্দাৰ দাৰুণ বিষৰ জালে ॥
প্ৰাণ কৰে অনথিৰ, তুলিয়া মুখত দেহ পানী ॥

ছয় ভাই আছিলা মোৰে যেন ছয় বিদ্যাধৰে,
তাকো পদ্মা কল্লা নিপাতন।
তাত যত দুখ পাইলা মোক পাই মাৰে পাশৰিলা,
এখনে হৈবো মাৰৰ মৰণ ॥
তোমাৰ বদন ছাইয়া মদনে পীড়িত হৈয়া,
মাগিলোঁ আমি সৰতি ব্যৱহাৰ।
তাকে কিবা ভাবিয়া আছাহ লজ্জিত হুয়া,
মৰিলে দুঃখ মিলিবো তোমাৰ ॥
কিবা মায়া নিদ্ৰাযাস কিবা কৰা উপহাস,
মৰিলে দুঃখ মিলিবো বিস্তাৰ।
তুমি আমি একে সঙ্গে মেৰট আছিলোঁ ৰঙ্গে,
কোন দেৱে দণ্ডিলা নজানি ॥
নাৰায়ণ দেৱে কয় সুকবি বল্লভে হয়,
বঞ্চিলেক নিৰ্দ্দয়া ব্ৰাহ্মণী ॥

---

দিহা—বেহুলা জাগ, উঠা মোৰ প্ৰিয়া।

উঠা উঠা প্ৰাণেশ্বৰী কত নিদ্ৰা যাস।
মোক খাইলা কাল নাগে চক্ষু মেলি চাস ॥
তোৰ সম অভাগী নাহিকে ক্ষিতি তলে।
অকালত ৰাঁৰী ভৈলি খণ্ড ব্ৰতৰ ফলে ॥

কতোজন্মে খণ্ড ব্ৰত কৈলি বহুতৰ।
সেহি দোষে তোক এৰি যাওঁ লখিন্দৰ ॥
মাৱ সনেকা মোৰ মৰণ শুনিলে।
অগনি জালিয়া মৰে গাৱৰ আঞ্চলে ॥

আমাৰ মৰণে মায় মৰিব পুৰিয়া।
খ্যাতি ৰাখিবো মায়ে সংসাৰ জুৰিয়া ॥
বিষৰ জালত লখাই বিনায়ে বচন।
কালনিদ্ৰা হৈ৷ বেহুলাৰ নাহিকে চেতন ॥
কায়া আঙ্গুলিৰ বিষে ব্ৰহ্মাৰ দ্বাৰ পাইলা।
বেহুলা বেহুলা লখাই ডাকিবে লাগিল ॥
সুকবি নাৰায়ণ দেৱৰ সৰস পাঞ্চালী।
লখাইৰ করুণা বুলি একযে লেচাৰী ॥

---

দিহা—উঠ কমলমুখী, ওহে কত নিদ্ৰা যাৱা সুখে।

তোৰে মোৰ বিদাই বিষে মোৰ প্ৰাণযাই,
আমি চলো যমৰ নগৰ।
কায়া আঙ্গুলিত খাইলা কিসে সৰ্বাঙ্গ ছান্দিলা বিষে,
পুৰোহিত আনিয়ো সত্বৰে ॥
কিবা মায়া নিদ্ৰা যাস কিবা কৰা উপহাস,
মৰিলে দুঃখ মিলিবে বিস্তৰ।
আঠু মান পাইলা বিষে নাজানিলোঁ খাইলা কিসে,
হেন বিষ দহে কলেবৰ ॥
কঙ্কাল মান পাইলা বিষে নাজানোহো খাইলা কিসে,
হেন বিষে মৰি যায় প্ৰাণে।
পেট মান পাইলা বিষে গৈলা বিষ দশো দিশে,
মৰি যায় আমাৰ পৰাণ ॥
মুখ মান পাইলা বিষে নজানো মই খাইলা কিসে,
হৰিলা লখাইৰ মুখৰ বোল।
বিষে বিকলিলা গাওঁ আছৰিলা হস্ত পাৱ,
হৰাইলা সুৰতি জ্ঞান ॥
সুমৰিলা হৰি হৰ প্ৰাণ তেজে লখিন্দৰ,
ঢলি পৰে পলঙ্কিৰ উপৰ।
নাৰায়ণ দেৱে কয় সুকবি বল্লভে হয়,
কালি লাগ হৈলেক অন্তৰ ॥

দিহা—অন্তৰ হৈয়া কালি নাগ আছিলা একচিত্তে।
আত্মা বন্দি কৰিলা ঘৰৰ হৈতে॥

আত্মা লৈয়া কালি নাগ চলিলা সত্বৰে।
আত্মা গোট ভেণ্টিলা পদ্মাৰ গোচৰে॥
আত্মা পাই পদ্মা ভৈলা আনন্দিত মন।
কালিৰ মস্তকে দিলা শতেক চুম্বন॥

যতেক শঙ্কিত কৈলা পদ্মাৰ গোচৰ।
যেমত প্ৰকাৰে দংশিলা লখিন্দৰ॥
ধন্য ধন্য কৰি পদ্মা কালিক প্ৰশংসে।
ৰাজ আভৰণ দিয়া কালি নাগক তুষে॥

আনন্দিত পদ্মাৱতীৰ যত নাগগণ।
কালিৰ প্ৰসাদে পাইলা ৰাজ আভৰণ॥
আনন্দিত ভৈলা পদ্মা পায়া নাগগণ।
নিদ্ৰা ভাঙ্গি বেউলা তথা পাইলেক চেতন॥

কাল নিদ্ৰা ভাঙ্গি বেউলা চেতনক পাই।
লখাইৰ গায়ে পাছে বেউলা হস্ত দিয়া চাই॥
বুকে হাত দিয়া বেউলা হৈলেক তৰাস।
নাকে হাত দিয়া চাহে নাহিকে নিশ্বাস॥

কৰ্ণ হালি পৰি আছে বেহুলাই চায়ে।
দুই চক্ষু বিষৰ জালে মুখে লাল বয়ে॥
হিমৰ সমান বেউলা পাই সৰ্ব্ব গায়।
প্ৰভু প্ৰভু বুলি কান্দে মুখে নাহি ৰায়॥

আথে ব্যথে উঠিলেক বিছিনা উপৰে।
কাটা লাঞ্জ পৰি আছে শয্যাৰ উপৰে॥
প্ৰভু প্ৰভু বুলি বেউলা কান্দে উচ্চ বোলে।
কালি নাগে ডাকি বোলে মেৰৰ উপৰে॥

কালি বোলে শুনা বেউলা আমাৰ বচন।
চান্দো পদ্মাৰ বাদে ভৈল এনয় পতন ॥
বিধবা ব্ৰাহ্মণী ৰূপে কৈলা প্ৰতুচাৰ।
স্বামী কোলে কৰি বেউলা লাগে কান্দিবাৰ ॥

সুকবি নাৰায়ণ দেৱৰ সৰস পাঞ্চালী।
বেহুলাৰ ক্ৰন্দন বুলি এক যে লেচাৰী ॥

---

দিহা—বেউলা কান্দে অভাগী দুখিনী বেহুলা কান্দে।
প্ৰভু প্ৰভু বুলি বেউলা কান্দে।

তুমি গৈলা যমপুৰে উত্তৰ নেদিলা মোৰে,
প্ৰাণ গৈল শ্বশুৰৰ বাদে।

সেবিলোঁ পাৰ্ব্বতী হৰ তোমাক স্বামী পাইলোঁ বৰ,
আনন্দে বঞ্চিলোঁ দিবাৰাতি ॥

আগে সিদ্ধি ভৈলা কাম পাছে বিধি ভৈলা বাম,
কপটে ভাঙ্গিলা পদ্মাৱতী ॥

পৰম কৌতুক কৰি আমাৰ আঞ্চলে ধৰি,
এতিক্ষণে মাগি আছা ৰতি।

হাততে হৰাল নিধি হৰিলা দাৰুণ বিধি,
মৰিবোঁ গলত দিয়া ছুৰি ॥

পাপিষ্ঠ কৰ্ম্মৰ ফলে তোমাক কালনাগে খালে,
সৰ্ব্বনাশ কৰিলা বিষহৰি।

টিকৰ স্বামী গৈলা এৰি আপুনি জীয়তে ৰাৰী,
অপযশ ৰৈলে জগত জুৰি ॥

যদি বেউলা হওঁ সতী সাহেসে জীয়াবো পতি,
মনে মোৰ ৰহি আছে সাৰ।

হসৱাবো যিৰহৰি আনিবো পুনৰ স্বামী,
যেন সজ ঘুষিবো সংসাৰ ॥

তুলিয়া লইলা কোলে ধলি পৰে বিষৰ জ্বালে,
মুখৰ লালে ভিজিল কাপৰ।
শিলতো অধিক ভৰ মুখে বহি পৰে জল,
বিষে হৈছে বজ্ৰৰ আকাৰ॥
বেউলা বোলে পহৰিয়া মজুট ভৈলেক চুয়া,
জনা শাশু শ্বশুৰৰ ঠাই।
নাৰায়ণ দেৱে কয় স্থকবি বল্লভে হয়,
কালি নাগে খাইলেক লখাই॥

---

দিহা—প্ৰাণ মই হৰুৱাইলোঁৰে, ওৰে গুণৰনিধ।

প্ৰভু প্ৰভু বুলি বেউলা কান্দে শোকাকুণে।
বেউলা ক্ৰন্দনে কান্দে যত সখীগণে॥
হাঁ প্ৰভু আমাক এড়ি তুমি গৈলা কোথা।
কোন দোষে ভৈলা মোৰ দশমী অৱস্থা॥

মদন মোহন প্ৰভু তোমাসাৰ জ্যোতি।
অকালত ৰাঁৰী ভৈলোঁ বেউলা ৰূপৱতী॥
অমৃত সমান প্ৰভু তব মুখৰ বাণী।
পূৰ্ণৰূপে মই নুশুনিলোঁ অভাগিনী॥

আমাৰ হাতে অন্ন প্ৰভু খাইতে কৈলা মন।
বৰ যত্ন কৈলা প্ৰভু কৰিতে ৰন্ধন॥
আগোছ ফলাহাৰ প্ৰভু কৰাইলোঁ তোমাৰ।
সেহি সে দাৰুণ দুঃখ ৰহিল আমাৰ॥

সি কাৰণে মল্লা প্ৰভু নিদিলা উত্তৰ।
মুখে মুখে চক্ষু চক্ষু এক এক কৰি॥
বিষাদ ভাবিয়া কান্দে সাহেৰ কুমাৰী।
স্থকবি নাৰায়ণ দেৱৰ সৰস পাঞ্চালী॥
পয়াৰ প্ৰবন্ধ বুলি এক যে লেচাৰী॥

---

দিহা—হৰি, নাৰে ভালা কান্দে অভাগী বেউলা ॥

উঠা উঠা মোৰ প্ৰভু বালা লখিন্দাৰ।
লোহাৰ ঘৰে প্ৰাণ গৈলা নিৰ্বন্ধ তোমাৰ ॥
শচী ৰতি দম্ভা অতি ৰম্ভা যে ৰোহিণী।
তোমাৰ আমাৰ ৰূপ দেখে পদ্মামণি ॥

চৰাচৰ চন্দ্ৰদেৱ দেৱঋষি গণে।
তোমাৰ আমাৰ ৰূপে জিনে ত্ৰিভুৱনে ॥
হেনয় দৈৱৰ দোষে অকাল মৃত্যু তোমাৰ।
ৰাহু আচ্ছাদিলা যেন পূৰ্ণ শশধৰে ॥

বিষাদ ভাবিয়া কান্দে স্বামী লৈয়া কোলে।
তোমাৰ মৰণে প্ৰভু নিৰ্জীবো সমুলে ॥
স্বামী ব্ৰহ্মা স্বামী বিষ্ণু স্বামী মহেশ্বৰ।
স্বামী বিনাই নাৰীৰ গতি নাহি আৰ ॥

স্বামী ধৰ্ম্ম স্বামী কৰ্ম্ম স্বামী গুৰুজন।
প্ৰাণৰ বান্ধৱ প্ৰভু স্বামী বৰ ধন ॥
স্বামী সঙ্গে যিবা নাৰী অগ্নিত প্ৰৱেশে।
আঠ কোটি বৰ্ষ সিতো থাকে স্বৰ্গবাসে ॥

হেন কৰ্ম্ম কৰিবাক মোৰ লৱে মতি।
অনলে পুৰিয়া মৰো স্বামীৰ সঙ্গতি ॥
বেহুলাৰ ক্ৰন্দনে বৃক্ষৰ পত্ৰ সৰে।
পাথৰ গলিয়া যাই মেদিনী বিদাৰে ॥

গেৰু ধাৰে পৰে দুই নয়নৰ পানী।
কেচা বৃক্ষ সব ভাঙ্গে বেউলাৰ ৰাও শুনি ॥
বিষাদ ভাবিয়া কান্দে সাহেৰ কুমাৰী।
অন্তঃপুৰে থাকি শুনে সনেকা সুন্দৰী ॥

সুকবি নাৰায়ণ দেৱৰ সৰস পাঞ্চালী।
বেউলা কান্দন বুলি কৰিলে লেচাৰী ॥

# চন্দ্ৰচূড় আদিত্য।

( ১৫৮৯ শক )

## উৎকণখণ্ড।

তবে হৰষিত হৈয়া তখনে ৰাজন।
আনিলেক ব্ৰহ্মদাৰু আপোন ভবন॥
বিষ্ণু তীৰ্থ নিকটেত দেৱ অধিস্থিত।
ৰূপ মণ্ডপে দাৰু কৈইল স্থাপিত॥
পৰম আনন্দে ৰাজা কৰিল তখন।
কৰিলেক প্ৰবেশ সঙ্গীত নাচন॥
তবে ইন্দ্ৰদ্যুম্ন ৰাজা চিন্তে মনে মন।
কেন মতে হৈব এই প্ৰতিমা নিৰ্ম্মান॥
কেন ৰূপ অৱতাৰ কেমন বিধান।
কেবা এই প্ৰতিমাযে কৰিবে নিৰ্ম্মান॥
স্বৰূপে আমাৰ নাথ যদি সুপ্ৰসন্ন।
মূৰ্ত্তিকাৰ উপদেশ হইব সপন॥
সেই নাথ নিৰঞ্জন যাকে আজ্ঞা দিব।
সেইত মিলিয়া আমি প্ৰতিমা নিৰ্ম্মিব॥
এই মত নৰপতি কৰি অভিলাষ।
কুশ শয্যা কৰি ৰাজা ৰহে উপবাস॥
ভক্ত বৎসল নাথ দেৱ নিৰঞ্জন।
কৃপা কৰি নৃপতিকে দেখাইলা সপন॥
নকৰ চিন্তন ৰাজা থিৰ কৰা মতি।
মূৰ্ত্তিকাৰ উপদেশে শুনা নৰপতি॥
কালি তোৰ গোচৰে ৰজনী সুপ্ৰভাতে।
একজন আসি তোৰ মিলিব সাক্ষাতে॥

সেইত কৰিব তোৰ প্ৰতিমা নিৰ্ম্মান।
কালি তোৰ সভাতে যে কৰিব প্ৰস্থান ॥
স্বপ্নত কহিলা নাথ এই উপদেশ।
নিদ্ৰাহন্তে উঠি ৰাজা হৰিষ বিশেষ ॥
সানন্দ হইল ৰাজা দেখিয়া সপন।
স্বৰূপে প্ৰসন্ন ভৈলা নাথ নিৰঞ্জন ॥
ততক্ষণে হৈলা তেবে ৰজনী প্ৰভাত।
পূৰ্ব্ব আহ্নিক ক্ৰিয়া কৰিল নৰনাথ ॥
সভা আসি নৰপতি তখনে বসিল।
পাত্ৰ মন্ত্ৰিগণ যত আসিয়া মিলিল ॥
অনুক্ষণ নৰপতি কৰয় চিন্তন।
আসম্বিত উপস্থিত বৃদ্ধ ব্ৰাহ্মণ ॥
বৃদ্ধ ব্ৰাহ্মণ হৈয়া আইলা বিশ্বকৰ্ম্ম।
কপতে লগুৰ হাতে অঙ্গে শুস্ক চৰ্ম্ম ॥
যেই থানে সভাতে বসিছে মহাৰাজ।
সেই থানে বৃদ্ধ দ্বিজ গৈলা সভামাজ ॥
ব্ৰাহ্মণ দেখিয়া ৰাজা কৰিল প্ৰণতি।
আশিৰ্ব্বাদ কৰিয়া বসিলা মহামতি ॥
তবে ৰাজা বোলয় ব্ৰাহ্মণ মহাশয়।
কোন হেতু তুমি মোৰ আইলা নিলয় ॥
এই কথা দ্বিজবৰ কৰহ প্ৰকাশ।
ইহাক শুনিতে মোৰ বৰ অভিলাষ ॥
তবে দ্বিজবৰে বোলে শুনহ ৰাজন।
মূৰ্ত্তিকাৰ হেন আমাক জানিয়ো ব্ৰাহ্মণ ॥
তুমি যে প্ৰতিমা ৰাজা কৰিবা নিৰ্ম্মান।
হেন শুনি আইলো তোমাৰ বিদ্যমান ॥
এই দাৰু প্ৰতিমাক নিৰ্ম্মান কৰিবো।
তোমাৰ হন্তে ধন পাই আপোনা পুষিবো
এই যদি মহাশয় তোমাৰ মনে লয়।
অখনে এই কৰ্ম্ম কৰ মহাশয় ॥

এই ব্ৰহ্মদাৰু ৰাখ এক গৃহ মাজ।
দ্বাৰত কপট দেহ শুন মহাৰাজ॥
মনুষ্যৰ যেন নহে তথা গত যাত।
আমি মাত্ৰ একেশ্বৰে থাকিম তথাত॥
এক বিংশতি দিন অপেক্ষা দিয়ো মোৰে।
প্ৰতিমা নিৰ্ম্মামু তোৰ এই অভ্যন্তৰে॥
কেয়োজন সমে মোৰ নাহই সাক্ষাত।
তবেসে গঠন সিদ্ধি শুন নৰনাথ॥
এতেক কহিল যদি বৃদ্ধ দ্বিজবড়।
ইন্দ্ৰদ্যুম্ন নৰপতি হৰিষ অন্তৰ॥
স্বৰূপে সপনে নাথ আমাতে কহিলা।
অকস্মাতে দ্বিজবৰ আসিয়া মিলিলা॥
বুজিলো আমাৰ এই ভাগ্যেৰ উদয়।
অভিমত সিদ্ধি মোৰ হৈব সুনিশ্চয়॥
এতেক চিন্তিয়া ৰাজা সানন্দ বদন।
ব্ৰাহ্মণৰ অভিমত কৈল সম্পাদন॥
নিৰ্যান থানত দিব্য কৈল এক ঘৰ।
ৰাখিলেক ব্ৰহ্মদাৰু তাহাৰ ভিতৰ॥
সেইক্ষণে শুভলগ্ন কৰিয়া বিধান।
বাসি ভণ্ডি লৈয়া দ্বিজ গেল সেই থান॥
পৰম আনন্দে দ্বিজ গৃহে প্ৰবশিল।
গৃহ মধ্যে প্ৰবেশিয়া কপট মাৰিল॥
বিশ্বকৰ্ম্ম ৰূপে নাথ এক অৱতাৰ।
পূৰ্ব্বেৰ নিবন্ধ কথা জয়েৰ প্ৰকাৰ॥
পৰম কৌতুক দ্বিজ হৰিষ প্ৰচণ্ড।
ব্ৰহ্মদাৰু ছেদিয়া কৰিল চাৰিখণ্ড॥
পূৰ্ব্বেৰ নিবন্ধ যত আছয় স্মৰণ।
বলভদ্ৰ জগন্নাথ সুভদ্ৰা সুদৰ্শন॥
প্ৰথমে বলভদ্ৰ কৰয়ে নিৰ্ম্মান।
পৰম প্ৰচণ্ড প্ৰভু পুৰুষ প্ৰমাণ॥

সুন্দৰ মস্তক প্ৰভু বিসাল ললাট।
উন্নত নাসিকা গলে হৃদয়ে কপাট॥
আজানু প্ৰমান গলে দুই বাহু দণ্ড।
প্ৰকাশিত নাসিকাৰে দুই স্তন খণ্ড॥
ক্ষীণ কঙ্কাল নাথ অদ্ভুত সুন্দৰ।
প্ৰভুৰ উত্তম পৃষ্ঠ সুন্দৰ উদৰ॥
নিৰ্ম্মান কৰিলা প্ৰভুৰ কটিস্থল।
পশ্চাতে প্ৰকাশ কাখে চৰণ কমল॥
মুখ চক্ষু কৰ্ণ নহি কৰে প্ৰকাশিত।
ৰাখিল পশ্চাতে এক কৰিম নিৰ্ম্মিত॥
এই মতে বলভদ্ৰ কৰিয়া নিৰ্ম্মান।
জগন্নাথ সেইমতে কৰিল বিধান॥
সুভদ্ৰা দেবীক তবে নিৰ্ম্মান কৰিল।
সেই মত অভিপ্ৰায় হস্ত নাগঢ়িল॥
সুদৰ্শন চক্ৰ কৈল ডণ্ডেৰ আকাৰ।
শেষ অঙ্গ পশ্চাতে নিৰ্ম্মিব আৰবাৰ॥
চাৰি মূৰ্ত্তি বিশ্বকৰ্ম্ম কৈল কতুহলে।
চতুৰ্দশ দিন শেষ হৈল হেনকালে॥
প্ৰভুৰ কপট লীলা বুঝিবেক কোনে।
দৈবেৰ নিবন্ধ আছে বিধিৰ ঘটনে॥
চতুৰ্দশ দিন শেষ দেখি নৰপতি।
হৰ্ষে বিষাদে ৰাজা চিন্তে মহামতি॥
কেন অভিপ্ৰায় নাথ হৈলা নিৰঞ্জন।
দেখিবাৰে অধিক চঞ্চল হৈল মন॥
শক্তি হীন দেখি এই বৃদ্ধ ব্ৰাহ্মণ।
জানে বা নাজানে এই কৰিতে গঠন॥
কোন ৰূপ গঢ়ি আছে নাজানি নিশ্চয়।
উপদেশ দিলে তবে ভাল মন্দ হয়॥
সেইতো নাথেৰ ৰূপ বেদে নাহি জানে।
নাজানোহো কোন মূৰ্ত্তি কৰিল ব্ৰাহ্মণে॥

কোন কৰ্ম্ম নাহি পাছে গঢ়ন সাঙ্গ হৈলে।
মন্দ ভাল হয়ে হেন অখনে দেখিলে ॥
ব্ৰাহ্মণে নাজানে যদি প্ৰতিমা গঢ়ন।
তবেত অসক্য হৈল প্ৰমাদ ঘটন ॥
যেহউক সেহউক পাছে দেখিতে জুৱাই।
কেন অৱতাৰ স্বামী কেন অভিপ্ৰাই ॥
এতসব নৰপতি মনেত চিন্তিল।
ত্বৰিত গমন কৰি মন্দিৰে চলিল॥
দ্বাৰ চোড় কপাট বোলয় নৰপতি।
হেন শুনি বিশ্বকৰ্ম্মা গেল শীঘ্ৰগতি ॥
বিশ্বকৰ্ম্ম গৈলা চলি কেয়ো নাহি আছে।
উত্তৰ নপাই ৰাজা দ্বাৰ মেলে পাছে ॥
কপাট মেলিয়া দেখে নাহিকে ব্ৰাহ্মণ।
তথা বিচাৰিয়া মূৰ্ত্তি কৈলা দৰশন ॥
অংশপূৰ্ণ অৱতাৰ দেখি নৰপতি।
মহা মৰ্ম্মে মূৰ্চ্ছিত হৈয়া পৰে শীঘ্ৰগতি ॥
অচেতন হৈল তনু স্বাশ মাত্ৰ আছে।
মহাশোকে নৰপতি চেতন পায়া আছে ॥
প্ৰভুৰ চৰণে পৰি হৈইয়া বিকল।
কি হৈলা প্ৰমাদ বুলি লোটে ভূমিতল ॥
ময়ি পাপীষ্ঠে কেনে হেন কৰ্ম্ম কৈল।
সময় লঙ্ঘিয়া কেনে হেন কৰ্ম্ম কৈল ॥
বুজিলোহো বৃদ্ধ দ্বিজ মনুষ্য নহয়।
বিশ্বকৰ্ম্ম আসিছিল হৈয়া পৰিচয় ॥
সময়ত ৰাখিলা দিবস এক বিংশে।
অসময়ে দেখিলো দিবস চতুৰ্দ্দশে ॥
কেন হৈল অৱধি বিধিয়ে মোক দিলা।
হাতে নিধি দিয়া নাথ আপুনি হৰিনিলা ॥
দুৰ্ভাগ্য পাইল মোক আজুকাৰ ৰাতি।
কপটে বান্ধিলা নাথ দেখিয়া দুৰ্ম্মতি ॥

কিবা পাপ কৈলো মযি জন্ম জন্মান্তৰে।
সি কাৰণে গুণনিধি বঞ্চিলা আমাৰে ॥
উপদেশ কহিলা জটিল ৰূপ ধৰি।
সে কাৰণে দৰশনে গেল নীলগিৰি ॥
মোৰ দৰশনে নাথ তাতে গুপ্ত হৈলা।
কপট পূৰ্ব্বকে নাথ সৈবাৰ ভাণ্ডিলা ॥
ব্ৰহ্মাৰ সভাতে গেল দৌল নিৰ্ম্মিয়া।
ৰাজ্য গেল মঠনা দেখিলো যে আসিয়া ॥
বহু যত্নে পাছে তবে এই ৰাজ্য পাইলো।
পুনৰপি নীলাচলে দৌলক স্থাপিলো ॥
প্ৰজাপতি উপদেশে পাইলো তোমাৰে।
স্বপ্নেত কৰিলা উপদেশ মূৰ্ত্তিকাৰে ॥
আপুনে কিসক নাথ হেন মূৰ্ত্তি হৈলা।
কোন অপৰাধে নাথ এবাৰ বঞ্চিলা ॥
সদয় হৃদয় নাথ তুমি নিৰঞ্জন।
এই বেদ প্ৰমাণ হেন কৰিলো শ্ৰৱন ॥
কুবুদ্ধি দিয়া নাথ বঞ্চিলা আমাৰে।
মৰিম এখনে বধ তোমাৰ উপৰে ॥
ৰাজাৰ বিলাপ দেখি প্ৰভু নাৰায়ণ।
ভকত বৎসল নাথ তুষিলা ৰাজন ॥
এই মতে বিলাপ কৰিতে নৃপমণি।
আস্বাম্বিতে আকাশেত হৈল হেন ধ্বনি ॥
কিসেৰ বিলাপ ৰাজা কৰস অক্ষেমা।
এইৰূপ অৱতাৰ আমাৰ মহিমা ॥
এই মোৰ এক মূৰ্ত্তি হেন কৰি জান।
বিশেষ শুনিবা ৰাজা প্ৰজাপতিৰ স্থান ॥
নাজানা নৃপতি তুমি ইহাৰ কাৰণ।
আজি মোৰ এই মূৰ্ত্তি পূৰ্ব্ব নিবন্ধন ॥
কৃষ্ণ অৱতাৰ পূৰ্ব্বে যখনে হুইল।
জৰাসন্ধে সহিতে অনেক যুদ্ধ কৈল ॥

তাহাৰ পুৰ প্ৰাচিৰ উচ্চ আছিল।
এই অৱতাৰে আমি প্ৰাচিৰ লঙ্ঘিল॥
দুই হস্ত মুঠি কৰি লঙ্ঘিলো প্ৰাচিৰ।
সেইটো কাৰণে মোৰ এমত শৰীৰ॥
বিষাদ ছাড়িয়া ৰাজা শান্ত কৰা মন।
অভিমত সিদ্ধি তোৰ হৈব সম্পাদন॥
পূৰ্ব্বেৰ কথন মই কহিলো তোমাতে।
বিশেষে শুনিবা কথা প্ৰজাপতি হস্তে॥
এইৰূপে আকাশ বাণী শুনি নৰপতি।
নাথেৰ চৰণে পৰি কৰিল প্ৰণতি॥
হৰষিত হৈল ৰাজা শুনিয়া বচন।
নিজ দেহ অঙ্গীকাৰ কৈলা নিবন্ধন॥
অনন্ত ৰূপি নাথেৰ অপাৰ মহিমা।
জানিয়াসে বিশ্বকৰ্ম্মা নিৰ্ম্মিলা প্ৰতিমা॥

---

# বিষ্ণু ভাৰতী।

## ধ্রুব চৰিত্র।

মৈত্রেয় বদতি শুনা কুৰুপতি
যেন ভৈলা আত পৰে।
যক্ষক নির্ভয় দিলা মহাশয়
হেন দেখি ধনেশ্বৰে॥
অতি অদভুত ধ্রুবৰ মহত্ত্ব
শুনিয়া পৰম ৰঙ্গে।
পুষ্পকত চড়ি তৈকে গৈলা লৰি
সিদ্ধ মুনিগণ সঙ্গে॥
দিব্য নৰ জানে পুষ্পক বিমানে
সূর্য্যতো অধিক জ্বলে।
যত দেৱ ভোগ তাতে উপভোগ
মনে খোজে মানে মিলে॥
নানা ৰত্নময় জলন্তে আছয়
চাহন্তে চক্ষু নভাযে।
মনোজয় গতি দিনতো নিশাতো
সমান জ্যোতি প্রকাশে॥
সিতো বিমানত গুণ আছে যত
বর্ণাইবোহো কতকাল।
তাতে থাকি ৰঙ্গে মুনিগণ সঙ্গে
চলি গৈলা দিগপাল॥
সিদ্ধ বিদ্যাধৰ চাৰণ কিন্নৰ
চতুর্ভিতি স্তুতি কৰে।
অখণ্ড মণ্ডল প্রকাশে ধৱল
ছত্রেক ধৰি উপৰে॥

অতি আড়ম্বৰে অনেক কিন্নৰে
বেঢ়ি যাই আগে পাছে।
নানা ৰত্নময় ধ্বজ চিহ্ন চয়
প্ৰকাশ কৰন্তে আছে॥
তিনি ত্ৰৈলোক্যৰ ধনৰ ঈশ্বৰ
উত্তৰৰ দিগপাল।
ধ্রুবক দেখিতে উত্ৰাৱল চিত্তে
আসি পাইলা ততকাল॥
ধ্রুবৰ দিপিতি দেখি ধনপতি
পৰম বিস্ময় ভৈলা।
কৃতাঞ্জলি কৰি ধ্রুবক সাদৰি
কুবেৰে বুলিবে লৈলা॥
যদি ধনেশ্বৰ সমস্ততো বৰ
দেৱতাৰো অধিকাৰী।
তথাপি ধ্রুবক বিষ্ণু ভকতক
সম্ভুখিলা মান্য কৰি॥
হেৰা মহাৰাজ দেখি তব কায
তুষ্ট ভৈলো ময় বৰ।
মনু বাক্য শুনি যি হেতু আপুনি
এৰিলাহা ধনু শৰ॥
পূৰ্ব্বে মাধৱৰ চৰণ পদ্মৰ
তুমি পায়া আছা ত্ৰাণ।
সম্প্ৰতি সাক্ষাত মনুৰ মুখত
লভি আছা মহাজ্ঞান॥
আমিয়ো তোমাক বোলোঁ প্ৰিয় বাক
শুনিয়োক সাৱধানে।
মাৰন্তা মৰন্তা কেহো কাক নোহে
জানিবা তুমি আপোনে॥

তোমাৰ ভাতৃক যক্ষে নামাৰয়
যক্ষকো নামাৰা তুমি ।
কালৰূপে হৰি সবাকো সংহৰি
তাকো ভালে জানো আমি ॥
সমস্ত ভৱত থাকি অজ্ঞানত
সংসাৰত বন্ধ হুই ।
যিতো আত্মা হৰি তাঙ্ক পৰিহৰি
দেহাক আত্মা বোলয় ॥
তুমি পুনু ৰাজা আপুনি জানাহা
নাৰদৰ উপদেশে ।
সমস্তৰে জীৱ আত্মা সদাশিৱ
ভজিবা হৰি আবাসে ॥
যত চৰাচৰ হৰিসে সবাৰ
বন্ধৰ মোক্ষৰ হেতু ।
তান্তে ভকতি কৰি সংসাৰ সাগৰে
বান্ধিয়োক দৃঢ় সেতু ॥
মায়াৰ আসয় আপুনি গুছয়
ভকতি প্ৰৱেশ ভৈলে ।
লভি মহা জ্ঞান সংসাৰৰ ত্ৰাণ
হৈবা ৰাজা অবিকলে ॥

---

অনন্তৰে ধনেশ্বৰে নৃপতিক দয়া তৰে
বুলিলন্ত কৰিয়া সাদৰ ।
তোমাৰ মনৰ যত পূৰ্ণ হৌক অভিমত
দেও যত লাগে লৱা বৰ ॥
কিন্তু তুমি নৃপবৰ হৰি পদ পঙ্কজৰ
সেৱাতেসে ৰতি আছো শুনি ।
পাছে সিতো নৃপবৰ বাক্য শুনি কুবেৰৰ
বুলিতে লাগিলা মনে গুণি ॥

হে ৰাজ ৰাজেশ্বৰ যদি মোক দিবা বৰ
শুনা তেবে গোচৰ আমাৰ।
কৃষ্ণৰ চৰণ ধ্যান মুঞ্জোক সৰ্ব্বক্ষণ
সুখে যেন তৰোহোঁ সংসাৰ॥
ৰাজাৰ মনৰ কৰ্ম্ম শুনি পাছে দিগ ৰাজা
হৌক বুলি দিলা সমিধান।
চাহি আছে নৰপতি বিমানে সহিতে তৈতে
তত কালে ভৈলা অন্তৰ্দ্ধান॥
অনন্তৰে ধ্রুৱে আসি নিজ নগৰত পশি
কৰিলন্ত যজ্ঞ বহুতৰ।
দেৱ দ্বিজ পিতৃগণ সবাৰো সন্তোষি মন
দিলা ৰাজা দক্ষিণা বিস্তৰ॥
দ্ৰব্য দেশ কাল কৰ্ম্ম দেৱ যজমান ধৰ্ম্ম
সমস্তৰে আত্মা নাৰায়ণ।
একচিত্তে ভক্তি কৰি দেৱৰো দেৱতা হৰি
আৰাধিয়া তাহান চৰণ॥
যত জীৱ চৰাচৰ হৰি আত্মা সমস্তৰ
জানি কাকো হিংসা নকৰন্ত।
উত্তম অধম প্ৰাণি প্ৰাকৃত লোকক জানি
যথোচিত ভাবে প্ৰবৰ্ত্তন্ত॥

---

প্ৰজাকে পুত্ৰকে সমানে পালন্ত
নকৰন্ত কোপ তাপ।
দুখী ভিখি দেখি পোষন্ত পালন্ত
যেন নিজ মাৱ বাপ॥
শিতলত জল প্ৰতাপে অনল
গম্ভীৰে যেন সাগৰ।
দানে কল্পতৰু জ্ঞানে শুক্ৰগুৰু
পৰাক্ৰমে পুৰন্দৰ॥

যত সদগুণ সবাতে নিপুণ
দেৱ দ্বিজে অনুগত।
ৰাজনীতি ধৰ্ম্ম সদাচাৰ কৰ্ম্ম
ক্ষেণেকো নোহয় পাত ॥

যত ধৰ্ম্মশালি সমস্তকে পালি
আপুনি থাকন্ত ৰাজা।
কোনো উপতাপ নাহিকে ৰাজ্যত
মহা সুখে থাকে প্ৰজা ॥

সপ্তম দ্বীপৰ যত নাৰী নৰ
মনে সাধে ইষ্ট বৰ।
ধ্ৰুবেসে আমাৰ হৌক মহাৰাজা
যাৱে চন্দ্ৰ দিবাকৰ ॥

ছত্ৰিশ হাজাৰ বৎসৰ নৃপতি
অকণ্টকে ৰাজ্য কৰি।
যাগ যজ্ঞ জপে দানে ব্ৰতে তপে
আৰাধিলা দেৱ হৰি ॥

পূৰ্ব্ব জনমৰ সুকৃতি বিস্তৰ
ৰাজ্য ভোগে ক্ষয় নিলা।
তপ ব্ৰত ধৰি কায় ক্লেশ কৰি
দুস্কৃত যত ভুঞ্জিলা ॥

পাপ পুণ্য দুয়ো দুখতে সুখতে
ভোগ কৰি নিলা ক্ষয়।
পৰম বৈৰাগ্য লভি মহাভাগ
এড়িলা মনে বিষয় ॥

সাৱধান মনে থাকি নিজাসনে
জিনিয়া ইন্দ্ৰিয়বৰ্গ।
হৈয়া স্বতন্তৰ অনেক বৎসৰ
ভুঞ্জিলন্ত ৰাজ্য স্বৰ্গ ॥

হৰিত ভকতি	লভি বিৰকতি
সবাতে ভৈল বৈৰাগ্য।
পুত্ৰ দ্ৰব্য ধন	দেহক আপোন
নোবোলন্ত মহাভাগ ॥
মায়ায়ে মোহিত	স্বপ্নে বিপৰীত
সকলো আগত প্ৰায়।
যত দেখি শুনি	যত মনে গুণি
বিচাৰে কিছু নহয় ॥
মহিষী সকল	সেনা মহাবল
গজ বাজি ৰথ চয়।
ৰত্ন গৃহ দ্বাৰ	বিপুল ভাণ্ডাৰ
ৰাজ্যলক্ষ্মী সমুদায় ॥
নানা উপবন	ক্ৰিড়াৰ উদ্যান
প্ৰকাশয় দিনে ৰাতি।
জলধি সাগৰ	সীমা ভৈলা যাৰ
ৰাজ্য সপ্ত দ্বীপাৱতী ॥
সুৱত সুন্দৰ	শৰীৰ সম্পদ
সবাকো দেখিলা মিছা ॥
কেৱল কৃষ্ণৰ	চৰণ পদ্মৰ
সেৱাতেসে মাত্ৰ ইচ্ছা।
শুনা সভাসদ	আমাৰ সম্পদ
কেনে গণনাত লেখি।
ধ্ৰুৱৰ সম্পতি	তাতে বিৰকতি
দেখিয়ো নেদেখি ॥
মিছা সুখ ভোগ	সংযোগ বিয়োগ
দেখন্তো কেনে নজানা।
কিনো বুদ্ধি হত	সম্যকে মোহিত
তাকে সত্য বুলি মানা ॥

আগতে সাক্ষাৎ পুত্ৰ হই জাত
পিতৃৰ মৰণ জানে।
আমিয়ো মৰিবো পুত্ৰ উপজিবো
কিমতে তাক নগণে॥
পৰম দুৰ্ল্লভ ইতো নৰতনু
বৃথা কাৰ্য্যে হয় নাশ।
মায়াৰ ৰচন পুত্ৰ দ্বাৰা ধন
তাহাতে দৃঢ় বিশ্বাস॥
চাৰা সবে ধন্দ সংসাৰতে বন্ধ
কৃষ্ণতে কৰা ভকতি।
মিছা ধন জন সম্যকে সোপন
তাৰ দূৰ কৰা মতি॥
বিষ্ণু বৈষ্ণৱৰ চৰণ কিঙ্কৰ
বোলন্ত বিষ্ণু ভাৰতী।
ৰাম ৰাম বুলি নাচা বাহু তুলি
পাপ যাউক অধোগতি॥



# ৰাম চৰণ ঠাকুৰ।

## শঙ্কৰ চৰিত।

আত অনন্তৰে দেৱ শঙ্কৰৰ,
উনৈশ বৎসৰ ভৈলা।
গৃহত বসিয়া আছন্ত শঙ্কৰ;
বুঢ়া খাওঁ তৈকে গৈলা॥
জয়ন্ত মাধৱ কৰিয়া উৎসৱ,
আলোচি গৈলা সিঠাই।
কৰ্ণ পুৰ চতুৰ ভুজ সমন্বিতে,
লৰি গৈলা দুয়ো ভাই॥
আন ভূঞাগণ সুহৃদ সজ্জন,
আইলা শঙ্কৰৰ পাশ।
শ্ৰীমন্ত শঙ্কৰে সবাহাঙ্কো তেবে,
কৰিলা পাছে আশ্বাস॥
বোলন্ত পেশাই আইলা কিকলাই,
কহিয়ো তাৰ কাৰণ।
আমাৰ থানক কিকাৰ্য্যে আসিলা,
শুনো সিতো প্ৰয়োজন॥
বুঢ়া খাঁ বোলন্ত কহিবোঁ তোমাত,
আমাথেৰ প্ৰয়োজন।
ভূঞা বন্ধু যত আসিল সমস্ত,
আছয় কাৰ্য্য গহণ॥
বিদ্যাতো পাৰ্গত শাস্ত্ৰ আছে যত,
সবাহাঙ্কে আছা পঢ়ি।
সমস্ত লোকৰ হৰিষ বিস্তৰ,
বৈকুণ্ঠ দিয়োক গঢ়ি॥

নটুৱা শিখাইবা ভাৱনা দেখাইবা,
হৰিষ আমাৰ মন।
বৈকুণ্ঠ নগৰ ভাল মতে বাপু,
দেখায়ো আবে এখন॥
সাত বৈকুণ্ঠৰ সাত গোটা নাথ,
পাৰিষদগণ মানে।
চাহিবাক প্ৰতি সবাহানে মতি,
দেখায়ো তাক যতনে॥
তোমাক স্মৰিবোঁ সংসাৰ তৰিবোঁ,
জানিলোঁ নিষ্টে ইবাৰ।
আমাৰ উপৰি যত ধৰ্ম্ম আছে,
কৰিবা তাক নিস্তাৰ॥
কোটি কোটি কল্পে উপৰি পুৰুষে,
যাক কর্ণে শুনা নাই।
তোমাৰ প্ৰসাদে আতি অপ্ৰমাদে,
দৃষ্টি ভৰি থাকোঁ চাই॥
তোমাৰ চৰণ কৰিয়া বন্দন,
নৰকক নদঢ়াওঁ।
কৰিয়ো কৰুণা বোলো নিষ্টেজানা,
যিমতে দেখিবে পাওঁ॥
শঙ্কৰে বোলন্ত শুনিয়ো পেশাই,
আছা আযো তিনিজন।
নৰোত্তম কর্ণ পুৰ চতুৰ্ভুজ,
তিনিয়ো আতি গহণ॥
তোমাসাৰ বাক্যে সন্ন্যাসীত শিকি,
দেখাইবো বৈকুণ্ঠপুৰ।
চিহ্ন নাম যাত্ৰা কৰিবোঁ বিদিত,
হৰিষ পায়া প্ৰচুৰ॥

এহি বুলি পাছে যেবে সবে আছে,
শঙ্কৰে গুণিলা মনে।
কপিলি মুখত কুমাৰ আছয়,
শুন্দু এক সৰ্ব্বজনে ॥
খোল গঢ়িবাক বোলঁা আৰে তাক,
চানেকি পথায়া দিয়া।
তেতিক্ষণে কাঠ এক দাল আনি,
সাজিলা আনন্দ হুয়া ॥
বলোৰাম আতৈ আনিয়া তেখনে,
খোলৰ জোখাক দিল।
ত্ৰয়োদশাঙ্গুল বেঁৱা ভাস যানা,
ডাইনা নবাঙ্গুল কৈল ॥
সকালে গঢ়িয়া শীঘ্ৰে পাগ দিয়া,
দিয়োক খোল পঠাই।
সণ্টিৰ ঘৰক যায়োক কেতাই,
গৰু পল আনা চাই ॥
সুখী ভূঞা লোক কৰা দায়া মোক,
সভাখান দিয়ো সাজি।
দ্বীপ দ্বীপান্তৰে লোক নিৰন্তৰে,
জান দিতে পাঞা আজি ॥
শুনি ভূঞাঁগণে পাছে তেতিক্ষণে,
দূতগণ পাঞ্চি দিল।
শঙ্কৰৰ আজ্ঞা শিৰত ধৰিয়া,
সমস্ত দেশে কহিলা ॥
মহা মহোৎসৱ দেখিয়া উৎসৱ,
চিন্ন যাত্ৰা বিতোপন।
সাতো বৈকুণ্ঠক ভূমিত দেখাইবে,
কুসুম ভূঞাঁ নন্দন ॥

শুনি সবে নৰে আতি ৰঙ্গ কৰে,
হৰিষৰ পাৰ নাই।
বৈকুণ্ঠ নগৰ দেখাইবো শঙ্কৰ,
আনন্দে থাকিবোঁ চাই ॥
ইসব কথাক থৈলোঁ এহি মানে,
শুনিয়োক কথা আৰ।
বৈকুণ্ঠ নগৰ পটতে লেখিয়া,
অঙ্ক কৰিলন্ত তাৰ ॥
ধেমালিৰ ঘোষা প্ৰথমে লিখিল,
দুটিয় শ্লোক ৰচিল।
সূত্ৰ ভটিমাক গীতক কৰিয়া,
চিন সবে বিভাগিল ॥
যাৰ যেন থান যি মত লক্ষণ,
কল্পতৰু উপবন।
সৰোবৰ চয় অধিকে শোভয়,
অনন্ত শয্যা শো'ভন ॥
লক্ষ্মী সৰস্বতী চৌধ পাৰিষদ,
গীততে সবাকো দিলা।
সাত বৈকুণ্ঠৰ সাত গোটা নাথ,
সবাক তাতে নিৰ্ম্মিলা ॥
গীত নাট সূত্ৰ সমস্তে কৰিয়া,
যেবে সাঙ্গ কৰিলন্ত।
ভূঞা সবে সভা ঘৰ সাজি যেবে,
শঙ্কৰত জনাইলন্ত ॥
কেতাইক ৰামক বায়ন শিখাইলা,
আৰো পালি সাত জন।
নটুৱা পাঙ্কুটি সমস্বিতে আতি,
কৰিলা যাত্ৰা শোভন ॥

শুনা সভাসদ হুয়া নিশবদ,
গুৰুৰ চৰিত্ৰ কথা।
তাহান চৰণে পশিয়ো শৰণে,
জন্মক নকৰা বৃথা ॥

ঘোৰ পৰলোক তৈতে কেন হোক,
দেখিয়ো নেদেখা অন্ধ।
গুৰুৰ সেৱাক তেজিয়া আনক,
বিষয় সুখ প্ৰবন্ধ ॥

ভাৰ্য্যাত পুত্ৰত কৰিয়া বিশ্বাস,
গুৰুত নকৰোঁ ৰতি।
কিনো মহাৰণ্ড পৰম পাষণ্ড,
যাইবে সিতো অধোগতি ॥

হে গুৰুদেৱ পাৱে কৰোঁ সেৱ,
পৰম পাতকী আমি।
জানি মহেশ্বৰ মোক কৃপা কৰ,
তুমি মোৰ নিজ স্বামী ॥

ভৃত্য হেন মানি দেৱ চক্ৰপাণি,
চৰণত দিয়ো ঠাই।
তুমি বিনে মোৰ পৰম বান্ধৱ,
ই তিনি লোকত নাই ॥

জানি যদুপতি তুমি বিনে গতি,
নাই কোনো সাৰে সাৰ।
গুৰু শিষ্য ৰূপে দুয়োজন আসি,
জানো ভৈলোঁ অৱতাৰ ॥

সভাসদ জন এৰি আন মন,
গাওঁ তান গুণ নাম ॥
মূঢ় মতি ৰাম চৰণে কহয়
ডাকি বোলা ৰাম ৰাম ॥

আত অনন্তৰে শুনা সভাসদ লোক ।
শঙ্কৰ দেৱৰ মহিমাক শুনিয়োক ॥
মনে মনে গুণিলন্ত দেৱতা শঙ্কৰ ।
ঈশ্বৰ বুলিয়া জানিবেক সবে নৰ ॥

এক মায়া কৰোঁ যেন নজানয় আনে ।
সন্যাসীৰ ৰূপ ধৰি আইলা সেহিক্ষণে ॥
দীৰ্ঘতৰ পুৰুষ সুন্দৰ তান কাই ।
শৰীৰৰ কান্তি আতি চাহান নযাই ॥

ভস্মে বিভূষিত অঙ্গ অধিকে সুহাই ।
অন্ন আদি ভোজন কিঞ্চিত তান নাই ॥
শঙ্কৰে বোলন্ত বিদ্যা শিখাও আমাক ।
যেন মতে পাৰোঁ মই পট লেখিবাক ॥

সন্যাসী বোলন্ত আত কিছু শঙ্কা নাই ।
শিখাইবোঁহোঁ লেখিবাক কহিলোঁ বুজাই ॥
হিঙ্গুল হৰিতাল তেতিক্ষণে আনিলন্ত ।
যত্ন কৰি পটে বৈকুণ্ঠক লেখিলন্ত ॥

সন্যাসীক আগে থৈ লিখন্ত শঙ্কৰ ।
বিস্ময়ে আছন্ত চাই সবে ভক্ত নৰ ॥
ৰামৰাম গুৰু বুঢ়া খাওঁ বলোৰাম ।
চাহিয়া আছন্ত সবে এৰি আন কাম ॥

এহি মতে সাত বৈকুণ্ঠক লেখি যেবে ।
পাৰিষদ গণক লেখিলা তৈতে তেবে ॥
সাতো বৈকুণ্ঠৰো সাতো লিখিলা ঈশ্বৰ ।
থানে থানে লিখিলন্ত দীঘি সৰোবৰ ॥

যৈত যিবা লাগে সমস্তকে তুলি দিল ।
এক তিল মানে বৈকুণ্ঠৰ নলৰিল ॥
কল্পতৰু দিবাক যেহেন নজানন্ত ।
অবাক স্বৰূপে ছুয়োজন ৰহিলন্ত ॥

কৈত দিবে লাগয় তাহাক নজানয়।
সেহি সময়তে বুঢ়ী চন্দৰী গৈলয়॥
চতালত ধান মেলি বুঢ়ী দিয়া আছে।
হাতে সম্মাৰ্জ্জনী লৈয়া তৈকে গৈলা পাছে॥

দেখা ডেকা গিৰি কল্পতৰু দিয়া নাই।
হাতত বাঢ়নি লৈয়া বুলিলেক তাই॥
ঐত লাগি ডেকা গিৰি সিতো বৃক্ষবৰ।
অল্প হাস্য কৰি তেবে মাতিলা শঙ্কৰ॥

আসিলি এথাক আই বৰ কৈলি কাম।
তই হেন উপকাৰী আউৰ কৈত পাম॥
বুঢ়ীৰ বচনে কল্পতৰু বৃক্ষ দিলা।
ৰাম ৰাম গুৰু আদি বিস্ময় মানিলা॥

সবে বোলে বুঢ়ী ইতো কথা পাইলি কৈত।
বৈকুণ্ঠৰ লোক ইতো ছদ্মে আছে ঐত॥
এহি মতে পটে যেবে নাট লেখিলন্ত।
নটুৱা আসিয়া তেবে সাঙ্গ কৰিলন্ত॥

যাৰ যিবা বাহন তাহাক সাজিলন্ত।
মুখবন্ধ কৰি তাৰ ঠোঠ নিৰ্ম্মিলন্ত॥
সভাৰ মাজক এক থান কৈলা যেবে।
ভূঞাঁ সবো তথাত মিলিলা যাই তেবে॥

দিলন্ত শঙ্কৰো মালা কীৰ্ত্তন গাইলন্ত।
নৰোত্তম গুৰু দেবী পূজিবে গৈলন্ত॥
শঙ্কৰে বোলন্ত দেবী পূজা যোগ্য নয়।
ভাৱনা কৰিলে কৃষ্ণ পূজিবে লাগয়॥

ৰামৰাম গুৰুক শঙ্কৰে আদেশিলা।
মূল মন্ত্ৰ উচ্চৰিয়া কৃষ্ণক পূজিলা॥
দেখি সমস্তৰে আনন্দৰ পাৰ নাই।
কৰিলা কীৰ্ত্তিন খোল চয়ক বজাই॥

এহি মতে গধূলি সময় যেবে ভৈল।
নানান দেশৰ পৰা চাহিবাক গৈল॥
বিপক্ষ ব্ৰাহ্মণগণ যত আছিলন্ত।
যাত্ৰা দেখিবাক লাগি সমস্ত গৈলন্ত॥

বোলে শুনে সূত্ৰে বৰ কৰে মহতালি।
শঙ্কৰ দেৱক দুষ্ট বিপ্ৰে পাৰে গালি॥
আজি শঙ্কৰৰ সবে ভাঙ্গা আততাই।
কেন মতে বৈকুণ্ঠক দিৱয় দেখাই॥

এহি মতে বিপ্ৰগণে আলোচিয়া গৈল।
বাহ্ৰ ভূঞাঁগণ তৈতে এক থান ভৈল॥
ভাৱনাৰ চোৰ যত সভা ঘৰে নিল।
আৰ বস্ত্ৰ দিয়া তাক তৈতে ঢাকি থৈল॥

চাৰি গোটা আৰিয়াক যত্ন কৰি থৈল।
নৱ গোটা মহতা একত্ৰ কৰি লৈল॥
গৰুতৰ মুখা সব জয়ক দিলন্ত।
কেতাই খাৱে খোল দোহাৰত ধৰিলন্ত॥

বলোৰাম হৰিধন মথুৰা সমে তিনি।
বুঢ়া শ্ৰীৰাম গুৰু উঠিলা আপুনি॥
কম্বলধৰা লক্ষণ ভোবোৰা দামোদৰ।
তাল ধৰি গীত গাৱে লগে শঙ্কৰৰ॥

উদাৰ সহিতে বৰ গোবিন্দো উঠিল।
প্ৰথমতে শঙ্কৰে ৰাগক তুলি দিল॥
লক্ষণৰ বৰ ভাই নামত বলাই।
তিৰ্মিৰি ৰাগক দিল সবে আছে চাই॥

বায়ু মণ্ডলীৰ ৰাগ দিলন্ত শঙ্কৰ।
পাটিসোন্দা বৃক্ষ এক আছে ভয়ঙ্কৰ॥
যেতিক্ষণে শঙ্কৰে ৰাগক তুলি দিল।
দুই চৰ দিতে পাত সমস্তে সৰিল॥

বহয়ে শোধক বায়ু অসঙ্খ অপাৰ।
আৰু দুই ফাকি ৰাগে পাট ভৈল তাৰ ॥
এহি মতে ৰাগ যেবে সাঙ্গ কৰিলন্ত।
পট মেলি বৈকুণ্ঠক আগতে থৈলন্ত ॥

সাত ঈশ্বৰৰ সাত প্ৰবেশ লাগয়।
পাঞ্চ নটুৱাক চাই আছন্ত নিশ্চয় ॥
আৰ দুইজন জানা ঈশ্বৰৰ লাগি।
ৰাম ৰাম গুৰুক মাতি আনিলন্ত আগি ॥

এক বৈকুণ্ঠৰ নাথ তাঙ্কে কৰিলন্ত।
আৰৱ বৈকুণ্ঠপতি আপুনি ভৈলন্ত ॥
শঙ্কৰে বোলন্ত বাহু লাগে চাৰিখান।
শুনা কেতাই গৰুড়ৰ মুখা এথা আন ॥

ধেমালিৰ আতাইল প্ৰবেশৰ বেলা হয়।
ৰঘু সনাতনে আড়িয়াক ধৰিছয় ॥
নটা ধেমালি চটা ধেমালিক বাইলা।
বৰ ধেমালিক বাই লোকক তুষিলা ॥

বৰ ধেমালিত পাঞ্চ গোটা বাইলা খোল।
বাসুকী মাগুলী বাদ্য বাইবাক লাগিলা ॥
পাছে ধৰিলন্ত দেৱ ধেমালিক গই।
আগে পাছে নৱ গোটা খোল গুৰু লই ॥

আঠ ভুজ বেকত কৰিলা তেতিক্ষণ।
লগায়া দিলন্ত মতা পৰম শোভন ॥
দিন সম ভৈল সিতো মতাৰ প্ৰকাশ।
বিপ্ৰ সকলৰ গৰ্ব্ব কৰিলন্ত নাশ ॥

ৰামৰাম গুৰু সৰ্ব্বজয়ে দেখিলন্ত।
অষ্টভুজ ভৈল বুলি কেহো নজানন্ত ॥
দেখিয়া সবাৰে আতি হৰষিত মন।
ধন্য ডেকা গিড়ি বুলি ঘোষে সৰ্ব্বজন ॥

শিৱৰ নটুৱা যেবে লক্ষণ ভৈলন্ত।
দোহাৰত যদুৱে হৰিষে নাচিলন্ত॥
সতানন্দ বলোৰাম চৰণে নাচন্ত।
নিত্যানন্দ গায়নে গীতক লগাইলন্ত॥

প্ৰথমৰ প্ৰবেশ দিবাৰ বেলি ভৈলা।
মহতা লগায়া দিন সম কৰি থৈলা॥
কুহিলা যোৰায়া তাক কেঙ্কোৰা কৰিল।
কানিৰ আড়িয়া বাটী অগ্নি গঢ় দিল॥

বিচিত্ৰ পামৰি বস্ত্ৰে আড় কৰি ধৰি।
প্ৰথমে প্ৰবেশ দিলা শঙ্কৰ শ্ৰীহৰি॥
ৰামৰাম গুৰুই পাছে সূত্ৰ চিয়াইলন্ত।
আঙ্গি ভঙ্গি কৰি শ্ৰীশঙ্কৰে নাচন্ত॥

নটুৱা গণক এড়ি সবে তাঙ্ক চাই।
নাচে কাচে শঙ্কৰৰ সম কেহো নাই॥
সৰ্ব্বজয় আতৈ মুখা পিন্ধিয়া গৈলন্ত।
লম্ফ দিয়া শঙ্কৰে উপৰে উথিলন্ত॥

সাক্ষাতে গৰুড় যেন দেখিতে সুহাই।
শঙ্কৰ বসিলা পট বৈকুণ্ঠত যাই॥
অনন্তৰ শয্যাত তিনি বসিয়া আছন্ত।
পাৰিষদগণ তৈতে উপাসা কৰন্ত॥

ব্ৰহ্মাৰ মুখাক সৰ্ব্বজয়ে পিন্ধিলন্ত।
ৰামৰাম গুৰুৰ প্ৰবেশ যে ভৈলন্ত॥
আপুনি শঙ্কৰে সূত্ৰ বুলিয়া চিয়াই।
বস্ত্ৰ আৰ দিয়া আৰো মহতা লগাই॥

দিলন্ত প্ৰবেশ ৰামৰাম যে গোঁসাই।
অঙ্গি ভঙ্গি কৰি নাচে চৰণ চলাই॥
হৰৰ মুখাক পিন্ধি বঙ্গে ধজা গৈল।
আৰৰ বৈকুণ্ঠে নিয়া তাঙ্ক থাপি থৈল॥

তেহো অনন্তৰ শয্যা মধ্যে বসি আছে।
আৰৰ প্ৰবেশ যেবে ভৈল আসি পাছে ॥
লক্ষণ হুইছে এক বৈকুণ্ঠৰ পতি।
প্ৰবেশক লাগি আইলা কৰি লীলা গতি ॥

আৰৰ মহতা লগাই বস্ত্ৰ ধৰিলন্ত।
লক্ষণেও নাচি পাছে প্ৰবেশ দিলন্ত ॥
সূত্ৰধৰ শঙ্কৰেও বচনে চিয়াই।
আৰো বৈকুণ্ঠত বসিবাক দিলা যাই ॥

গায়ন সকলে গীত আনন্দতে গাই।
সমজ্যায়ে যেন বৈকুণ্ঠক আছে পাই ॥
নজানিল সভাসদে কিবা ৰাত্ৰি দিন।
দেখি বৈকুণ্ঠক যেন পাপ ভৈল ক্ষীণ ॥

নাৰীজনে নিচিনয় কোন জন স্বামী।
সবে হন্তে যেহেন ভৈলন্ত মোক্ষগামী ॥
বালকে নিচিনে কোন জন মোৰ বাপ।
সমস্তৰে শৰীৰৰ অন্তৰিল পাপ ॥

স্বামীয়ো নিচিনে এই মোৰ ভাৰ্য্যা বুলি।
শঙ্কৰৰ মায়ায়ে সবাকো থৈল ভুলি ॥
বৰগঁয়া গিড়ি কেতাই খাৰে খোল বান্ত।
আনো সভাসদ লোক ৰঙ্গে বেঢ়ি চান্ত ॥

---

## কৃষ্ণানন্দ দ্বিজ।

### পূর্ণ ভাগৱত।

নাহি জল নাহি স্থল নাহিকে আকাশ।
নাহি দিন ৰাত্রি বায়ু অগ্নিৰ প্ৰকাশ ॥
চন্দ্র সূর্য্য নাছিলা নাছিলা দিশ পাশ।
তাতে আসি মহাপ্রভু ভৈলন্ত প্ৰকাশ ॥

শূন্যে শূন্যে আছিলা শূন্যতে অনুপাম।
কিবা শূন্য আছিলা নাহিকে তান নাম ॥
শূন্যৰ মলয় বায়ু ঘূৰিবাক লৈলা।
অনেক থানক হেম গুণ্ডিক আনিলা ॥

এক পিণ্ড হুয়া সিতো ভ্ৰমিতে লাগিলা।
ভ্ৰমিতে ভ্ৰমিতে তাতে কত কাল গৈলা ॥
কত কাল গৈলা তাৰ নিৰ্ণয় নভৈলা।
স্মৃতিক লভিয়া পাছে ৰূপক ধৰিলা ॥

যেন অংশে অগ্নি লাগি ভিতৰে জ্বলয়।
বাহিৰত দেখি মাত্র ধূম্র অতিশয় ॥
তৃণ পাইলে সিতো অগ্নি ফেৰি বাজ হয়।
জ্বলিয়া লাগিয়া পাছে ব্ৰহ্মাণ্ড দহয় ॥

সেহি মতে ধূম্ৰ পাছে বহিবাক লৈলা।
মলয়াৰ বাওঁ লাগি ফেৰি বাজ ভৈলা ॥
আকৃতি নাহিকে তান দিব্য এক মূল।
তেহে ব্ৰহ্মা ভৈল জগতৰ আদি মূল ॥

মূল হন্তে এক গোট শবদ উঠিল।
শব্দ গোট শূন্যক যে ব্যাপিয়া ৰহিল॥
তেতিক্ষণে শূন্য তেতিক্ষণে হোৱে মূল।
এতেকেসে শূন্য ব্ৰহ্মা জগতৰ মূল॥

শব্দ হৈতে এক নাম ভৈল উৎপন্ন।
চাৰি যুগ তেতিক্ষণে ভৈল উৎপন্ন॥
সেই নাম হন্তে মায়া বিস্তৰ জন্মিলা।
আপোনাৰ ৰূপে গুণে চাৰি যুগ ভৈলা॥

প্ৰথমতে ভৈল যুগ কৃষ্ণ অন্ধকাৰ।
অনিল স্বৰূপে পূৰ্ণে ভৈলা অৱতাৰ॥
তাত পাছে যুগ আসি ভৈলা শূন্যাকাৰ।
নিগ অৱতাৰ পূৰ্ণ চন্দ্ৰেৰ আকাৰ॥

তাত পাছে আকাৰ যুগ আসি ভৈলা।
পুষ্প অৱতাৰো পূৰ্ণে তথাত ধৰিলা॥
নৈৰাকাৰ বিন্দু যুগ ধৰিলন্ত পাছে।
জন নাম ধৰি তাতে পূৰ্ণে যেৱে আছে॥

এহি চাৰি যুগ ৰাজা আছয় নিৰ্ণয়।
চাৰিয়ো যুগত পূৰ্ণে কৰিছে বিষয়॥
নিৰ্ণয়ত চাৰি যুগ যদি লিন গৈল।
ততকাল মানে পূৰ্ণে শূন্যতে ঘূৰিল॥

চেতন লভিয়া চাৰি যুগ দিন গৈল।
প্ৰভুৰ জন্মৰ কথা তত্ৰমান ভৈল॥
কত কাল মানে হেম গুণ্ডিকা আনিলা।
কত কাল মানে পাছে ভ্ৰমণ কৰিলা॥

মূল হৈয়া কত দিনে শবদ উঠিলা।
মলয়া গুণ্ডিক ভ্ৰমি শব্দ যেবে ভৈলা॥
যুগ পাতি চাৰিৰ যে নিৰ্ণয় কৰিলা॥

শব্দ ব্ৰহ্ম আপুনি আকাৰ নৈৰাকাৰ।
পূৰ্ণৰূপে ভৈলা বাজ্ঞ আদি যে ঈশ্বৰ ॥
বাজ হৈয়া আদি দেৱে চক্ষু মেলি চাইলা।
বসিবাৰ ঠাই কৈত বিচাৰি নপাইলা ॥

মনে মনে গুণি পাছে মায়ায়ে মজিল।
যোগবলে ধ্যান কৰি শূন্যতে বসিল ॥
যোগবলে লক্ষ্মী যেন উপৰে উৰাই।
এহি মতে পূৰ্ণ যেবে শূন্যতে ঘূৰই ॥

যেন ধ্যানে যোগী থাকি চেতন লভয়।
সেহি মতে যোগ ধৰি চিন্তন্ত সদায় ॥
মায়া বলে নিৰ্ম্মিলা সমস্ত তত্বগণ।
তাতে প্ৰবেশিলা অন্তৰ্য্যামী নাৰায়ণ ॥

পঞ্চ তত্ব পাতিলন্ত খেলা।
শুনিয়া ভুবন খান শূন্যতে থাপিলা ॥
তিনি গুণে তিনি জোৰি তলত আৰিলা।
শব্দ বিন্দু পঙ্কজক উপৰে স্থাপিলা ॥

তাহাৰ উপৰে ৰক্ত জলক বসাইলা।
তাহাৰ উপৰে শুক্ল পদ্মক থাপিলা ॥
পদ্মৰ উপৰে পাছে মেগুকী বসাইলা।
তাহাৰ উপৰে পাছে কচ্ছপ স্থাপিলা ॥

তাহাৰ উপৰে সৰ্প ৰূপক বসাইলা।
তাহাৰ উপৰে পূৰ্ণ অনন্ত যে ভৈলা ॥
তাহাৰ অনন্ত ফেণা জ্যোতিস্কাৰ ভৈলা।
তাৰ আঠ ফেণা আঠ দিকে বহি গৈলা ॥

তাহাৰ উপৰে পাছে দিশক থাপিলা।
তাহাৰ উপৰে যেবে পৰ্ব্বত থাপিলা ॥
এহি মতে পূৰ্ণ ব্ৰহ্ম ছাম্ন হুয়া ৰৈলা ॥

পঞ্চ তত্ত্ব নিৰঞ্জনে কৰিলা সৃজন।
ৰূপ ৰস শব্দ বিন্দু পৰশ কাৰণ॥

---

মথন ভৈলেসে বিন্দু অমৃত উথয়।
বিন্দু সমে ৰক্তৰাশি একত্রে মিলয়॥
তেজ সঞে ৰূপ বাঢ়ে জানিবা নিশ্চয়।
দুগ্ধ জলে ৰস আক জানিবা নিশ্চয়॥

চাৰিৰ মাঝত শব্দ সঘনে উথয়।
আকে পঞ্চতত্ত্ব বুলি ছেদিলোঁ সংশয়॥
পঞ্চতত্ত্ব আকে বোলে পূৰ্ণ সঙ্গে ভৈলা।
জল স্থল ৰূপে প্রভু শূন্যতে থাকিলা॥

আপুনাৰ মুখে পাছে শব্দ উচ্ছাৰিলা।
ওঙ্কাৰ চঙ্কাৰ টঙ্কাৰ নাম বাজ ভৈলা॥
স্রজন পালন সংহাৰণ যেবে ভৈলা।
এহি মতে তিনি নাম গুণত ৰহিলা॥

সত্ব গুণে নিজ নাম ভকতে বাজ কৈলা।
শবদ স্বৰূপে প্রভু গায় গায় দিলা॥
ঘৰে ঘৰে ব্রহ্ম নাম প্রচাৰ কৰিবোঁ।
কোটিৰ মাঝত গোটেক বুজিয়া লইবোঁ॥

পঞ্চতত্ত্ব এক হুয়া পদ্মে ৰহি আছে।
পঞ্চতত্ত্ব এক হুয়া মেগুৰ্কা ৰহি আছে॥
পঞ্চতত্ত্ব এক হুয়া কচ্ছপ ৰহিয়াছে।
পঞ্চতত্ত্ব এক হুয়া সৰ্প ৰহিলন্ত পাছে॥

পঞ্চতত্ত্ব এক হুয়া দিগজ ৰহি আছে।
পঞ্চতত্ত্ব এক হুয়া পৰ্ব্বত ৰহিছে॥
এহি বাৰ জন ভক্ত সচঙ্গতে আছে।
তিনি জনে সঙ্গ কৰিলন্ত পাছে॥

তিনি জৰি তিনি নাম সঙ্গ হুয়া আছে।
পঞ্চ ৰক্ত পদ্মে সঙ্গ কৰিলন্ত পাছে॥
কাশ্যপ মেণ্ডকী সর্পে সঙ্গ কৰিলন্ত।
অনন্তে দিগজে পর্ব্বতে সঙ্গযে ভৈলন্ত॥

সত্বগুণে ভক্ত ৰজোগুণে পাৰিষদ।
তমোগুণে যোগী আক শুনিয়া আনন্দ॥
পঙ্কজে নিগুর্ণ ৰক্তে একান্তিক হয়।
পঙ্কজে কেৱলা জানিবা নিশ্চয়॥

কচ্ছপে পাৰিষদ মেণ্ডকী ভকত।
পর্ব্বতে কোকিৰা তৰা জানিবা সমস্ত॥
বাৰ জন বৈষ্ণৱ আৰ জানিবা নিশ্চয়।
তিনিৰ স্বৰূপে সাৰ কীর্ত্তন কৰয়॥

---

ধুপ দীপ পুষ্প গন্ধ চন্দন সম্ভাৰ।
আপুনাতে থাকি সবে কৰে জোতিস্কাৰ॥
হৃদি মধ্যে জীৱ ৰাখি চিন্তিবাক লৈয়া।
তালু মূলে গুৰু নিয়া আসনে বৈসায়া॥

নামে নামে ধৰি অষ্ট শত জপ কৰে।
কীর্ত্তনক স্মৰি থাকে কণ্ঠৰ ভিতৰে॥
পৰমাত্মা গুৰু জীবাত্মা শিষ্য বুলি জানে।
সেবাৰূপ স্মৰি চলি যাই নিজ স্থানে॥

নিজ নাম যেবে জীৱ হুয়া আছে।
এক নাম পৰমাত্মা সূর্য্য যে প্ৰকাশে॥
চন্দ্ৰ সূর্য্য দুই জন ভিতৰতে আছে।
আৰু দুই জন বাজে থাপিলন্ত পাছে॥

বাহিৰৰ চন্দ্ৰ সূর্য্য দিন ৰাত্ৰি প্ৰায়।
ভিতৰৰ চন্দ্ৰ সূর্য্য একত্ৰে স্থলয়॥
প্ৰলয় ভৈলেসে তাৰ হৈৱ দিন ৰাত্ৰি।
সবাকে পালিয়া যত্নে আছে যেন পিতৃ॥

জীব আত্মা গোট শিষ্য পৰমাত্মা গুৰু।
বায়ুৰূপে প্ৰবেশিলা যেন কল্পতৰু ॥
ওঁ বুলি উথে শব্দ পৰমাত্মা বাজ হই।
সোঽহং বুলি সুখাই গুৰু চক্ৰত ঘূৰাই ॥

সোঽহং হংসঃ দুই নামে গুৰু আসে যাই।
পৰমাৰ্থী জনে মাত্ৰ বিচাৰিয়া পাই ॥
ওঁ সোঽহং হংসঃ এহি তিনি জনে সঙ্গী জান।
তিনি নামে তিনি শক্তি পূৰ্ণ বুলি জান ॥

গুৰু শিষ্য একেকাৰ ভিন্নাভিন্ন নাই।
পৰিচয় পাইলে দুয়ো হবে এক ঠাই ॥

---

আকাশৰ শব্দ গুণ, বায়ুৰ স্পৰ্শ গুণ, অগ্নিৰ ৰূপ গুণ, জলৰ ৰস গুণ, (জলৰ মধুৰ শীতল গুণ) পৃথিবীৰ গন্ধ গুণ, এহি পঞ্চ ভূত। ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ, এহি পঞ্চ তত্ব। চক্ষু, কৰ্ণ, নাসা, বাক্য, চৰ্ম্ম্য, জিহ্বা, হস্ত, পদ, গুহ্য, লিঙ্গ, এই দশ ইন্দ্ৰিয়, ইহাৰ অধিকাৰী দেৱ; চক্ষুৰ আদিত্য, কৰ্ণৰ দিশ, নাসিকাৰ অশ্বিনী-কুমাৰ, বাক্যে হুতাশন, চৰ্ম্ম্যে বায়ু, জিহ্বায় বৰুণ, হস্তত ইন্দ্ৰ, পদে বিষ্ণু, গুহ্যত মিত্ৰ, লিঙ্গে প্ৰজাপতি। এহি দশ জন ইন্দ্ৰিয়ৰ অধিকাৰী দেৱ। একে মনৰ চাৰি ৰূপ, মন, বুদ্ধি, চিত, অহঙ্কাৰ। মনক নবানন্দ বোলে, বুদ্ধিক ভবানন্দ বোলে, চিতক নিৰঞ্জন, অহঙ্কাৰক চিত্ৰকেতু বোলে, ইহাৰ অধিকাৰী দেৱ, মনৰ চন্দ্ৰ, বুদ্ধিৰ ব্ৰহ্ম, চিতৰ বাসুদেৱ, অহঙ্কাৰৰ ৰুদ্ৰ, পঞ্চ মহাভূত। দশ ইন্দ্ৰিয় ও মন এহি প্ৰকৃতিৰ বিকাৰ জানিবা। পঞ্চ মহাভূত ও পঞ্চ তন্মাত্ৰা। দশ ইন্দ্ৰিয়। মন, বুদ্ধি, চিত, অহঙ্কাৰ, এহি চবিশ তত্ব বুজি লইবা।

ইহাৰ সঙ্গতি কহো শুনা—ৰূপে বিন্দু দুই সঙ্গী। স্পৰ্শ ও শব্দ ও ৰসে সঙ্গী। আকাশ ও বায়ু ও পৃথিবী এই তিনে সঙ্গী। অগ্নি ও গন্ধে সঙ্গী। চক্ষে চক্ষে দুয়ে সঙ্গী। কৰ্ণে কৰ্ণে দুহে সঙ্গী। হস্তে হস্তে দুহে সঙ্গী। পদে পদে দুহে সঙ্গী। গুহ্যে একা লিঙ্গে একা, এইৰূপে দেখ বাহিৰৰ সঙ্গী।

এবং ভিতৰৰ সঙ্গীৰ কথা শুনা—চক্ষে ও আদিত্যে সঙ্গী। কৰ্ণে ও দিশে, নাসিকা ও অশ্বিনীকুমাৰে সঙ্গী। বাক্যে ও হুতাশনে সঙ্গী। চৰ্ম্ম্যে ও বায়ুয়ে

সঙ্গী। জিহ্বায় ও বৰুণে সঙ্গী। হস্তে ও ইন্দ্ৰে, পদে ও বিষ্ণুয়ে, গুহে ও মিত্ৰে, লিঙ্গে ও প্ৰজাপতিয়ে, চিতে ও বাসুদেবে, মনে ও চন্দ্ৰে, বুদ্ধি ও ব্ৰহ্মায়, অহঙ্কাৰে ও রুদ্ৰে, প্ৰকৃতি ও মহাতত্ব এই মতে সঙ্গী হৈ আছে।

নিবিৰ সেৱাৰ দ্ৰব্যাদি শুনা—প্ৰকৃতি সানিদ্ৰ মহততে নিস্পৰ্ণ চক্ষুয়ে গাছা। আদিত্যে বাতি, কৰ্ণে আসন, দিশে ধুপ, অশ্বিনী কুমাৰে চন্দন, বাক্যে কৰণ্ডি, হুতাশনে পুষ্প, চৰ্য্যে কৰণ্ডি। বায়ুয়ে পাণ। জিহ্বায় কৰণ্ডি, বৰুণে চূণ, হস্তে কৰণ্ডি, ইন্দ্ৰে তাম্বুল, পদে অগ্নি, বিষ্ণুয়ে প্ৰসাদ, গুহে আসন, মৃথুয়ি কল, লিঙ্গে ঠগা, প্ৰজাপতিয়ে দেবে আদা গাজি ও লবণ, এহিমতে পঞ্চতত্ব একে পূৰ্ণে মিলিছে। দুই জনীয়া ও তিনি জনীয়া সঙ্গী কৰি আছে। চক্ষুয়ে গাছা, চৰণে চাতি, অচলা পুৰুষৰ ধূলায় শিহা, সন্তমণি ঈশ্বৰৰ কৃপায় তেল, আদিত্যে বাৰুণী বাড়ি। ব্যাপক ঈশ্বৰ যি নাম লবে, সেই অগ্নি, পূৰ্ণব্ৰহ্ম আদিত্য স্বৰূপে প্ৰদীপ হুয়া আছে। ইহাকে ছয় জনীয়া সঙ্গ বোলে। আসনে ও ধুপে ও অগ্নি তিনে, সঙ্গী।

আসনে চন্দনে দুয়ে সঙ্গী। কৰণ্ডি পুষ্পে দুয়ে সঙ্গী। কৰণ্ডি ও তাম্বুল পাণ ও চূণে সঙ্গী। এহি তিনি জনে যুথু একত্ৰে কৰে, এতেকে প্ৰাণ সঙ্গী বোলে, ঠগিয়ে প্ৰসাদে দুই সঙ্গী। আসনে কলে দুই সঙ্গী। ঠগি প্ৰসাদ ও আদা লৱণ, এই চাৰি সঙ্গী। ইত্যাদি পূৰ্ণ ব্ৰহ্মায় হৈছে।

পঞ্চ মহাভূতৰ আসন কহোঁ শুনা। ৰক্ত মাংসৰ মাঝে ৰস বহিছে। মাংস ভৰি নাৰীৰ মাঝে শব্দ বহিছে। ইৰা ও পিঙ্গলা—নাৰীৰ বিন্দু বহিছে। হেথ কমল নাৰীৰ মাঝে স্পৰ্শ বহিছে। এহি স্বৰূপে পূৰ্ণ ব্ৰহ্ম সৎসঙ্গতে আছে। আকাশ ৰহিছে নাভি পদ্মঁত। বায়ু ৰহিছে চন্দ্ৰমণ্ডলত। অগ্নি ৰহিছে কুণ্ডলী ধৰণী নাৰীৰ মাঝে। পৃথিবী ৰহিছে ক্ষুদ্ৰ ব্ৰহ্মাণ্ড হুই। এহি পঞ্চ আসন একে পূৰ্ণে ব্ৰহ্মে সূত্ৰক স্বৰূপে হুই আছে॥

---

# ভকতীয়া ফঁকৰা।

১। আগে উঠে গোৰে নামে কায়স্ত বোলই।
মাজত ভৰি দিলে ককাল ভাগই ॥

২। যোনি লিঙ্গ নাই তাৰ সত পুত্ৰ হই।
মাকেৰে সতিনী খাতি কুলক ৰাখই ॥

৩। কথা শুনুতে লাগে ভই।
ভকতক মাৰি ভকতে খাই।
এই কথা পাবলৈ নাই ॥

৪। মৰাই জীয়াই নহবা কথা।
আপুনি মৰিবা লোকৰো খাবা মাথা ॥

৫। মৰাই মৰাই হবা কথা বতৰা।
তেহে চিনিবা আপোন ভতৰা ॥

৬। গুৰুক মাৰিবা গৰুকো মাৰিবা অতিথিক নিদিবা ঠাই।
ভাল ভাল ভকতক টঙ্গনিয়াই মাৰিবা এতেকে হৰিক পাই ॥

৭। ভকতে কৰে লুটিয়ালুটি।
সংসাৰী মৰে চকু ফুটি ॥

৮। চোৰ ডকাইতৰ নেৰিবা সঙ্গ।
তেহে মনৰ মিলিব ৰঙ্গ ॥

৯। মোৰ আগত লচপচ কৰি নেদেখাবি হিয়া।
গাহে দেখিছা লেৰেলা মোক, কেতিয়াও নকৰাও বিয়া ॥

১০। পোকৰে খাই মুখে হাগে।
সেই দ্ৰব্য গোঁসাইত লাগে ॥

১১। জেওৰাই গিলিলে বাৰি, গোহালিয়ে গিলিলে গৰু।
গিদৰ নোমেৰে, গোসাই সেৱা কৰে সুবুজা যদি তুমি হে হবা সৰু ॥

১২। এনে দেখা শুনা নাই।
মাক নওপজোতে জিয়েকে লবা পাই ॥
ভকত ভিক্ষা দিওঁ লোৱা।
দহ সঙ্গীয়া ভেকোলা মৰি আছে তাৰ কথাকোৱা ॥

১৩। বৌ মাছে পোনাদিলে গছৰ আগত।
চিলনীয়ে কিবা খাই এন্দুৰা দিনত ॥

১৪। পানীৰ ওপৰে খেতি বামত ধৰে মাছ।
খৰাহিত ভাত সিজাই তাতে পাবা সচ ॥

১৫। ভৰি এৰি বিৰলিয়ে সভাত বহিছে।
চল পাই নিগনিয়ে গলত ধৰিছে ॥

১৬। ৰাইজও ৰজাৰ শৰণ।
ঘৈনীয়ে মাছ খাই বোন্দাৰ মৰণ ॥

১৭। বাপে পোৱে কটাকটি মায়ে সৈতে বিয়া।
মূৰত উঠি হাগা যদি তেহে বুজা দায়া ॥

১৮। দাঁত নাই শিল চোবাই দুই হাতে ধৰি।
গছৰ আগত হাল বাই ভৰাল বান্ধে কুৰি ॥

১৯। পাচি পাচি কৰি মাছ ধৰিছে ভেটাত।
ঘৰলৈ আহি ককাইৰে খাই শুদা ভাত ॥

২০। ধৰিবা জনম লাখুতি চলাই মাতিলে নেযাবা দেই।
খেতি বাতি নকৰাকৈ ঘৰতে বহি খাবলৈ পাই ॥

২১। হোল-গোজ বুঢ়াই দলিৰ ভাৰবৈ ফুৰে।
খাওন পিন্ধন আকে ভক্তি বুলি কই ॥

২২। ওভোটা গছৰ নিচিঙ্গা ফুল।
ওভোটা ধাৰৰ নেযাবা কোল।
মাছৰ আণ্ডাৰ ৰাখিবা জোল।
তাকে খাই পাবা হৰিৰ কোল ॥

২৩। উলুগুটি উলাফল বেঙ্গেনা চাৰি ফাল।
গৈছে সামডেকা আহিল কোন কাল ॥

২৪। অপোৰ্ডিমা মাছ ডিডিম চৰাই।
উপজি কোন গছ মৰে।
অক কোৱাচোন সাৰে।
তেতিয়া ডেও মানি সাৰে ॥
জালত পৰিল মাত্রে জাঠিৰে খুচিলে।
তথাপি নমৰে সিতো কেও হাক দিলে ॥

মকৰাজালত পাছে হস্তী আছে পৰি।
তাক দেখি পিপৰাই উঠাই হাতে ধৰি॥
ফেটী গোমৰ ৰাগ দেখি সবেও দৰাই।
ভেকোলাৰ পাৱত ধৰি সর্পেও কান্দই॥
হাল নাই গৰু নাই খেতি কৰে পানীত।
আঠোটা ভৰাল বান্ধি ভাত নাই পেটত॥
ডাঙ্গোন পালে আঠু লই।
বাপেৰ ভাল মাত পালে তাই চুলিত ধৰি যাই॥
গছৰ আগত খুটি মাৰি ভাত খাই যাই।
তাক দেখি কাউৰীয়ে দেশ এৰি যাই॥
ধান নাই মৰাণ মাৰে দহোটা গৰুৰে।
পোন্ধ মাৰি ধান বানে তেও লাজ পৰে॥
সভা পাতি বোন্দা বহে হই মহামানী।
নেখালে গুচয় ভোক জানিছে আপুনি॥
চোৰ ডকাইতৰ সঙ্গে কৰিবা বাস।
এতেকেসে দিনে ৰাতি কৰি থাকা হাস॥
স্বামী নাই যোনি নাই শত পুত্র হই।
মৰিলে শগুণে খাই আমাত নাই দাই॥
বুঢ়ীবেটী লৰা ফুকাই দহ পাচি মান।
পথাৰত শেলি চৰাই হাতে লই টোকান॥

---

# দামোদৰ দাস।

## মহাভাৰত ( দ্ৰোণ পৰ্ব্ব )

### দ্ৰোণ বধ।

সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
ধৰ্ম্মৰাজে শুনি হেন বচন কৃষ্ণৰ॥
অনন্তৰে মাথা তুলি বুলিলা বচন।
কৰিবো তোমাৰ আজ্ঞা কমল লোচন॥

সেহি সময়ত গুৰু দ্ৰোণ উপস্থিত।
পুত্ৰৰ কুশল পুছিলন্ত নৃপতিত॥
শুন বাপ ধৰ্ম্মৰাজ বচন আমাৰ।
শিশুকাল হন্তে জানো স্বভাব তোমাৰ॥

এতেকে নৃপতি মই আসিলো আপুনি
অশ্বত্থামা তনয়ৰ মন্দ বাৰ্ত্তা শুনি॥
ভীমৰ বাক্যত মোৰ নাহিকে প্ৰত্যয়॥
হেন জানি নৃপতিবৰ গুছায়ো সংশয়॥

চিৰঞ্জীৱ পুত্ৰ মোৰ দেৱতাৰ বৰে।
তাক কেন মতে বধিলন্ত বৃকোদৰে॥
এহি বুলি মৌনে ৰহিলন্ত দ্বিজবৰ।
নিঃশবদে থাকিল পাণ্ডৱ নিৰন্তৰ॥

হেন শুনি অসন্তোষে পাণ্ডুৰ নন্দন।
গুণি গান্থি কতোক্ষণে বুলিলা বচন॥
অধৰ্ম্মক ভয়ে বাক্য নাসয় মুখত।
তথাপি কহিলা অশ্বত্থামা হৈল হত॥

কিন্তু গজ বোলন্তে সমস্তে সেনাগণে।
দিলেক জোকাৰ বাসুদেৱৰ বচনে ॥
অব্যক্তে কুঞ্জৰ বুলিলন্ত নৃপবৰে।
সেহি পাপে চাৰি ঘোৰা তাহান ৰথৰে

তেতিক্ষণে আসি সবে পৰিল ভূমিত।
দেখিয়া সমস্ত লোক ভৈলেক বিস্মিত।
পূৰ্ব্বে পৃথিবীৰ চাৰি আঙ্গুল উপৰে।
ফুৰিছিল ৰথৰ ঘোটক নিৰন্তৰে ॥

অশ্বত্থামা হত গুৰু দ্ৰোণে শুনিলন্ত।
পুত্ৰ শোকে জীৱনৰ আশা এৰিলন্ত ॥
মহা দুঃখে মনত গুণন্ত দ্বিজবৰ।
অকাৰণে অপৰাধী হৈলো পাণ্ডৱৰ ॥

যাহাৰ নিমিত্তে হেন কৰিলো অকাৰ্য্য।
সিতো পুত্ৰ মৰি গৈল যমৰ সমাজ ॥
স্বধৰ্ম্মক এৰি পৰ ধৰ্ম্ম আচৰিলোঁ।
ব্ৰহ্ম অস্ত্ৰ প্ৰহাৰিয়া অন্যায় কৰিলোঁ ॥

ইহ পৰ লোকে সুখ গুচিল সকলে।
হৈলোহো নৰকী মই নিজ কৰ্ম্ম ফলে।
এহিমতে বিলাপন্তে আছিল ৰথত।
হেন দেখি ধৃষ্টদ্যুম্ন সেহি সময়ত ॥

খেদি গৈলা অতি ৰথী নৱ ধনু খান।
মেঘৰ সদৃশ ধ্বনি বজ্ৰ যেন বাণ ॥
আশাবিষ সম আৰু শৰ বাচি লৈলা।
দেখিয়া আচাৰ্য্য বৰ ভয়াতুৰ ভৈলা ॥

পূৰ্ব্ব দিনে ৰাতি ঘোৰ কৰিলা সমৰ।
পৰ দিনো হৈল আসি ত্ৰিতয় প্ৰহৰ ॥
আছিলেক দিব্য অস্ত্ৰ দেৱতাৰ যত।
নাহিকে টোণত শৰ হৈল সমাপত ॥

তনয়ৰ শোকানলে দহয় শৰীৰ।
বচন স্থমৰি সিদ্ধ দেৱতা ঋষিৰ ॥
ধনু শৰ এৰিবাক কৰিলন্ত মন।
সেহি বেলা ভীমে আসি বুলিলা বচন ॥

নকৰে সমৰ যুদ্ধে যিতো ক্ষত্রিবর্গ।
স্বধর্ম্ম এড়নে নপাৰয় সিতো স্বর্গ ॥
এতেকে কৰয় হিংসা আমি স্বধর্ম্মত।
তথাপি অহিংসা শ্রেষ্ঠ কহিছে শাস্ত্রত ॥

ভৰদ্বাজ ঋষি ৰাজ জগতে প্রখ্যাত।
তুমি মহা ব্রহ্মজ্ঞানী তান্তে হন্তে জাত ॥
চাৰি বেদ চৈধ্য শাস্ত্র সমস্তে পঢ়িলা।
শুদ্ধজনে চণ্ডালৰ কর্ম্ম আচৰিলা ॥

পুত্রৰ নিমিত্তে উপার্জ্জিবে ধন মান।
ধর্ম্মী অধর্ম্মীক জপাই সংহৰিলা বাণ ॥
সিতো পুত্র মৰি পৰি আছে ধৰণীত।
অন্যায় অর্জ্জিত কি কৰিব ধন বিত ॥

ভীমৰ বচন হেন শুনি গুৰু দ্রোণে।
এড়ি ধনু শৰ খসাই থৈল দুই টোণে ॥
পাছে কর্ণ কৃপ দুর্য্যোধন নৃপতিক।
বুলিলা বচন হেন শুনায়া তিনিক ॥

নকৰো সমৰ এৰিলোহো ধনুশৰ।
হেন জানি তোৰা সবে যুদ্ধে যত্ন কৰ ॥
কুশল মঙ্গল হৌক পঞ্চ পাণ্ডৱৰ।
লোকক নির্ভয় পাছে দিলা দ্বিজবৰ ॥

হৈলন্ত ব্যাকুল পুত্র শোকে আপোনাৰ।
অশ্বত্থামা অশ্বত্থামা বুলি বাৰম্বাৰ ॥
দিয়া দীর্ঘ ডাক ৰথ মধ্যে পৰি ৰৈলা।
কতোক্ষণ অন্তৰে যে সন্ধুক্ষণ ভৈলা ॥

মছি আখি মুখ দুঃখে নিশ্বাস তেজিয়া।
ৰহিলেক ৰথে পাছে চিত্তক দঢ়ায়া॥
এৰিলা পুত্ৰৰ শোকে থিৰ কৰি মন।
যোগ চিন্তিবাক প্ৰতি কৰিলা আসন॥

যেতিক্ষণে দ্ৰোণে যোগ চিন্তিবাক লৈলা।
দেখি ধৃষ্টদ্যুম্নে ধনুশৰ পেলাই থৈলা॥
ৰথৰ নামিয়া দিব্য খাণ্ডাখান ধৰি।
দ্ৰোণ বধ অৰ্থে খেদি গৈলা শীঘ্ৰ কৰি॥

দেখি কতো লোকে কৰিলেক হাঁহাঁকাৰ।
কতো কৰিলেক ধৃষ্টদ্যুম্নক ধিকাৰ॥
কুতুহলে কিল কিল পাঞ্চালে কৰিল।
সেনাপতিগণে কাটিবাক নিষেধিল॥

দেখি ধনঞ্জয়ে হাক দিলা বাৰম্বাৰ।
নকাটিবা নকাটিবা গুৰুক আমাৰ॥
ধৃষ্টদ্যুম্নে কাহাৰো নুশুনি হাক ডাক।
খাণ্ডা তুলি যাই দ্ৰোণ শিৰ কাটিবাক॥

ফুটিছে সহস্ৰ শৰে দ্ৰোণৰ শৰীৰ।
ঘাৱ মুখ হন্তে ধাৰে বহয় ৰুধিৰ॥
কৰ্ণমূলে পড়ি আছে সকুঞ্চিত কেশ।
দুৰ্ব্বাদল শ্যাম তনু দেখিতে সুবেশ॥

বয়সত চাৰিশত বৎসৰ দ্ৰোণৰ।
সমৰত ফুৰে যেন ষোড়শ বৎসৰ॥
দশো দিশ হন্তে চাহি আছে ৰাজাগণ।
বসিয়া আছন্ত ৰথে কৰি যোগাসন॥

ইন্দ্ৰিয় নিয়ামি ব্ৰহ্মে লগাইলেক চিত্ত।
চলি গৈল পঞ্চবাণ হৈগেল লম্বিত॥
প্ৰকাশি গগণ গৈল ব্ৰহ্মাৰ ভুৱন।
নেদেখিলা আনে দেখিলন্ত পাঞ্চজন॥

কৃষ্ণ ধনঞ্জয় অশ্বত্থামা যুধিষ্ঠিৰ।
দেখিলোহোঁ ময়ো ৰাজা প্ৰসাদে ঋষিৰ ॥
সেহি বেলা ধৃষ্টদ্যুম্ন পাঞ্চাল কুমাৰে।
কাটিলা দ্ৰোণৰ শিৰ খাণ্ডাৰ প্ৰহাৰে ॥

পাছে খাণ্ডা খান পাক ফুৰাই আকাশত।
কৰিলেক ঘোৰ সিংহ নাদ আনন্দত ॥
ৰথ হন্তে গুৰু দ্ৰোণ ভূমিত পৰিল।
হেন দেখি তযু সেনা সমস্তে ডৰিল ॥

ধৰ্ম্মক এৰিয়া সংহাৰিলা শত্ৰু ৰণে।
পৰম আনন্দ লভিলন্ত পাণ্ডুগণে ॥
অনন্তৰে আগ বাঢ়ি বীৰ বৃকোদৰে।
পাঞ্চালক আলিঙ্গন কৰিলা সাদৰে ॥

মুখ চাই পাছে হেন বুলিলা বচন।
পুনৰপি তোমাক কৰিবো আলিঙ্গন ॥
ক্ৰূৰকৰ্ম্মা কৰ্ণক দ্বৈৰথ সমৰত।
আমাৰ সোদৰে সংহাৰিবে সিকালত ॥

এহি বুলি আনন্দে ৰহিলা ভীম তথা।
শুনা নৃপবৰ আত পৰে পাছ কথা ॥
বাসৰৰ পৰাজয় পৰিল ভাস্কৰ।
মেৰুত পতনে যেন শুখাই সাগৰ ॥

সেহিমতে ভৈল গুৰু দ্ৰোণৰ মৰণ।
দেখি দুৰ্য্যোধন ভৈলা সজল নয়ন ॥
তোমাৰ পুত্ৰক আসি বেৰিল তুৰিত।
কাম্পয় শৰীৰ হুয়া ধূলায়ে আবৃত ॥

তেসম্বে সহিতে পাছে ৰাজা দুৰ্য্যোধন।
পলাই গৈল দশো দিশ কৰি নিৰিক্ষণ ॥
ক্ষুধায়ে তৃষায়ে ৰৌদ্ৰে শৰৰ প্ৰহাৰে।
ভৈল আশকত ধৈৰ্য্য গুচিল সবাৰে ॥

দেখি অশ্বত্থামা দুৰ্য্যোধনত পুছিলা।
পৰম অপ্ৰিয় কথা ৰাজা নকহিলা॥
দ্ৰোণীক দেখিয়া শোক শতগুণ ভৈলা।
বহয় লোতক দুঃখে অধোমুখে ৰৈলা॥

অনন্তৰে কৃপ গুৰু হুয়া যে লজ্জিত।
প্ৰপঞ্চি সমস্ত কথা কহিলা দ্ৰোণীত॥
যেন মতে দ্ৰোণে বীৰগণ সংহৰিলা।
যেন মতে ভীমে গজৰাজক বধিলা॥

যেন মতে বৃকোদৰে দ্ৰোণত কহিলা।
যেন মতে গুৰু যুধিষ্ঠিৰত পুছিলা॥
যেন মতে ধৰ্ম্ম নৃপবৰে কহিলন্ত।
যেন মতে গুৰু অস্ত্ৰ এৰি বসিলন্ত॥

যেন মতে ধৃষ্টদ্যুম্নে ধৰিয়া কেশত।
কাটিলা দ্ৰোণৰ শিৰ সবাৰে আগত॥
সিটো কথা সমস্তে দ্ৰোণীত কৃপে কৈলা।
শুনি অশ্বত্থামা শোকে ক্ৰোধ যুক্ত ভৈলা॥

পাছে নৃপতিৰ মুখ কৰি নিৰীক্ষণ।
নিশ্বাস তেজিয়া হেন বুলিলা বচন॥
শুনা দুৰ্য্যোধন ৰাজা বচন আমাৰ।
পৰম অধৰ্ম্মী ধৰ্ম্ম পুত্ৰ কুলাঙ্গাৰ॥

ৰাজ্যৰ নিমিত্তে মহা পাপ কৰিলেক।
মিছা বুলি আমাৰ পিতৃক বধাইলেক॥
পৰম ধাৰ্ম্মিক হেন দেখায় লোকত।
মুহিকে ধৰ্ম্মিক ধৰ্ম্ম ধ্বজি স্বৰূপত॥

যেন খণ্টাচাৰে ভাল মন্দ নিবিচাৰে।
ধনৰ লোভত গুৰু ব্ৰাহ্মণক মাৰে॥
সেহি মতে ইটো মন্দমতি যুধিষ্ঠিৰ।
অধৰ্ম্মে কাটিলা শিৰ আমাৰ পিতৃৰ॥

মন্ত্রে সমন্বিতে দেবঅস্ত্র সুৰঅস্ত্র।
শিষ্য হুয়া কুন্তী পুত্রে শিখিছে সমস্ত॥
তথাপিতো গুৰু বধ কৰিল পাপিষ্ঠ।
এতেকে তোমাত ৰাজা কহো নিষ্টে নিষ্ট॥

যুধিষ্ঠিৰ ৰাজাৰ যে শিৰৰ শোণিত।
শৰৰ প্রভাৱে ছেদি পেলাইবো মহীত॥
নাহিকে মোহোৰ দুঃখ পিতৃ মৰণত।
যিহেতু নিবাস ভৈল ব্রহ্ম ভুবনত॥

পাপিষ্ঠ পাঞ্চালে মোক অনাদৰ কৰি।
কাটিলা পিতৃৰ শিৰ কেশ কৰে ধৰি॥
ইহাতেসে অধিক দহয় হিয়া শোকে।
কিসক কৰিব পুত্র ইচ্ছা আন লোকে॥

এতেকে নৃপতি মই কৰো অঙ্গীকাৰ।
চলে বলে পাঞ্চালক কৰিবো সংহাৰ॥
সম্মুখ সমৰে যদি বধন নযায়।
অৱশ্যে মাৰিবো তেবে কৰিয়া অন্যায়॥

যন্তপি নোৱাৰো ধৃষ্টদ্যুম্নক বধিতে।
জপ তপ যজ্ঞ যত কৰিছোঁ সুকৃতে॥
সকলে বিফল তেবে হৈবেক আমাৰ।
বাহুবল অস্ত্রবল বিক্রম ধিকাৰ॥

আপোনাৰ বিক্রম নকহে শ্রেষ্ঠ যত।
তথাপিতো কহো মই তোমাৰ আগত॥
তেজস্বীৰ মধ্যে মই সূর্য্যৰ সমান।
পুৰাইব দশোদিশ হানি দিব্য বাণ॥

নিপাতিবো ৰণে আজি শত্রু সকলক।
প্রচণ্ড পবনে যেন উন্মত্ত বৃক্ষক।
একেশ্বৰে তিনিলোক পাৰে জিনিবাক।
হেন দিব্য অস্ত্র পিতৃ শিখাইছা আমাক॥

আছোক মনুষ্য দেৱগণো নজানয়।
পৰম অমোঘ অস্ত্ৰ আমাত আছয় ॥
পূৰ্ব্বে চিৰকাল পিতা তপ আচৰিল।
তুষ্ট হুয়া নাৰায়ণে বৰ প্ৰলোভিল ॥

শুনিয়া সন্তোষে কৰযোৰ কৰি হস্ত।
বোলন্ত দিয়োক মোক নাৰায়ণ অস্ত্ৰ ॥
হেন শুনি ভকত বৎসল ভগৱন্ত।
দিয়া দিব্য অস্ত্ৰ পাছে বাক্য বুলিলন্ত ॥

অস্ত্ৰবলে অবধ্যক পাৰি বধিবাক।
কিন্তু যাকে তাকে তুমি নামাৰিবা আক ॥
শত্ৰুগণ আসি যদি মাগয় শৰণ।
নবধিবা তাকো অস্ত্ৰে কৰিবা ৰক্ষণ ॥

অস্ত্ৰ শান্ত কৰিবাৰ এহিসে উপায়।
আন মতে নিবাৰন্তা ত্ৰিভুবনে নাই ॥
এহি বুলি অস্ত্ৰ দিয়া গৈলা নিজলোক।
সেই দিব্য অস্ত্ৰ পিতৃ শিখাইছন্ত মোক ॥

আজি নাৰায়ণ অস্ত্ৰ কৰিয়া প্ৰহাৰ।
কৈকেয় পাঞ্চাল মৎস্য কৰিবো সংহাৰ ॥
মিত্ৰ দ্ৰোহী গুৰু দ্ৰোহী পাণ্ডুগণ যত।
সবাকে বধিবো আজি ঘোৰ সমৰত ॥

শচীপতি ইন্দ্ৰে যেন দৈত্য দানবক।
ময়ো সেহি মতে আজি বধিবো শত্ৰুক ॥
যেন যেন বাঞ্ছা মই কৰিবো মনত।
সেই সেই মতে শৰ পৰিবে সৈন্যত ॥

এহি বুলি মৌনে ৰহিলন্ত দ্বিজবৰ।
শুনিয়া কৌতুক বৰ হৈল কৌৰবৰ ॥
অসংখ্যাত বাদ্য ভাণ্ড বোল উথলিল।
শুনি ধৰ্ম্মৰাজে সব্যসাচীক পুছিল ॥

দ্ৰোণ বধে কুৰুগণ লভিয়া বিষাদ ॥
পলাই গৈয়া পুনৰপি কৰে সিংহ নাদ ॥
আসে সমদলে সাজি পৃথিবী কম্পায় ।
তাসম্বাৰ হৈল কিবা বাসব সহায় ॥

দেখা কত গৃহে খেদি আসে কুৰুচয় ।
গুচায়ো অৰ্জ্জুন মোৰ মনৰ সংশয় ॥
অৰ্জ্জুনে বোলন্ত ধৰ্ম্মৰাজ মহাশয় ।
আসন্ত আমাক খেদি দ্ৰোণৰ তনয় ॥

যাৰ জন্ম কালে গুৰু আনন্দ মনত ।
দিলা দিব্য ধেনু ব্ৰাহ্মণক দশ শত ॥
উপজিয়া যিতো ঘোৰ হেসনি কৰিল ।
যাক শুনি স্বৰ্গ মৰ্ত্ত্য পাতাল কপিল ॥

সি কাৰণে হৈল তান অনুৰূপ নামা ।
জগত বিদিত প্ৰতিষ্ঠাত অশ্বত্থামা ॥
আচাৰ্য্যৰ বধে নিজ বীৰ্য্য দৰশাই ।
আসে অশ্বত্থামা ক্ৰোধে অন্তক পৰাই ॥

তান্ত গহে আসে আনো কুৰুবীৰ যত ।
বজাই বাদ্য ভাণ্ড সবে নিৰ্ভয় মনত ॥
হেন জানি যেন যোগ্য কৰিয়ো আপুনি
কৰিলা অধৰ্ম্ম অকাৰণে জানি শুনি ॥

পৰম পণ্ডিত সুবলিত ধৰ্ম্মৱন্ত ।
জানিয়া তোমাত আসি ধৰ্ম্মে পুছিলন্ত ॥
তুমি তাত মিছা কথা কহিলা সাক্ষাত ।
তোমাৰ কথাত গুৰু কৰিলা সঞ্চাত ॥

অস্ত্ৰ শস্ত্ৰ এৰি শোকে বসিলা ৰথত ।
সেহিবেলা ধৃষ্টদ্যুম্নে ধৰিয়া কেশত ॥
কাটিলেক শিৰ সুশুনিয়া মোৰ হাক ।
দহয় হৃদয় শোকে সুমৰন্তে তাক ॥

নাজানি তোমাক লোকে বোলে ধৰ্ম্মৰাজ।
ধৰ্ম্মক দেখায়া মাত্র আচৰা অকাৰ্য্য ॥
পিতৃ যেন পুত্রক কৰয় প্রতিপাল।
সেহি মতে আমাক আচাৰ্য্যে চিৰকাল ॥

দুঃখ সময়ত প্রতিপাল পুত্রৱত।
শিখায়াছে সবে দিব্য অস্ত্র আছে যত ॥
এবো সিটো উপকাৰ নোলোৱা মনত।
বধিলা অধৰ্ম্মে অল্প ৰাজ্যৰ লোভত ॥

বন্ধুবধ শোকে ক্রোধ কৰি বিপৰীত।
আসে অশ্বত্থামা খেদি সবাকে বধিত ॥
এবে তাঙ্ক নিবাৰণ কৰিয়া ৰণত।
ৰাখা পাঞ্চালক যদি আছয় শকত ॥

মই মুযুজিবো অশ্বত্থামাক সম্প্রতি।
তানে অস্ত্র ঘাৱে মৰো হৌক সদ্গতি ॥
ভাৰ্য্যা পুত্র মিত্র বন্ধু বান্ধব যতেক।
সবাতে অধিক মোত প্রেম আছিলেক ॥

হেনয় গুৰুক ৰাজ্য লোভে সংহৰিয়া।
অদ্যাপি জীৱন্তে আছে প্রাণ নেতেজিয়া ॥
ইতো পাপে নৰক ভুঞ্জিবো চিৰকাল।
এতেকে জীয়াত কৰি মৰণেসে ভাল ॥

এতেক বোলন্তে শোক অগ্নি গৈল জ্বলি।
অসন্তোষে অধোমুখে ৰৈল মহাবলী ॥
দেখি ৰাজাগণে কেৱে নেদিলা উত্তৰ।
মৌনে ৰহিলন্ত যুধিষ্ঠিৰ নৃপবৰ ॥

নুবুলিলা প্রিয় কিছু অপ্রিয় বচন।
পাছে ভীমে ক্রোধে তাঙ্ক কৰি নিৰীক্ষণ ॥
বোলন্ত অৰ্জ্জুন শুন বচন আমাৰ।
কিসক কৰহ নৃপতিক অহঙ্কাৰ ॥

যুধিষ্ঠিৰ নৃপতি নজানে ধৰ্ম্মাধৰ্ম্ম।
নাৰায়ণে কিছু নজানন্ত তত্ত্ব মৰ্ম্ম॥
জটী সতী ব্ৰহ্মচাৰী বনবাসী যত।
নজানে ধৰ্ম্মক তাৰা সবে স্বৰূপত॥

দ্ৰোণেসে জানন্ত মাত্ৰ ধৰ্ম্মৰ বিচাৰ।
এতেকেসে ব্ৰহ্ম অস্ত্ৰ কৰিয়া প্ৰহাৰ॥
অসংখ্যাত ক্ষুদ্ৰ ক্ষত্ৰিগণ বিনাশিলা।
যেন হুতাশন ভক্ষ্যাভক্ষ্যক বাচিলা॥

অভিমন্যু কুমাৰ আমাৰ প্ৰাণ প্ৰায়।
বধিলেক দ্ৰোণে তাকো কৰিয়া উপায়
তথাপি বোলাসা ইষ্ট ধৰ্ম্ম নিষ্ট দ্ৰোণ
আমাক নিন্দিয়া ভাল বখানাহা গুণ॥

ব্ৰাহ্মণৰ ক্ষত্ৰিয়ৰ ধৰ্ম্ম যেন মত।
পূৰ্ব্বত শুনিছো ব্যাসদেৱৰ মুখত॥
কায় দণ্ড মন দণ্ড দণ্ড বচনৰ।
ইসব প্ৰমুখে জাতি ধৰ্ম্ম ব্ৰাহ্মণৰ॥

ক্ষত্ৰিয় সকলে ধৰ্ম্ম ৰক্ষা কৰিবেক।
সমৰত দাৰুণ প্ৰহাৰ সহিবেক॥
মাৰিবেক শত্ৰু সত্য প্ৰতিপালিবেক।
তেবে তাৰ যশ কীৰ্ত্তি ধৰ্ম্ম বাঢ়িবেক॥

অচিৰ কালতে সিতো হবে ক্ষিতিপতি
হেন ক্ষত্ৰিয়ৰ ধৰ্ম্ম জানিয়া সম্প্ৰতি॥
তথাপিতো আমাক কিসক কৰা কষ্ট।
পৰধৰ্ম্ম আচৰিলে ধৰ্ম্ম হৈল নষ্ট॥

পৰধৰ্ম্ম আচৰন্তে পিন্ধিলও চাল।
পৰধৰ্ম্মে বনত বঞ্চিলো চিৰকাল॥
পৰধৰ্ম্ম আচৰণে দুষ্ট দুঃশাসন।
দ্ৰৌপদীক সভাত কৰিল বিবসন॥

নপুংসক যেন চাই আছিলোঁ লগত।
নকৰিলো ক্ৰোধ পৰধৰ্ম্মে হুয়া ৰত॥
এবে সিতো দুঃখ সুমৰন্তে অনুক্ষণ।
জাতিৰ ধৰ্ম্মত প্ৰবৰ্ত্তিল মোৰ মন॥

ক্ষত্ৰিয়ৰ ধৰ্ম্মে থাকি নিজ বাহু বলে।
পিতৃ পিতামহ গুৰু বধিবো সকলে॥
যুদ্ধৰ পূৰ্ব্বতে কৰি আছা অঙ্গীকাৰ।
ধৰ্ম্মাধৰ্ম্ম সমৰত নাহিকে বিচাৰ॥

তই পুনু পূৰ্ব্বে কৰিছিলি অঙ্গীকাৰ।
বধিবো সবাকে যুদ্ধে নকৰি বিচাৰ॥
এবে ধৰ্ম্ম বখানস সবাৰে আগত॥
আমাক নিন্দিয়া কহ দ্ৰোণীৰ মহত॥

কৌৰব দলত সিংহনাদ বিপৰীত।
শুনি বীৰগণ হুই আছে ভয় ভীত॥
তাতে তই বাক্য সব কৰস প্ৰহাৰ।
ঘাৱত ঘসস যেন আনি চোখা খাৰ॥

তোৰ বিক্ৰমৰ ষোল ভাগৰ ভাগক।
কদাচিতো অশ্বত্থামা সম নুহিবেক॥
তথাপি তাহাৰ তই বখানস গুণ।
দ্ৰোণীক যুজিবে তোৰ নলাগে অৰ্জ্জুন॥

নলাগে যুজিবে আনো বীৰ সকলৰ।
কুৰুগণক দল কৰিবো একেশ্বৰ॥
মোৰ পৰাক্ৰম দেখন্তোক সুৰাসুৰ।
বৃক্ষ বন পৰ্ব্বত গদায়ে কৰো চুৰ॥

শৰজালে দশোদিশ পৰিবো গগণ।
পৃথ্বী বিদাৰিবো মাৰিবোহো দুৰ্য্যোধন॥
উদ্ধাৰিবো দ্ৰৌপদীৰ হৃদয়ৰ শাল।
হতশত্ৰু হুইব যুধিষ্ঠিৰ মহীপাল॥

কৰন্তোক ৰাজ্য পালন্তোক সন্ত লোক।
ধৃতৰাষ্ট্ৰ মন্দমতি পাউক পুত্ৰশোক ॥
এহি মতে গৰ্জ্জন্তে আছন্ত বৃকোদৰ।
অনন্তৰে ধৃষ্টদ্যুম্ন ক্ৰোধে বীৰবৰ ॥

পূৰ্ব্বে নৃসিংহক যেন হিৰণ্য কশিপু।
সেহি মতে তৰ্জ্জিয়া গৰ্জ্জিয়া দেব ৰীপু ॥
বোলন্ত অৰ্জ্জুন শুন বচন আমাৰ।
কিসক নিন্দস শাস্ত্ৰ নকৰি বিচাৰ ॥

যাৰ যেন জাতি ধৰ্ম্ম তাকেসে কৰিব।
পৰৰ ধৰ্ম্মক কদাচিতো নাচৰিব ॥
ব্ৰাহ্মণ জাতিৰ ধৰ্ম্ম পঢ়ন পঠন।
যাজন যজন ধন প্ৰতিগ্ৰহ দান ॥

তাক এৰি কৰে দ্ৰোণে ক্ষত্ৰিয়ৰ ধৰ্ম্ম।
ব্ৰহ্ম অস্ত্ৰে মাৰি সেনা কৰিল অধৰ্ম্ম ॥
পৰধৰ্ম্ম কৰে যিতো সেহিসে পাষণ্ড।
এতেকে কৰিলোঁ মই যথোচিত দণ্ড ॥

বিশেষত দ্ৰোণ বধে যজ্ঞত জন্মিলোঁ।
প্ৰতিজ্ঞা সফলি দ্বিজাধমক বধিলোঁ ॥
পিতৃৰ পুত্ৰৰ ঋণ শুজিলোঁ স্বধৰ্ম্মে।
উদ্ধাৰিলো সত্য ধৰ্ম্ম নৃপতিৰ কৰ্ম্মে ॥

ৰথত থাকন্তে কাটিলও খাণ্ডা হানি।
তেবে কেনে আমাক বোলস নিন্দা বাণী ॥
অধৰ্ম্মীক ধৰ্ম্মী বুলি কৰয় কথন।
কালকূট বিষ সম সি সব বচন ॥

ধৰ্ম্মীক অধৰ্ম্মী যিতো পুৰুষে বোলয়।
হৰে পূৰ্ব্ব পুণ্য তাৰ অধৰ্ম্ম হোৱয় ॥
আসে অশ্বত্থামা পিতৃ শোকে যুজিবাক।
নোৱাৰোহো যদি আপোনাক ৰাখিবাক ॥

তেবে তাৰ অস্ত্রে পৰি যাইবো ব্রহ্মলোক।
সমুখ সমৰে মৰি তাত কোন শোক ॥
ইসে মহাদুখ গুৰুঘাটি বোলে মোক।
তোৰ কৰ্ম্মচয় নজানয় যেন লোক।

বাসবৰ সখি ভগদত্ত নৃপবৰ।
পিতৃৰ সখিয়ে সিতো বাপ সমসৰ ॥
তাৰ বধ কালে ধৰ্ম্ম নাছিল মনত।
আজি বৰ ধনঞ্জয় হৈল ধৰ্ম্মব্রত ॥

জ্ঞান বৃদ্ধ বয়ো বৃদ্ধ সৰ্ব্ব গুণান্বিত।
সম্বন্ধতো পিতামহ জগতে বিদিত ॥
অন্নে আচ্ছাদনে পাঞ্চো ভাইক পুষিলন্ত।
সবাতো অধিক তোক স্নেহ কৰিলন্ত ॥

হেন ভীষ্ম বধ কালে ধৰ্ম্ম নস্মৰিলি।
আজি ধনঞ্জয় তই ধৰ্ম্মশীল হৈলি ॥
পাণ্ডুৰ ক্ষেত্ৰ বাসবৰ বীৰ্য্যে জাত।
বলবীৰ্য্য পৰাক্ৰম জগতে প্ৰখ্যাত ॥

তথাপি আগতে তোৰ দুষ্ট দুঃশাসন।
দ্ৰৌপদীক সভাত কৰিল বিবসন ॥
সি কালত ক্ৰোধ তোৰ নহৈল তাহাক।
দ্ৰোণ বধে বাৰম্বাৰ নিন্দস আমাক ॥

সম্বন্ধত থাকিয়া তোহোৰ ভৈলো বশ।
সি কাৰণে মোক বহুবাৰ কদৰ্থস ॥
কৰ পাৰি কুঞ্জৰে তোলয় মাহুতক।
উপৰত উঠি সেই মনুষ্যে গঞ্জক ॥

বচনে প্ৰহাৰে কতো অঙ্কুশে খোচয়।
তোৰ ঠাই আসি মোৰ হৈল হেননয় ॥
ক্ৰূৰ দ্ৰোণে মাৰিলেক পিতৃক পুত্ৰক।
অসংখ্যাত ক্ষত্ৰীগণ বান্ধব বৰ্গক ॥

মোক বধিবাক দ্ৰোণে কৰিলা যতন ।
ময়ো তাক বধিবাক কৰিলোহো ৰণ ॥
নোৱাৰিলা মোক কাটিলোহো তাৰ শিৰ ।
তই কেন বাক্য বজ্ৰ কৰস প্ৰহাৰ ॥

দ্ৰৌপদীৰ প্ৰীতি অৰ্থে পাঞ্চ ভাগিনৰ ।
কৰিলোহো ক্ষমা তোৰ দায় ইবাৰৰ ॥
পুনৰপি যদি মোক বোল অনুত্তৰ ।
অচিৰ কালত তেবে যাইবি যমঘৰ ॥

একো জনে লক্ষ লক্ষ কৌৰব সংহৰি ।
তোৰ অৰ্থে আমাৰ সবংশে গৈল মৰি ॥
আছে অৱশেষ অল্প সেনা সমন্বিতো ।
যুধিষ্ঠিৰ নৃপতিৰ অৰ্থে প্ৰাণ দিতো ॥

এতেকে দোষক গুণ বুলিতে যুৱাই ।
গুণে দোষ আৰোপণ সহন নযাই ॥
এহি বুলি ক্ৰোধে ধৃষ্টদ্যুম্ন মৌনে ৰৈল ।
শুনি বীৰগণ সবে নিঃশবদ হৈল ॥

হেন শুনি সব্যসাচী ক্ৰোধ দৃষ্টি চায়া ।
সজল নয়নে দীৰ্ঘ নিশ্বাস তেজিয়া ॥
গদগদ বাক্য ধিক ধিক বুলি ৰৈল ।
শুনি বীৰগণে সবে নিঃশবদ হৈল ॥

দুয়ো সলজ্জিত শোক দেখি অৰ্জ্জুনৰ ।
পাছে ক্ৰোধে যুযুধানে দিলন্ত উত্তৰ ॥
শুনা দুৰাচাৰ ধৃষ্টদ্যুম্ন কুলাঙ্গাৰ ।
কৰি উগ্ৰপাপ আৰো গুৰুক আমাৰ ॥

বাৰম্বাৰ ধিকাৰ কৰস সমাজত ।
এৰি লাজ বখানস আপোন মহত্ব ॥
ধিক তোৰ বচন জীৱন তোৰ ধিক ।
শত খণ্ড হুয়া জিহ্বা নপৰয় কিক ॥

ক্ষণেকে জিহ্বাৰ তোৰ নহিকে উচিত।
যাদব পাণ্ডৱ মধ্যে হৈলি সনিন্দিত॥
যেতিক্ষণে কেশত ধৰিয়া টানি আনি।
কাটিলি দ্রোণৰ শিৰ চন্দ্রহাস হানি॥

সেহিক্ষণে স্বৰ্গ হন্তে নৰকে দুৰ্ঘোৰ।
ভৈল পাত দুই সাত পুৰুষ যে তোৰ॥
সূৰ্য্যক চাহিবে লাগে তোৰ মুখ চাই।
দৰশনে পাপগণ তেবেসে এৰাই॥

তই যদি গুৰুক নিন্দস আৰবাৰ।
তেবে গুৰুতৰ গদা কৰিয়া প্ৰহাৰ॥
শত খণ্ড কৰিয়া ভাঙ্গিয়া শিৰখুলি।
পঠাই দিবো পাছে যম সদনক বুলি॥

হেন শুনি ধৃষ্টদ্যুম্নে বোলে হাসি হাসি।
দেখি কেনমতে গদা প্ৰহাৰয় আসি॥
পূৰ্ব্বাপৰে জানো তই কেন মত শূৰ।
ভুৰিশ্ৰবা ভাৱনা কৰিলা কালি চুৰ॥

চুলি ধৰি হৃদয়ত লাঠিৰ প্ৰহাৰ।
ভূমিত পৰিয়া মাৰিলেক বাৰম্বাৰ॥
তথাপিতো আপোনাক বোলাৱস কাজী।
কালিৰ কাহিনি তই পাসৰিলি আজি॥

হেনয় স্বভাৱ আছে ইতৰ জনৰ।
অল্পকো বিস্তৰ দোষ দেখয় পৰৰ॥
পূৰ্ব্বত সমান পাপ যদি আচৰয়।
তথাপিতো আপোনাৰ দোষ নেদেখয়॥

ভুৰিশ্ৰবা উপৰক তুলিয়া খাণ্ডাক।
কেশত ধৰিয়া তোক চাইলা কাটিবাক॥
হেন দেখি ধনঞ্জয় মাৰি দিব্য শৰ।
প্ৰহাৰিয়া খাণ্ডা সমে কাটিলেক কৰ॥

ভুজ ছেদে ভুৰিশ্ৰবা বসি শৰাসনে ।
বিষ্ণুক চিন্তিবে লৈলা মৰিবাক মনে ॥
হাতৰ এৰায়া তাক যাস কাটিবাক ।
নৃপতি সকলে দেখি তোক দিলে হাক ॥

তথাপিতো তাসম্বাৰ বাক্য অনাদৰি ।
কাটিলি তাহাঙ্ক ধৰ্ম্মপথ পৰিহৰি ॥
হেন ক্ৰূৰ কৰ্ম্ম কৰি সবাৰে আগত ।
আমাক নিন্দস আজি পণ্ডিতৰ মত ॥

যৈতে যৈতে পৰাভৱ কৰে পাণ্ডুৱক ।
তৈতে তৈতে আগ হুয়া যুঞ্জো আচাৰ্য্যক
আছে ৰথে ব্ৰহ্ম অস্ত্ৰে মৰে প্ৰজাগণ ।
হেনয় দ্ৰোণক ৰণে কৰিলো নিধন ॥

তথাপি অধৰ্ম্মী মই ধৰ্ম্মী তেবে কোন ।
আচাৰ্য্য প্ৰমুক্ষ্যে কৌৰবৰ কথা শুন ॥
অধৰ্ম্ম কৰিয়া ধৰ্ম্ম ৰাজাক বঞ্চিল ।
অধৰ্ম্ম কৰিয়া দ্ৰৌপদীক দুঃখ দিল ।

অধৰ্ম্ম কৰিয়া ধন ধৰণী হৰিল ।
অধৰ্ম্ম কৰিয়া অভিমন্যুক বধিল ॥
অধৰ্ম্ম কৰিয়া ঘোৰ বনবাস দিল ।
অধৰ্ম্ম কৰিয়া শল্য নৃপতিক নিল ॥

আনো নানা অধৰ্ম্ম কৌৰবে আচৰিল ।
শুন যেন পাপ পাণ্ডু সকলে কৰিল ॥
আমাক কনিষ্ঠ শিখণ্ডিক কৰি আগ ।
বধিলা অৰ্জ্জুনে দেবব্ৰত মহাভাগ ॥

কাটিলেক আৰো ভুৰিশ্ৰবাৰ হাতক ।
অধৰ্ম্মে কৰিল ৰক্ষা তোহোৰ মস্তক ॥
ভুজ ছেদে ভুৰিশ্ৰবা এৰি তোক পাছে ।
ব্ৰহ্মো মন লগাই পদ্মাসনে বসি আছে ॥

সেহি সময়ত লাজ কাজ পৰিহৰি।
কাটিলি তাহাৰ শিৰ অধৰ্ম্ম আচৰি॥
আজি কেন মতে আসি ধৰ্ম্ম বখানস।
ৰাজ সমাজৰ মাঝে আমাক নিন্দস॥

তথাপি সহিলো দোষ তোৰ বাৰেকৰ।
পুনৰপি মুখত নানিবি অনুত্তৰ॥
বাধা মুশুনিয়া যদি বোলস দুনাই।
তেবে তোৰ পিতৃ লোকে দিবোহো পঠাই॥

পৌৰুষ বচন হেন শুনি পাঞ্চালৰ।
খঙ্গতে কপিলা যুযুধান বীৰবৰ॥
এৰি ধনুশৰ গদা ধৰি অনিৰ্ব্বাৰ।
ক্ৰোধে আৰকত চক্ষু তেজিয়া ফোকাৰ॥

ৰথ হন্তে নামি পাঞ্চালক খেদি যাই।
চৰণৰ ছোটে মহীমণ্ডল লৰয়॥
দেখি বাসুদেৱে বাক্য বুলিলেক হেন।
সাত্যকীক সত্বৰে ৰাখিয়ো ভীমসেন॥

কৃষ্ণৰ বচন পাছে শুনি বৃকোদৰ।
আথবেগ কৰি ধীৰে নামিয়া ৰথৰ॥
পবন সঞ্চাৰে খেদি সাত্যকীক পাইল।
আঙ্কোৱালি ধৰি গৈয়া বলে বহুৱাইল॥

ধৃষ্টদ্যুম্ন বোলে এৰ এৰ বৃকোদৰ।
কাটি পেলাও শিৰ হানি শানাইত শৰ॥
জীৱন যুদ্ধত শ্ৰদ্ধা ক্ৰোধ সাত্যকীৰ।
শিনিকো সাম্যতা কৰিবোহো ছেদি শিৰ॥

কৰ্ণ কৃপ অশ্বথামা আদি কুৰুচয়।
যদি সাত্যকীক ৰক্ষা অৰ্জ্জুনে কৰয়॥
তথাপি মাৰিবো আক নকৰিবো ৰক্ষা।
অবশ্যে ৰাখিবো আজি আপোনাৰ কক্ষা॥

পাঞ্চালৰ আক্ষেপ শুনিয়া যুযুধান।
ভীমভুজ মধ্যে কোপ কৰি ৰৰটান॥
ফোফাই ফুৰে পাক যেন কুমাৰৰ চাক।
বৃকোদৰে বুজান্ত মাধৱে দেন্ত হাক॥

অনন্তৰে সহদেৱ মাদ্ৰীৰ তনয়।
সাত্যকীক বাক্য চয় বুলিলা বিনয়॥
শুনা শিনি সিংহ যুযুধান বীৰবৰ।
পাঞ্চাল পাণ্ডব বৃষ্ণিই তিনি বংশৰ॥

এক দেব এক ধৰ্ম্ম সবে এক প্ৰাণ।
কৃষ্ণ আজ্ঞা বিনে কাৰো কৰ্ম্ম নাহি আন॥
আজি আপোনাৰ মধ্যে কন্দল কিসৰ।
এতেকে এৰায়া ক্ৰোধ বচনে কৃষ্ণৰ॥

ধৰ্ম্মৰাজে আসি পাছে শান্ত কৰিলন্ত।
ক্ৰোধ এৰি সাত্যকী ৰথত চৰিলন্ত॥
ক্ষেণেকে গুচয় ক্ৰোধ সাধু সকলৰ।
কদাচিতো কপট নুগুচে দুৰ্জ্জনৰ॥

হেন জানি অসাধুৰ সঙ্গ পৰিহৰি।
শুনা কৃষ্ণ কথা সাধু সঙ্গ অনুসৰি॥
দামোদৰ দাসে কহে এৰি আন কাম।
সমস্তে সমাজে ডাকি বোলা ৰাম ৰাম॥

---

# ৰত্নাকৰ মিশ্ৰ।

## ব্ৰহ্মগীতা।

শ্লোক ॥ স্মেৰাবেশমুখং সাক্ষাৎ চতুৰ্হস্ত-কদম্বকং।
দধানংকৌস্তুভং বন্দে পৰমানন্দ-মাধবং ॥

পদ ॥ জয় জয় হৰি প্ৰভু চৰণে শৰণ।
প্ৰণামো তোমাৰ দুই অৰুণ চৰণ ॥
শুনা সৰ্ব্বজন ইতো মহাতত্ত্ব সাৰ।
অৰ্জ্জুনত কৈলা ব্ৰহ্ম গীতাৰ পয়াৰ ॥
কহে ৰত্নাকৰ দ্বিজে ন ধৰিবা দোষ।
কৃষ্ণ কথা শুনি মহা হুয়োক সন্তোষ ॥
একান্তে শুনিয়ো সবে ইতো মহাৰত্ন।
মহন্তক মানিবাহা কৰি মহা যত্ন ॥
নিস্কামে গুৰুত ভক্তি কৰিয়া আশ্ৰয়।
গুৰুত ভজিয়া ভক্তি কৰিয় নিশ্চয় ॥
অৰ্জ্জুনে বোলন্ত প্ৰভু শুনা নাৰায়ণ।
কোন বা ব্ৰাহ্মণ ব্ৰহ্মজ্ঞানী কোন জন ॥
কাক মহাগুৰু বুলি মানিবো সদাই।
মই মহা অধমত কহিয়ো বুজাই ॥
এহি শুনি ঈশ্বৰে কহন্ত অৰ্জ্জুনত।
পুচিলাহা পৰম বিচাৰ মহাতত্ত্ব ॥
তুমি আমি কিছো ভিন্ন নাহি ধনঞ্জয়।
তোমাৰ আগত সত্যে কহিবো নিশ্চয় ॥
সেহি সে ব্ৰাহ্মণ সদা ব্ৰহ্মক চিন্তয়।
মনক নিকপি সদা নিস্কামে ৰহয় ॥
ব্ৰহ্মত অপ্ৰিয়া কৰিবেক প্ৰবৰ্ত্তন।
তাকেসে বুলিয়া জ্ঞানী উত্তম ব্ৰাহ্মণ ॥

সেহিসে ব্ৰাহ্মণ ব্ৰহ্ম চিন্তিব সদাই।
সবাকে কহিব তত্ত্ব ব্ৰহ্মক বুজাই ॥
ব্ৰহ্মক দেখিয়া কৰিবেক প্ৰবৰ্ত্তন।
সেহিসে ব্ৰাহ্মণ সখি কৰিবা পূজন ॥
সেহিসে ব্ৰাহ্মণ ব্ৰহ্ম কৰিব ধিয়ান।
কেবলে ব্ৰহ্মত বিনে নজানিব আন ॥
ব্ৰহ্মক দেখিয়া নেদেখিব দেব আন।
সেহিসে ব্ৰাহ্মণ জগতৰে পূজ্যমান ॥
সেহিসে ব্ৰাহ্মণ ব্ৰহ্মে কৰিবে নিশ্চয়।
ব্ৰহ্মত অপ্ৰিয়া ব্ৰহ্ম কৰিব আশ্ৰয় ॥
ব্ৰহ্মক দেখিয়া কৰিবেক তত্ত্বসাৰ।
সেহিসে ব্ৰাহ্মণ সখি জগত নিস্তাৰ ॥
একান্তে ব্ৰহ্মত জ্ঞান ভৈলেক যাহাৰ।
সেহিসে ব্ৰাহ্মণ সখি কৈইলু তত্ত্ব সাৰ ॥
পৰিচয় হুয়া ব্ৰহ্ম নেৰিব স্মৰণ।
সেহিসে ব্ৰাহ্মণ সখি কৰিবা পূজন ॥
একান্তে ব্ৰহ্মত যাৰ দৃঢ় ভৈলা মন।
সেহি জন ব্ৰহ্ম তাক কৰিবা সেৱন ॥
অহর্নিসে নেৰে যেন শৰীৰৰ চিন্ন।
তাহাঙ্কে আমাকে কিছো নেদেখিব ভিন্ন ॥
জানিবা উত্তম তত্ত্ব কহিলো তোমাত।
সত্যে সত্যে দৃঢ় ভাবে ভজিয়ো আমাত ॥
একান্তে ভজিবো চিত্ত আনক নযাই।
তাকে মহাগুৰু বুলি মানিব সদাই ॥
চাণ্ডালো উত্তম তত্ত্ব কহিলো তোমাত।
একান্তে শৰণে মাত্ৰ ভজোক আমাত ॥
একান্তে ভজিল যিতো হৰি চৰণত।
উত্তম গুৰু বুলিয়া মানিবে সংসাৰত ॥
একান্তে ভজন যাৰ আমাত সদাই।
সেহিতো পৰমৰ গুৰু কহিলো নিশ্চয় ॥

জ্ঞান কৰ্ম্ম ব্ৰহ্মতত্ত্ব কৰিবেক সাৰ।
ব্ৰহ্ম নেমানোক তাক নকৰি বিচাৰ ॥
অৰ্জ্জুনত দৃঢ়কৰি কহিলা গোসাই।
মোহোৰ পন্থৰ গুৰু বৰ্ণাবৰ্ণ নাই ॥
সত্যে দৃঢ়ে ভক্তি মোত কৰিলে আশ্ৰয়।
ব্ৰাহ্মণ বুলিয়া গুৰু মানিবে নিশ্চয় ॥
একান্ত শৰণ হুইয়া নামত ভজয়।
সেহিসে ব্ৰাহ্মণ মহা পবিত্ৰ হৰয় ॥
সত্যে সত্যে সত্যে আবে কৈলো ধনঞ্জয়।
সেহি ব্ৰাহ্মণক গুৰু মানিবে নিশ্চয় ॥
নিবৃত্তি উত্তম পন্থ ধৰিয়া আচাৰ।
মহাজ্ঞান কৈলো তত্ত্ব পৰম বিচাৰ ॥
শুনিও যাহাক বুলি একান্ত শৰণ।
সেহি ভকতৰ শুন কহিবো লক্ষণ ॥
একান্ত শৰণ এহি পৰম বিশ্বাস।
সত্যে কৰিবুহু সখি তোমাত প্ৰকাশ ॥
সৃষ্টি বিষয়ৰ পৰা তুষিবেক মন।
সুদৃঢ়ে ব্ৰহ্মত ৰাখি নেৰিবা স্মৰণ ॥
একান্তে ৰহিয়া ব্ৰহ্মৰ চিন্তিব চৰণ।
তেবেসে বুলিয়া সখি একান্ত শৰণ ॥
সংসাৰৰ লয় সখি এৰিব সমস্ত।
নিৰাকাৰ ৰূপক মানিব ব্ৰহ্মতত্ত্ব ॥
সেহিসে ব্ৰাহ্মণ জ্ঞানী ব্ৰহ্ম পৰিচয়।
তোমাৰ আগত সত্যে কহিলো নিশ্চয় ॥
অত্যন্ত পাতকী দৃঢ়ে ভজোক আমাক।
সেহিজন গুৰু সম মানিবে তাহাক ॥
মইএৰ ভেদ ভিন্ন নাহি ধনঞ্জয়।
সুদৃঢ়ে মানোক গুৰু এৰিয়া সংশয় ॥
তাক গুৰু মানি সেহি বৰ্ণত উত্তম।
মইএৰ অভেদ তাক কেহো নোহে সম ॥

সত্যে সত্যে সত্যে সখি শুন ধনঞ্জয় ।
মোহোৰ শৰীৰ বুলি মানিব নিশ্চয় ॥
ব্ৰাহ্মণ ক্ষেত্ৰিয় বৈশ্য শূদ্ৰ চাৰি লেখি ।
এক ভাবে আমাত বিশ্বাস কৰে সখি ॥
একান্ত শৰণ হুয়া নভজে আমাক ।
চাণ্ডাল বুলিয়া গুৰু নমানিবে তাক ॥
বৰ্ণ ব্ৰাহ্মণ নমো দৃঢ় নাহি মতি ।
তাক গুৰু মানি সখি যাইব অধোগতি ॥
সুবুদ্ধি তত্বক কৰে সকাম আচাৰ ।
নামানিবা গুৰু কইলো পৰম বিচাৰ ॥
যদি চাণ্ডালৰ দৃঢ় মোতেসে আশ্ৰয় ।
সেহিসে পন্থৰ গুৰু জানিবা নিশ্চয় ॥
নিশ্চয় সমাধি ব্ৰহ্মতেসে হৈব মন ।
তেবেসে বুলিয়া সখি একান্ত শৰণ ॥
এক ব্ৰহ্ম বিনে সখি নাজানিবে আন ।
একে ব্ৰহ্ম চিন্তিব কৰিব দৃঢ় ধ্যান ॥
একান্ত ব্ৰহ্মতেসে নিশ্চয় হৈব মন ।
তেবেসে বুলিয়া সখি একান্ত শৰণ ॥
একান্ত শৰণ সখি এমত লক্ষণ ।
একান্ত নিশ্চয় বুদ্ধি ৰাখিবেক মন ॥
মইএৰে জানা নাহি তিলেক অন্তৰ ।
একান্ত শৰণ সখি এহি আশ্ৰমৰ ॥
আকেসে কহিলো সখি কৰিয়া নিশ্চয় ।
একান্তে আমাত যিতো কৰিলে আশ্ৰয় ॥
ধৰিবাক পাৰে যদি উত্তমৰ চিন্ন ।
বৰ্ণাবৰ্ণ তাৰো কিছো নকৰিবা ভিন্ন ॥
একান্ত শৰণ এহি ৰহিলেক জাত ।
বৰ্ণাবৰ্ণ সুহি সত্যে কহিলো তোমাত ॥
সুদৃঢ়ে ৰহিলে যদি বৰ্ণ দেখে ভিন্ন ।
ব্ৰহ্ম বুলি মানা তাক নকৰিবা হিন ॥

গীতা ভাগৱতৰ পৰম মহাতত্ত্ব।
নিশ্চয় কৰিয়া কৈলো তোমাৰ আগত॥
অন্তেজো উত্তম জাতি ভজোক আমাত।
ভকতি দুৰ্লভ তত্ত্ব কহিলো তোমাত॥
শুনিওক সখি তাৰ নেৰিবা আচাৰ।
বুজিলেহে পন্থ ধৰিবাহা নিৰাকাৰ॥
ধৰিবে নোৱাৰা যেবে উত্তম আচাৰ।
সকামে ৰহিবা সখি কহিলো বিচাৰ॥
ধৰিবে নোৱাৰা যেবে উত্তম লক্ষণ।
সকামে ৰহিবা সখি বুলিলো বচন॥
তত্তাৰ্থ বুজিয়া লৈব কৰি বিচাৰত।
ভকতি আশ্ৰয় সখি ৰহিবে পন্থত॥
শুনিওক কহো আৰো সখি ধনঞ্জয়।
মইসে জগত গুৰু জানিবা নিশ্চয়॥
সত্যে সত্যে সত্যে সখি কৈলো তত্ত্ব সাৰ।
অন্তৰ্য্যামী ৰূপে ব্যাপি আচোহো সংসাৰ॥
মোৰ ৰূপ মানিয়া গুৰুক কৰি ধ্যান।
নিশ্চয় কৰিয়া সত্যে কৈলো ব্ৰহ্মজ্ঞান॥
অনায় নিবৃতি সেবা ধৰিব আচাৰ।
মহাজ্ঞান কৈলো তত্ত্ব তোমাত বিচাৰ॥
অনায় নিবৃতি সেবা শিষ্যৰ লক্ষণ।
তৃগুণ ভাঙ্গিলে গুৰু ভৈল দৰিশন॥
সৰ্ব্ব শূন্য হুয়া গুৰু কৰিব নিশ্চয়।
তাকেসে বুলিয়া শিষ্য গুৰু পৰিচয়॥
এহি কথা কৈলা যেবে জগত ঈশ্বৰ।
পৰম বিচাৰ মোৰ কৈলো তত্ত্ব সাৰ॥
পৰম জ্ঞানক কৈলো কৰা দৃঢ় মতি।
গুৰু নমানিলে সখি যাইবা অন্ধগতি॥
কৃষ্ণেযে কহন্ত পুনু অৰ্জ্জুন আগত।
মাননিসে ৰহিছে জানিবা কৰি তত্ত্ব॥

কেবলে মান নিয়োগ কৈলো তত্ব সাৰ।
মান নিছিনিলে হৈব জীৱৰ নিস্তাৰ॥
অৰ্জ্জুনৰ আগত কহন্ত নাৰায়ণ।
মান নিছিনিলে কৈতো নাহিকে মৰণ॥
সত্যে সত্যে সত্যে কৈলো পৰম বিশ্বাস।
মান নিছিনিলে মই কৰিবো প্ৰকাশ॥
মাননিসে ভাগৱত মাননিসে সাৰ।
মাননি নিৰ্গুণ সুখে সংসাৰৰ পাৰ॥
মাননি উত্তম ভক্তি মাননি আচাৰ।
মাননিসে মহাজ্ঞান কৰিবে প্ৰচাৰ॥
অৰ্জ্জুনে প্ৰণামি তুনাই পুচন্ত কৃষ্ণত।
কহিও গুচোক মোৰ সংশয় আছে যত॥
গুৰু বৈষ্ণৱক নিন্দা যিজনে কৰয়।
সি জনৰ কিবা গতি কহিও নিশ্চয়॥
এহি শুনি ঈশ্বৰে কহন্ত অৰ্জ্জুনত।
পুচিলাহা পৰম বিচাৰ মহাতত্ত্ব॥
গুৰু বৈষ্ণৱক নিন্দা কৰে তুৰাচাৰ।
সিতো মোৰ হৃদয়ত হানিলা কুঠাৰ॥
শুনিওক কহো সখি পন্থৰ কাৰণ।
অৱতাৰ গুৰুৰ কেবলে ব্ৰহ্ম যেন॥
নজানে তত্বক পাপী নিন্দে তুৰাচাৰ।
সেহিসে পন্থৰ দ্ৰোহী গতি নাহি তাৰ॥
বৰ্ণা অবৰ্ণ গুৰু আছে যত মান।
একান্ত ভজনি জাৰ সেহি মহাজন॥
পূৰ্ণ্য বুদ্ধি নাহি সিদ্ধি নিন্দে তুৰাচাৰ।
সেহিসে পন্থৰ দ্ৰোহী গতি নাহি তাৰ॥
বৰ্ণাবৰ্ণ গুৰু সখি যতেক আছয়।
একান্ত ভজনে যাৰ নামত আশ্ৰয়॥
অবিচাৰী অহঙ্কাৰী নিন্দে তুৰাচাৰ।
সেহিসে পন্থৰ দ্ৰোহী গতি নাহি তাৰ॥

আপুনি পণ্ডিত জ্ঞান নভৈল যাহাৰ ।
নুবুজে পন্থক তত্ব নকৰে বিচাৰ ॥
নিৰিচাৰি মন্দ বুদ্ধি নিন্দে দুৰাচাৰ ।
সেহিসে পন্থৰ দ্ৰোহী গতি নাহি তাৰ ॥
মোহোৰ আশ্ৰয় সখি মহন্ত সৱত ।
বৈষ্ণৱক বিষ্ণু বুদ্ধি মানিব মনত ॥
বিচাৰিবে পঞ্চ তত্ব বৈষ্ণৱ আচাৰ ।
বুজিবা শুনিবা সখি কৈলো তত্ব সাৰ ॥
বিষ্ণু বৈষ্ণৱৰ নাহি তিলেক অন্তৰ ।
যেহি গুৰু সে বৈষ্ণৱ বিষ্ণু সমসৰ ॥
বৈষ্ণৱক সদা নিন্দাবাদ ভৈলা যাৰ ।
সেহিসে বিপন্থ সত্যে গতি নাহি তাৰ ॥
অন্ত্যজ চাণ্ডাল যদি বৈষ্ণৱ হৱয় ।
একান্তে ভজোক মাত্ৰ নামত আশ্ৰয় ॥
অন্ত্যজ বুলিয়া যিতো নিন্দে দুৰাচাৰ ।
সেহিসে পাতকী তাৰ নাহিকে নিস্তাৰ ॥
মোহোৰ বৈষ্ণৱৰ অভেদ নিশ্চয় ।
বৈষ্ণৱ শৰীৰ সখি মোহোৰ আশ্ৰয় ॥
অৱতাৰ বৈষ্ণব যে কলিযুগে সাৰ ।
সেহি বৈষ্ণৱক নিন্দা কৰে দুৰাচাৰ ॥
হৰি চৰণত কৰি একান্ত শৰণ ।
পন্থৰ সেহিসে গুৰু নাহি বৰ্ণাবৰ্ণ ॥
সুদৃঢ় বিশ্বাসে মোত কৰিলা আশ্ৰয় ।
সেহি ব্ৰাহ্মণক গুৰু মানিবে নিশ্চয় ॥
প্ৰকৃতি সমান মোৰ বৈষ্ণৱ যতেক ।
মইসে পৰম স্বামী কহিলো প্ৰত্যেক ॥
মই সমে এক কায় ভিন্ন ভাৱ নাই ।
পৰম তত্বক সখি কহিলো বুজাই ॥
অৰ্জ্জুনে বোলন্ত প্ৰভু শুনা দামোদৰ ।
কহা শিষ্য গুৰুৰ যে কেদুৰ অন্তৰ ॥

কিবা ভিন্ন অভেদ যে কিমত আৰ্ণয় ।
তত্বক বুজাই মোত কহিও নিশ্চয় ॥
ঈশ্বৰে বোলন্ত সখি শুনা সাংখ্যতত্ব ।
শিষ্য গুৰুৰ কথা আনে নপাৰে পুচিত ॥
তুমি বিনে আনে কোনে পুচিবে আমাত ।
সি কাৰণে গোপ্য মই কহিবো তোমাত ॥
এহি বুলি আতি দ্ৰব্ব ভৈলা নাৰায়ণ ।
মৌন হুয়া বৈদ্ধ ধৰি বুলিলা বচন ॥
কাতো নতোকহো গোপ্য পৰম বিচাৰ ।
তোমাৰ আগত সত্যে কৰিলো প্ৰচাৰ ॥
শৰীৰৰ ইন্দ্ৰ দমি বুজাইবে কমন ।
সুদৃঢ়ে ৰাখিবেক ব্ৰহ্মত নিৰোপণ ॥
ব্ৰহ্মায় ব্ৰহ্মত বিনাই আন নকৰিবে মন ।
তেবেসে বুলিয় শিষ্য গুৰু একজন ॥
স্বষ্টিৰ বিজত পৃথিবীৰ অগোচৰ ।
সমস্তকে তেজি ব্ৰহ্ম কৰিবেক সাৰ ॥
তিলেকো নেৰিব মনে কৃষ্ণৰ চৰণ ।
তেবেসে বুলিয়া শিষ্য গুৰু একজন ॥
বিষ্ণুক এৰিলে যেন কিছো নাহি মৰ্ম্ম ।
সেহিৰূপে তেজিবেক সংসাৰ আশ্ৰম ॥
সুদৃঢ় বিশ্বাসে ব্ৰহ্মে ৰাখিবেক মন ।
তেবেসে বুলিয়া শিষ্য গুৰুৰ লক্ষণ ॥
স্বাদ অস্বাদক দুইকো কৰিবে কমন ।
তেবেসে বুলিয়া শিষ্য গুৰু একজন ॥
নিশ্চয়ে স্বৰূপে ব্ৰহ্ম কৰিবেক ধ্যান ।
তেবেসে বুলিয়া শিষ্য গুৰু একজন ॥
একাদশ ইন্দ্ৰ দমি হুয়া নিৰাশ্ৰয় ।
সুদৃঢ় বিশ্বাসে ব্ৰহ্মত কৰিবে আলয় ॥
ব্ৰহ্মময় হুয়া ব্ৰহ্মে নকৰিবে ভিন্ন ।
ব্ৰহ্মত ৰহিব বিষয়ত হৈবে হিন ॥

সদায়ে সমাধি ব্ৰহ্মত হৈব মতি।
সেহিজন গুৰু শিষ্য পাইব মুখ্যগতি॥
সদায়ে সন্তুষ্ট মনে নেৰিবে স্মৰণ।
তেবেসে বুলিয় শিষ্য গুৰু একজন॥
লোভ মোহ কাম ক্রোধ আছে শৰীৰত।
চাৰিকো ছিণ্ডিয়া দৃঢ়ে ৰহিবে ব্ৰহ্মত॥
অহঙ্কাৰ ছেদিয়া নিৰ্ম্মল হুইব মন।
জানিবা অৰ্জ্জুন শিষ্য গুৰু সেহিজন॥
অষ্ট গোট পদ্ম আছে শৰীৰত।
সেহি পদ্ম পূজি সদা ৰহিব ব্ৰহ্মত॥
ব্ৰহ্মত পশিয়া নিৰ্ম্মল হইব মন।
তেবেসে বুলিয়া শিষ্য গুৰু একজন॥
সবাকে চৈতন্য হেন দেখিবে সমান।
মহাব্ৰহ্ম বুলি সদা কৰিবেক ধ্যান॥
অভেদ মাননি দৃঢ় ধৰিবে নিশ্চয়।
তাকেসে বোলয় শিষ্য গুৰু পৰিচয়॥
গুৰুৰ চৰণ নিয়া হৃদয়ে ধৰিব।
এহি মহাব্ৰহ্ম বুলি আনন্দ কৰিব॥
ইন্দ্ৰিয়ক দমি দৃঢ়ে ধৰিব নিশ্চয়।
সেহিজন ভৈলা সখি গুৰু পৰিচয়॥
প্ৰকৃতি পুৰুষে ভিন্ন বুদ্ধি ভৈল যাৰ।
সেহিসে বিপতি সত্যে গতি নাহি তাৰ॥
এক ৰূপ কৰি দুইকো ধৰিব নিশ্চয়।
তেবেসে বুলিয়া শিষ্য গুৰু পৰিচয়॥
এতেক লক্ষণ যাৰ ভৈলা শৰীৰত।
তেবেসে ৰহিব শিষ্য গুৰু সংসাৰত॥
অময়া মাননি সেবা ধৰিব নিশ্চয়।
তেবেসে বুলিয়া শিষ্য গুৰু পৰিচয়॥
মহাজ্ঞান বুলি তত্ত্ব পৰম বিশ্বাস।
সত্যে সত্যে সত্যে সখি কৰিলো প্ৰকাশ।

সত্যে সত্যে অৰ্জ্জুন কৰিয়ো দৃঢ় মতি।
বাক্য নমানিলে সখি যাইবা অন্ধগতি ॥
মোৰ বাক্য ধৰা সখি সুদৃঢ় বিশ্বাস।
বাক্য নমানিলে সখি যাইবা অন্ধগতি ॥
এহি শুনি অৰ্জ্জুনে কৰিলা দণ্ডৱত।
প্ৰণামি পুচন্ত পুনাই কৃষ্ণৰ আগত ॥
কহিয়োক উদাসিন কিমত লক্ষণ।
ভৃত্য হেন মানি মোত কয়ো নাৰায়ণ ॥
কৃষ্ণে বোলন্ত সখি শুনা মহাযোগ।
সকাম বিষয় সখি এৰিয়োক ভোগ ॥
পৰিচয় হুয়া বিষয়ত হুইবে হিন।
তাকেসে বুলই যে উত্তম উদাসিন ॥
শুনিওক উদাসিন যিমত আশ্ৰয়।
গুৰু পৰিচয় হুয়া এৰিব বিষয় ॥
ব্ৰহ্মময় দেখি কাকো নেদেখিব ভিন্ন।
তাকেসে বুলিয়া সখি উত্তম উদাসিন ॥
লোভ মোহ কাম ক্ৰোধ মনৰ বিষয়।
ইহাকে এৰিয়া দৃঢ়ে কৰা পৰিচয় ॥
লৈয়া পৰিচয় তত্ব ধৰি মহাচিন।
দম্ভ অহঙ্কাৰ এৰি হৈব উদাসিন ॥
লোভ মোহ কাম ক্ৰোধ বিষয় ঐচৰ্য্য।
ইহাক এৰিব যিতো সেহিসে উদাস ॥
ব্ৰহ্মত ৰাখিয়া মন কৰিবেক লিন।
তাকেসে বোলয় উত্তম উদাসিন ॥
এহিমতে ৰৈল যেবে উদাস আশ্ৰয়।
ব্ৰহ্ম বুলি মানিবাহা কহিলো নিশ্চয় ॥
ব্ৰহ্মাক জানিবে মাত্ৰ কৰি কায়া কৃশ।
লোভ মোহ কাম ক্ৰোধ সবে হুইবে নষ্ট ॥
ৰহিব ব্ৰহ্মত বিষয়ৰ এৰি চিন্ন।
তাকেসে বুলিয়া সখি উত্তম উদাসিন ॥

সত্য কৰি কৈলো সখি কৰা দৃঢ় মতি।
আক নামানিলে লোক যাইব অন্ধগতি ॥
অৰ্জ্জুনে প্ৰণামি দুনাই পুচন্ত কৃষ্ণত।
কহিওক স্বামী বৈষ্ণৱৰ কেন তত্ত্ব ॥
নিৰ্গুণ তত্ত্বৰ কেন বৈষ্ণৱ আচাৰ।
ভৃত্য হেন মানি মোত কৰিও প্ৰচাৰ ॥
মাধৱে বোলন্ত সখি শুনা ধনঞ্জয়।
শুনিওক কহো সখি বৈষ্ণৱ অন্বয় ॥
নাম কৰ্ম্ম ভকতি ধৰিব কৰি তত্ত্ব।
তেবেসে মুখ্যত হুয়া ৰহিব ব্ৰহ্মাত ॥
নাম কৰ্ম্মত ভকতি যে বৈষ্ণৱ আচাৰ।
ধৰিব সুদৃঢ় জ্ঞান ভকতি বিচাৰ ॥
তিনিকো কৰিব এক নকৰিব ভিন্ন।
সেহিসে উত্তম সখি ভকতৰ চিন্ন ॥
কৃষ্ণে কহন্ত কথা অৰ্জ্জুন আগত।
নাম কৰ্ম্ম ভকতিসে বৈষ্ণৱৰ তত্ত্ব ॥
তিনি মিলি জীয়ু মুক্ত সংসাৰ আচাৰ।
সত্যে সত্যে কৈলো মই পৰম বিচাৰ ॥
ব্ৰহ্ম জ্ঞান কৈলো এহি জানা স্বৰূপত।
তিনি মিলি জীয়ু মুক্ত বৈষ্ণৱ ধৰ্ম্মত ॥
সিকাৰণে বৈষ্ণৱেসে হৃদয় আমাৰ।
পৰম বিচাৰ তত্ত্ব কৰিলো প্ৰচাৰ ॥
মাধৱে বোলন্ত সখি শুনা মোৰ বাক্য।
বৈষ্ণৱ বুলিয়া কেহু নমানিবে যাক ॥
নাম কৰ্ম্ম ভকতিত পৰম উৎসৱ।
নিশ্চয় জানিবা সখি সেহিসে বৈষ্ণৱ ॥
তোমাত কহিলো সত্য বৈষ্ণৱ অন্বয়।
বৈষ্ণৱেসে বিষ্ণু সখি জানিবা নিশ্চয় ॥
নাম ধৰ্ম্ম ভকতি ধৰিব দৃঢ় কৰি।
তেবেসে বৈষ্ণৱ যাইব সংসাৰ নিস্তৰি ॥

তিনি গুণ মাজে তেবে নিশ্চল আশ্রয়।
তৈসানিসে ভৈলা নাম কৰ্ম্ম ভক্তি কয় ॥
আদি অন্ত পুৰুষৰ পৰম বিশ্বাস।
অনাদিৰ শৰীৰে তত্ত্ব কৰন্ত প্ৰকাশ ॥
নামে ভৈলা ব্ৰহ্মা বিষ্ণু ভকত আচাৰ।
কৰ্ম্মে মহেশ্বৰে তত্ত্ব কৰিলা প্ৰচাৰ ॥
সত্যে সত্যে সত্যে কৈলো কৰা দৃঢ় মতি।
আক নামানিলে সখি যাইব অধোগতি ॥
অৰ্জ্জুনে বোলন্ত প্ৰভু শুনা নাৰায়ণ।
নামৰ মহিমা তত্ত্ব কহিও কাৰণ ॥
কিমত উত্তম নাম কিমত বিশ্বাস।
নমো যোগেশ্বৰ প্ৰভু কৰিও প্ৰকাশ ॥
গুৰু মুখে এক নাম লৈবেক কৃষ্ণৰ।
পাপ পুণ্য ধৰ্ম্মাধৰ্ম্ম ধন পৰিকৰ ॥
সমস্তে অৰ্পিব জানি গুৰুৰ চৰণ।
গুৰু বাক্য অৰ্পিব সমস্তে পঞ্চতত্ত্ব ॥
একান্ত শৰণ এহি কৈলো মহাতত্ত্ব।
সংশয় এৰিয়া আক ধৰিও মনত ॥
যোগী বা সন্ন্যাসী ব্ৰহ্মচাৰী দিগম্বৰ।
সবাকে এৰিয়া কৰা নামক বিচাৰ ॥
সবাৰে আশ্ৰয় হৰিনাম মহাতত্ত্ব।
সত্যে সত্যে সত্যে কৈলো তোমাৰ আগত ॥
যোগী বা সন্ন্যাসী ব্ৰহ্মচাৰী যতেক আছয়।
সবাতে উত্তম যোগ নামত আশ্ৰয় ॥
একান্ত শৰণ লৈয়া নামত নিশ্চয়।
তেবেসে সংসাৰ তৰে নামৰ আলয় ॥
অৰ্জ্জুনে পুচন্ত কথা কৃষ্ণৰ আগত।
কিমতে বিশ্বাস হৈব তোমাৰ নামত ॥
কিমতে কৰিবে নামে একান্ত বিশ্বাস।
মোহোৰ আগত প্ৰভু কৰিও প্ৰকাশ ॥

মাধবে কহন্ত কথা অৰ্জ্জুন আগত।
পৰম বিশ্বাস কথা যোগ মহাতত্ত্ব॥
কাতো নতোকহো ইতো পৰম বিশ্বাস।
তোমাৰ আগত সত্যে কৰিবো প্ৰকাশ॥
সদায়ে কৰিব মনে নামত বিশ্বাস।
নিৰ্ম্মল নিশ্চল ব্ৰহ্ম তেবেসে প্ৰকাশ॥
যিতো মহাজ্ঞানী কৰে ব্ৰহ্মত আশ্ৰয়।
নিৰ্ম্মল নিশ্চল ব্ৰহ্ম নামতে আছয়॥
নামে ব্ৰহ্মে অভেদ জানিবা নিষ্ট তত্ত্ব।
সত্যে সত্যে কৈলো সখি তোমাৰ আগত॥
যিতো মহাজ্ঞানী সদা কৃষ্ণক চিন্তই।
নামক স্মৰন্তে সদা প্ৰেম উপজয়॥
জানি দৃঢ়ে কৰা মন নামত হৈয়া লয়।
তেবেসে মুকুতি নাম প্ৰকাশ হবই॥
নামে সমে কৰিবেক অভেদ বিচাৰ।
সুদৃঢ় বিশ্বাসে হৈব সংসাৰ নিস্তাৰ॥
একান্ত শৰণে যে নামত হৈব লয়।
তেবেসে মুকুতি পাপে তত্ত্ব নপাৰয়॥
অহৰ্নিসে নামক কৰিবে স্মৰণ।
জ্ঞান খৰ্গে বিষয়ক কৰিবে ছেদন॥
আনন্দ সন্তুষ্ট মিলিবেক সুখময়।
তেবেসে মুকুত মন ব্ৰহ্মে যাইবে লয়॥

---



## গীতা কীৰ্ত্তন ।

ঘোষা ॥ পায়ে পৰো যদুদেৱ কহিয়ো উপাই ।
বিষয় বেদনা দুখ সহন নাযাই ॥

পদ ॥ বহুতৰ লোকে যাক কৰে বহুমান ।
তাহাৰ দুৰ্যশ মৰণত কৰি টান ॥
ভয়ে তুমি পলাই যাহা বুলিবেক লোক ।
শুণি চাহা আত পৰে আছে কোন শোক ॥
যেবে মৰা স্বৰ্গ পাই ধৰ্ম্ম যুদ্ধ কৰি ।
জিনা যেবে ভুঞ্জিবা অখিল বসুন্ধৰি ॥
হেন জানি কুন্তীৰ তনয় ধনঞ্জয় ।
যুদ্ধক উদ্যোক কৰা কৰিয়া নিচয় ॥
নকৰা বিমন তুমি ভাসভুস মিছা ।
মনত এৰিয়া সুখ লাভ জয় ইচ্ছা ॥
স্বধৰ্ম্ম পালিয়া যুদ্ধ কৰা সব্যসাচী ।
নপাইবে পাতেক মই কহিলন্ত বাচি ॥
আগত কহিলো আনোতত্ত্ব জ্ঞানবিত ।
এবে ধৰ্ম্ম যোগ কহো থিৰ কৰা চিত ॥
ঈশ্বৰত কৰ্ম্মফল অৰ্পণাক কৰি ।
চিত্ত শুদ্ধি কৰি যাইবা ভয় ভব তৰি ॥
ঈশ্বৰত অৰ্পি কৰ্ম্ম কৰয় সকল ।
আৰম্ভ মাত্ৰকে তাৰ পাৱে পূৰ্ণ ফল ॥
বিঘ্নেত নাপায়ে তাৰ প্ৰাত যে প্ৰদেশ ।
মিত্ৰ জানি তোমাত কহয়ো উপদেশ ॥
অৰ্পণা কৰ্ম্মত যিতো ভৈলেক সমুখ ।
বিহাৱায়ে বিঘ্নে যদি হুয়া বহু দুঃখ ॥
উযোগ মাত্ৰকে যত ফল বিদ্যমান ।
সেহি ফলে সংসাৰতে কৰে পৰিত্ৰাণ ॥

ঈশ্বৰৰ অবধান লক্ষণ ধৰ্ম্মত।
একনিষ্ঠা বুদ্ধি আসি হোৱে উপগত॥
কৃষ্ণত ভক্তি কৰি মই তৰিবো সংসাৰ।
এহি একনিষ্ঠা বুদ্ধি উপজয় তাৰ॥
ঈশ্বৰত একনিষ্ঠা বুদ্ধি নাহি যাৰ।
নানা বিষয়ক লাগি বাঞ্ছা হোৱে তাৰ॥
নানা দেৱ পূজে নানা বিধি চাই।
নানা বিষয়ক লাগি তাৰ বুদ্ধি যাই॥
নিত্যে নৈমিতিক কৰ্ম্ম ঈশ্বৰে অৰ্পিয়া।
যিবা জনে কৰে সৰ্ব্ব ফলক এৰিয়া॥
সঙ্গোপঙ্গে তাক যেবে মুৰাৰে কৰিত।
তথাপি সাফল বিঘ্ন নাহি কদাচিত॥
যিবা জনে কাৰ্য্য কৰ্ম্ম কৰয় সকল।
নানা পূজা কৰে মনে বাঞ্ছে নানা ফল॥
কিছো অঙ্গ হিন ভৈলে ফল হোৱে নষ্ট
বিঘ্নে অতিভয় কৰে পাৱে বহু কষ্ট॥
যেবে বহু দুখ আছে সকাম কৰ্ম্মত।
তেবে কিয় সৰ্ব্বলোকে জানি মৰ্ম্মতত্ত্ব॥
সকামত এৰিয়া নিস্কামত নেদে মন।
হেন শুনি হাসিয়া বোলন্ত নাৰায়ণ॥
নিস্কাম ধৰ্ম্মত যিতো নাপাৱয় উলি।
ৰহণুক আজোৰয় কচু আলু বুলি॥
আপাত সুন্দৰ শুনি বেদৰ বচন।
এহি পৰমাৰ্থ বুলি কহে মূঢ় জন॥
চাৰি মাস হৰিক যজয় জিবা লোক।
পাৱয় অক্ষয় লোক আনন্দ আসোক॥
পিবেক অমৃত হুইবে অজয় অমৰ।
এহিতো বেদৰ কৰ্ম্ম আপাত সুন্দৰ॥
আত পৰে আন কোন আছুই ঈশ্বৰ।
আনকো বুজায়ে এহি বুলি নিৰন্তৰ॥

কামে আকুলিত চিত্ত নাপায়ে সুকৃতি।
কহয়ে সকাম কৰ্ম্ম স্বৰ্গ সুখ প্ৰতি॥
স্বৰ্গত উপৰে কোন আছে কৰ্ম্ম ফল।
এহি কথা কহি ফুৰে প্ৰকটি সকল॥
নানা বিধ কৰ্ম্ম যোগ কহয় সদায়ে।
বোলা হৰি ভৱ বন্ধ তৰণ উপাই॥

---

ঘোষা॥ পদ্মপাণি মধুসূদন দেৱ।
তোমাৰ চৰণ বিনে গতি নাহি কেৱ॥
পদ॥ ভোগ ঐশ্চৰ্য্যত আতি নিবেসিত মন।
বেদৰ ৰচনা বাক্য হৰিলে চেতন॥
ঐশ্চৰ্য্য ঈশ্বৰত লয়ে এক শৰণ।
তথাপি নিচয় বুদ্ধি নোহে উপশম॥
বেদৰ বচন তুমি বাচিসাই লয়া।
আপাত সুন্দৰ বেদ মনে থিৰ হোৱা॥
সকাম কৰ্ম্মক মাত্ৰ কহে বেদগণে।
তুমিতো নিস্কাম হোৱা মোহোৰ বচনে॥
কাম ক্ৰোধ লোভ মোহ আৰু ৰাগ দ্বেষ
হিংসা পেই শূন্য সহ স্মৰণ নিশেষ॥
সবাকে সহিবা শীত উষ্ণ বায়ু পাই।
নিস্কাম হৈবাৰ মই কহিলো উপাই॥
ধৈৰ্য্যক আলম্বি মন কৰিবাহা সম।
অপ্ৰাপ্যক পাইবে লাগি এৰিবা উদ্যম॥
পালিয়ো ৰাখিবে লাগি নকৰিবা চিত্ত।
সাবধান হৈবা মোৰ বাক্য শুনি হিত॥
যাকে যাকে কামে ক্ৰোধে কৰয় আকুল
মনত কৰয় বিত্ত পাইবাক বহুল॥
পাইলিয়ো ৰাখিবে যত্ন কৰে অতিবেক।
সিতো জনে কেন মতে নিৰ্ধন হৈবেক॥

তুমি এবে সবে এৰি তুয়োক নিৰ্ম্মল।
বুলিবা বেদৰ সবে এহি কৰ্ম্মফল॥
ঈশ্বৰৰ আৰাধন কুবুদ্ধিসে সাৰ।
ইহাৰ দৃষ্টান্ত এবে শুনিয়োক আৰ॥
খালৰ আনিয়া পানী গৃহক মাজয়।
আন জল আনি শংখ তামী পখালয়॥
অন্ন ব্যঞ্জন ৰান্ধে আন জল আনি।
স্নান পান কৰে বহুতৰ জলে নামি॥
যেন নানা থানৰ আনিয়া নানা জল।
মনুষ্য কৰয় নিত্য কৰ্ম্মক সকল॥
মহা সৰোবৰে সবে এক থান হই।
মোহোৰ বচন সবে জানিবা নিশ্চয়॥
সেহি মতে বেদৰো অনেক বিধ ফল।
ব্ৰহ্মনিষ্ঠা পুৰুষত মিলয় সকল॥
ঈশ্বৰত এক নিষ্ঠা বুদ্ধি ভৈলা যাৰ।
ত্ৰিভুবনে অপ্ৰাপ্য আছয় কিবা তাৰ॥
ঈশ্বৰক আৰধিবে সকলে কৰ্ম্মৰ।
ফল পাইবো বুলি নেৰে নিৰন্তৰ॥
নকৰিবা ইতো বুদ্ধি তুমি ধনঞ্জয়।
শুনা শুনা কহো মই ইহাৰ নিশ্চয়॥
নিত্য নৈমিত্তিক কৰ্ম্ম কৰা নিতে নিত।
নকৰিবা ফল বাঞ্ছা তুমি কদাচিত॥
বাঞ্ছিলিসি আসি কৰ্ম্ম ফলে পাৱে লাগ।
অৱশ্যে কৰ্ম্মক নকৰিবা পৰিত্যাগ॥
ঈশ্বৰৰ অধীন হুয়া কৰা কৰ্ম্ম যত।
মই কৰো অভিমান নকৰা মনত॥
সিদ্ধি অসিদ্ধিত সদা হইবা অবিকাৰ।
আকেতো বুলিয়া সখি মোৰ বোল সাৰ॥
ঈশ্বৰত কৰ্ম্মফল অৰ্পি কৰে যত।
তাহান সমান নাই তিনিয়ো লোকত।

কাম্যে কৰ্ম্ম মানে তাতকৰি আতি হিন ।
জানিয়া ঈশ্বৰ সেৱা কৰা দিনে দিন ॥
কাম্যে কৰ্ম্ম কৰে যিতো সিতো দুষ্ট প্ৰাণী ।
কতো কাল ভোগ্য ভুঞ্জি হোৱে অধোগামী ॥
সকাম কৰ্ম্মত খানিতেকো নাহি সুখ ।
বোলা ৰাম কৃষ্ণ দূৰ হৌক ভৱ দুখ ॥

---

ঘোষা ॥ ৰাম হৰি ৰাম হৰি গোপাল গোপাল ॥

পদ ॥ মোক্ষক লাগিয়া যোনে কৰে আতিশয় ।
বিবেকৰ বলে জানি শাস্ত্ৰৰ নিচয় ॥
ঈশ্বৰত দ্ৰব্য নকৰয় ঘনে ঘন ।
ইন্দ্ৰিয় আজুৰি বলে আনি তাৰো মন ॥
ইন্দ্ৰিয় সকল ইতো পৰম বলিষ্ঠ ।
যোগী বংশৰো বৰ চিন্তয় অনিষ্ট ॥
যোগী হুয়া ইন্দ্ৰিয় নিয়মে প্ৰথমত ।
মোত পৰে আন নজানয় জান তাত ॥
গুণ বুদ্ধি বিষয়ক যিবা কৰে ধ্যান ।
বিষয়ত পৰে মনে নিচিন্তয় আন ॥
বিষয়ত মন যেবে বৈল অবিৰাম ।
তেবে পুৰুষৰ বিষয়ত হোৱে কাম ॥
নাপাইলে পুৰুষে যেবে বাঞ্ছিত বিষয় ।
তাত পাছে ক্ৰোধ উপজয় আতিশয় ॥
ক্ৰোধত পৰে মোহ উপজে অপাৰ ।
কৰ্ত্তব্য অকৰ্ত্তব্য যাতো নাহিকে বিচাৰ ॥
সম্মোহত পাছে আসি দুয়ে স্মৃতি ভ্ৰষ্ট ।
শাস্ত্ৰ আচাৰ্য্যৰো উপদেশ হয়ে নষ্ট ॥
সত্য নষ্ট ভৈলে পাছে চেতন হৰয় ।
আপুন পৰক লাগি নাহি পৰিচয় ॥
চেতন হৰিলে হুই মৃতক সমান ।
সবে অনৰ্থৰ হেতু বিষয়ৰ ধ্যান ॥

স্বভাৱে ইন্দ্ৰিয়গণ বিষয়ত ৰতি।
আক নিবোধিবে পাৰে কাহাৰ শকতি ॥
স্থিতপ্ৰজ্ঞ হুই যেবে ইন্দ্ৰিয় দমিবা।
তিনিয়ো লোকত তাক নপাও খুজিয়া ॥
ভৈলো শঙ্কামন হৰি বোলন্ত আপুন।
কহয়ো উপায় সখি শুনিয়ো অৰ্জ্জুন ॥
অভিমত পায়া যিতো নোহে হৰষিত।
নপালিও দ্বেষ নকৰয় কদাচিত ॥
নিলিখিল বিষয় ভোগ কৰয় বশ।
সেহি পুৰুষৰ জানা মন ভৈল বশ ॥
মন বশ্য ভৈলে সবে দুখ হোৱে হানি।
পৰম প্ৰসাদ তেবে পায়ে সেহি প্ৰাণী ॥
চিত্তত প্ৰসন্ন ভৈলে কি কহিবো আৰ।
থিৰতৰ বুদ্ধি সখি জানিবাহা তাৰ ॥
যাহাৰ ইন্দ্ৰিয় ভৈল বিষয়ত ৰতি।
কদাচিতো নচলে মন ঈশ্বৰক প্ৰতি ॥
শাস্ত্ৰ চাই গুৰু উপদেশ দেন্ত যত।
নুপজয় সদবুদ্ধি তাহাৰ মনত ॥
নভৈল যাহাৰ বুদ্ধি অতি থিৰতৰ।
সিতো কেনে ৰূপ চিন্তিবেক ঈশ্বৰৰ ॥
যাহাৰ নাহিকে ঈশ্বৰৰ ৰূপ ধ্যান।
তাৰ কেনমতে হৈবে ভয় পৰিত্ৰাণ ॥
দশোটা ইন্দ্ৰিয় সদা বিষয়ক ধায়ে।
তাহাৰ মনত যিতো একগোটা ঠায়ে ॥
মনক প্ৰেৰয় যিতো অনুক্ষণ কৰি।
সেহিটো ইন্দ্ৰিয়ে তাৰ বুদ্ধি নেই হৰি ॥
ঈশ্বৰক এৰি বিষয়ত কৰে ধ্যান।
এক গোট ইন্দ্ৰিয়ৰ বল এতমান ॥
দশোটায়ে মিলি যাক কৰে আকুলিত।
তবে আউৰ কৈত পাইলা ঈশ্বৰত চিত ॥

যেহেন প্ৰমত্ত কণ্ডৰেৰ নাও ভাসে।
সাগৰত পাইলে যেন প্ৰচণ্ড বতাসে॥
ইকূল সিকূল নপাই তল যাই মাজে।
সেহিমতে পুৰুষকো ইন্দ্ৰিয়ৰ কাজে।
স্বৰ্গকো নপাই ইন্দ্ৰিয়তো নাহি আশা।
দুৰ্ঘোৰ নৰকে নিয়া কৰয়ে বাসা॥
হেন জানি দেখ আৰ ইন্দ্ৰিয়ৰ বশ।
সেহি গোটা স্থিৰপ্ৰজ্ঞ পুৰুষ আবাস॥

---

ঘোষা। ৰঘুনাথ জীবেৰ জীৱন ৰাম স্বামী।
কৰা পৰিত্ৰাণ ভৈলো তুয়া দাস আমি॥

পদ। যিতো জনে কৰ্ম্ম কৰে ফল পৰিহৰি।
কেৱলে ঈশ্বৰ আৰধন মাত্ৰ কৰি॥
সেহিজন জ্ঞানী হুয়া এৰাই ভয় বন্ধ।
নিৰাময় মুক্তি পায়ে পৰম স্বচ্ছন্দ॥
এহিতো মুকুতি মই কেতিক্ষণে পাও।
তেবেতো বান্ধৱ দুখ সকলে এৰাও॥
হেন অৰ্জ্জুনৰ মনে অভিপ্ৰায় জানি।
ধেৰছেদ কৰিয়া বোলন্ত পদ্মপাণি॥
এহিমতে ঈশ্বৰক আৰধন্ত মনে।
তাহান প্ৰসাদে স্বত্ব হুয়ে যেতিক্ষণে॥
তেবেসে তোমাৰ বুদ্ধি জানা কুন্তীসুত।
অহংমম মদে হত এৰিব অসযেন্ত॥
ইন্দ্ৰ ব্ৰহ্মা মহেশ্বৰ পদ যত যত।
বন্দ কৰি নলৈবাহা কাহাকো মনত॥
বিষয়ক লাগি তেবে নযাই তাৰ মতি।
ঈশ্বৰৰ চৰণে হুইবেক এক মতি॥
মাধৱৰ বাণা শুনি শ্বেত যে বাহন।
বোলন্ত কহিয়ো স্থিৰ বুদ্ধিৰ লক্ষণ॥

কোননো লক্ষণ স্থিৰ বুদ্ধি বুলি তাক।
সাক্ষাতে স্বৰূপে তুমি বুজাও আমাক ॥
কিবা বোলে কেন মতে থাকে আসনত।
কেন মতে চিন্তে কেনে ফুৰে সংসাৰত ॥
সকলে কহিয়ো মোত বুজাই নিশ্চয়।
কৃপাৰ বিষয় যদি হও ধনঞ্জয় ॥
অৰ্জ্জুনৰ বাণী শুনি দেৱহৃষিকেশ।
বোলন্ত কহয়ো সখি শুনিয়ো নিশেষ ॥
পুত্ৰ দাৰা ধন জন স্বৰ্গ আদি কৰি।
পৰম আনন্দ কৰি যাকে যাকে ধৰি ॥
মল যে সুগুচে সৰ্ব্বদাই প্ৰেমৰাগি।
কৰ অবিৰোৰ্দ্ধ যিতো বিষয়ক লাগি ॥
হেন সব বিষয়ত এৰি অনুৰাগি।
ব্ৰহ্মানন্দে তুষ্ট হুয়া কৰে পৰিত্যাগি ॥
যেন ঘোল এৰে অমৃতৰ স্বাদ পাই।
বিয়ষক লাগি মন খানিকো নযাই ॥
সদায়ে সন্তোষ মন হয়ে যিবা জনে।
থিৰ বুদ্ধি বুলি সখি এতেক লক্ষণে ॥
দুখ ভৈলে ব্যাকুলিত নোহে যাৰ চিত।
সুখ ভৈলে আনন্দ নকৰে কদাচিত ॥
কাম ক্ৰোধ ভয় প্ৰিতি নাহিকয় যাৰ।
তাকে স্থিৰবুদ্ধি বুলি জানা সাৰে সাৰ ॥
পুত্ৰ মিত্ৰ জনত নাহিকে যাৰ স্নেহ।
অভিমানে যি জনে নকৰে নিজ দেহ ॥
প্ৰশংসা নকৰে যিতো অনুকুল পাই।
প্ৰতিকুল পায়া নিন্দা নকৰে সদাই ॥
উদাসিন ভাৱে থাকে বুদ্ধিত নিপুণ।
আকে থিৰ বুদ্ধি বুলি জানিবা অৰ্জ্জুন ॥
একাদশ ইন্দ্ৰিয়ক বিষয়ৰ পৰা।
যিবা জনে আকেৰসি আনে আতি ঘাৰা ॥

যেহেন কচ্ছপে অপুনাৰ হাত পায়।
অপ্রয়াসে সঙ্কোচিত কৰয় একঠাই ॥
এহি ভাৱে যিবা বিষয়ত দোষ দেখি।
তাকে স্থিৰবুদ্ধি বুলি জানিবাহা সখি ॥
বিষয় এৰিয়া যদি স্থিৰবুদ্ধি হয়।
তেবে মনে আতিশয় মিলিল সংশয় ॥
মহাৰোগে অতিভয় হুয়া যিবা লোক।
বিষয় নুভুঞ্জি সিয়ো স্থিৰ বুদ্ধি হৌক ॥
হেন জনে ভুঞ্জে মনে থাকেয় সংশয়।
মাধৱে বোলন্ত আত শুনিও নিশ্চয় ॥
অনেক দিবস যিতো কৰে উপবাস।
তাৰো পুনু বিষয়ত আছে অভিলাস ॥
বিষয়ক প্রতি ৰাগ নাথাকে ইমান।
ভোগৰ কাৰণে ঘোৰ ব্যাধিৰ কাৰণ ॥
নির্ভই নিদ্রাত শুতি আছে যিবা জন।
বিষয়ক নলৈ তাৰ ইন্দ্রিয় গণন ॥
সিয়ো তেবে স্থিতপ্রজ্ঞ হৌক যে নিশ্চয়।
বোলন্ত মাধৱে খণ্ডি ইহাৰ সংশয় ॥
শুনা শুনা সখি যেবে মোহোৰ বচন।
ত্রিভুবন মধ্যে যত যত প্রাণীগণ ॥
ঈশ্বৰ নিষ্ঠাসে জানা সবাৰে বঞ্চনি।
অশুনি সকলে জাত জাত কর্ম্ম মানি ॥
ইন্দ্রিয় নিয়মি যিতো এৰিলেক প্রিতি।
ঈশ্বৰ নিষ্ঠাতে তাৰ দেখে কতকতি ॥
বিষয় নিষ্ঠাত তাৰ নাহিকে উদ্যোগ।
যাত অজ্ঞে আনন্দে কৰয় উপভোগ ॥
জ্ঞানীৰ নিশা জানা প্রপঞ্চ সংসাৰ।
আহাৰো যে অভিপ্রাই শুনিয়ো আমাৰ ॥
যেন পঞ্চ দিনত নেদেখে একো কাল।
ৰাত্রি কালে বিষয় ভুঞ্জয় ভাল ভাল ॥

সেহি মতে নিমিলিত চক্ষু যোগীগণ।
বিষয়ক লাগি তাৰ নচলয় মন ॥
ঈশ্বৰক বিষয় স্থিৰ দৃষ্টি ভৈলা যাৰ।
আকো থিতপ্ৰজ্ঞ বুলি জানা সাৰে সাৰ ॥
জ্ঞানীৰ দৃষ্টি যেবে নাহি বিষয়ত।
কেন মতে ভুঞ্জে বিষয়ক যত যত ॥
ইহাত সংশই যেবে মিলে অতিৰেক।
মাধৱে বোলন্ত তেবে শুনিয়ো প্ৰত্যেক ॥
যেন নানা নদী জলে সাগৰ পূৰিত।
তীৰক লঙ্ঘিয়া নচলয় কদাচিত ॥
আনো তাত প্ৰবেশয় নানা বিঘ্ন যত।
তথাপি সাগৰ জল দেখিয় সকল ॥
ঈশ্বৰত দৃষ্টি আন ভিতি নচলয়।
যথা যোগ্য বিষয়ক ভোজন কৰয় ॥
পূৰ্ব্ব বাসানায়ে আসি মিলয় যত ভোগ।
তাকো পুনু যি মুনিৰ নাহিকে উদ্যোগ ॥
তথাপিতো যিতো মুনি নচলয় মতি।
সেহি মুনি জানা সখি পাইলেক মুকুতি ॥
যাৰ মন বিষয় কৰিলে আকুলিত।
তাৰ পুনু মুকুতি নাহিকে কদাচিত ॥
বিষয়ক পাই যিতো নোহে হৰিষিত।
নাপালিয়ো বাঞ্ছা নকৰয় কদাচিত ॥
মই কৰো বুলি নাহি সন্তোষ মনত।
যাৰ দৃষ্টি সুগুচই সদা ঈশ্বৰত ॥
পূৰ্ব্ব কৰ্ম্ম ফলে যিতো ভোগ মিলে আসি।
সবাকে ভুঞ্জে চিত্তে সুহি অভিলাসি ॥
সেহিতো পুৰুষে ভৱ সমুদ্ৰৰ পাৰ।
অপ্ৰয়াসে হোৱে তুমি জানা সাৰে সাৰ ॥
ব্ৰহ্ম বিষয়ত সখি নিষ্ঠা যাক বুলি।
কহিলো তোমাত সৰ্ব্ব শাস্ত্ৰ অৰ্থ তুলি ॥

হৰি আৰাধনে কৰ্ম্মে মুগ্ধ কৰি মন।
এহি ব্ৰহ্মা নিষ্ঠাক পাইলেক যিবা জন ॥
আউৰ নপৰয় সিতো সংসাৰ গৰ্ভত।
তোমাৰ আগতে মই কহিলোহো তত্ব ॥
মৰণ কালতে এহি ধাৰণাক ধৰি।
ক্ষেণ মাত্ৰ থাকে যিতো সঙ্গ পৰিহৰি ॥
ব্ৰহ্মত লিন হয়ে দেহ অবসানে।
দ্বিতীয় অধ্যায় সমাপতি এহিমানে ॥
কৃষ্ণৰ কিঙ্কৰে কহে ৰত্নাকৰ মিশ্ৰ।
হৰি ভক্তি কৰি তৰা সংসাৰত হৃষ্ট ॥
কলিকালে নৰতনু ভাৰত ভূমিত।
লভিলাহা জন্ম বহু মুকুতি কলিত ॥
সাফল কৰিয়ো জন্ম নকৰিয়ো বৃথা।
আন কাম এৰিয়া শুনিয়ো হৰি কথা ॥

---

শ্লোক ॥ অৰ্জ্জুনায় সুভক্তায় কৰ্ম্মযোগং সুনিৰ্ম্মলং।
কৃপয়োপাদিশৎ তস্মৈ কৃষ্ণায় গুৰুবে নমঃ ॥

ঘোষা ॥ ৰাম হৰি, সংসাৰে ভয়, খণ্ডিয়ো করুণাময়,
চৰণে শৰণ লৈলো বাপ।
তোমাৰ সুশুনি কথা, বিষয় কৰিলো বেথা,
হৃদয়ে নখণ্ডে সদা তাপ ॥

পদ ॥ অৰ্জ্জুনে বোলন্ত স্বামী তোমাৰ বাক্যত আমি,
ভাল মতে সুবুজিলো মৰ্ম্ম।
জ্ঞান বৰ্গ ধৰি আতি, মোহময় বান্ধ কাটি,
পাছে কিয় আচৰিব ধৰ্ম্ম ॥
কৰ্ম্মযোগ পৰিহৰি, জ্ঞানযোগ তুলি ধৰি,
মনে যেবে দেখা শ্ৰেষ্ঠতৰ।
কাটন ছিঙ্গন কৰ্ম্ম, ক্ষেত্ৰিয়ৰ নিজ ধৰ্ম্ম,
বুলি মোক পাঞ্চা দামোদৰ ॥

সংশয় জনৰ বাণী, বুলি যেন চক্রপাণি,
মোহে যেন কৰে মোৰ মন।
কৰ্ম্ম যেন অনুসৰি, এক গোটা নিষ্ট কৰি,
উপদেশ দিয়া নাৰায়ণ ॥
তথু উপদেশ পাই, আতি অপ্রয়াসে যাই,
তৰো যেন সংসাৰ সাগৰ।
বাক্য শুনি অৰ্জ্জুনৰ, কৃপাময় দামোদৰ,
হাসি হাসি বুলিলা উত্তৰ ॥
দ্বিতীয় অধ্যায়ে জানি, অধিকাৰি ভেদ মানি,
কহিলা আদি বিদ্ধ প্রকাৰ।
মন শুদ্ধ ভৈল যাৰ, জ্ঞান যোগ কৈলো তাৰ,
আমাক চিন্তিবে বাৰে বাৰ ॥
শুদ্ধ নোহে যাৰ মন, বিষয়ক ঘনে ঘন,
চলে মোৰ ভিতিক নযাই।
কৰ্ম্ম যোগ তাক লাগি, কহিলও মাত্র ত্যাগি,
চিত্ত শুদ্ধি কৰণ উপাই ॥
অৱশ্য বিহিত যত, সমৰ্পিয়া ঈশ্বৰত,
কৰ্ম্ম যোগ নকৰয় যায়ে।
নাহি তাৰ চিত্ত শুদ্ধি, মুপজয় জ্ঞান বুদ্ধি,
কেন মতে সিতো জ্ঞান পায়ে ॥
সকলে জ্ঞানক এৰি, জ্ঞানকো নিন্দয় বেঢ়ি
মুকুতিক কৰয় প্রবন্ধ।
মোৰ এহি অভিপ্রায়, তাৰ পুনু মোক্ষ নাই,
মুগুছে মুগুছে ভয় বন্ধ ॥
কোননো পুৰুষ আছে, যোগী বা জ্ঞানাবা পাছে,
কৰ্ম্ম নকৰিয়া ক্ষেণ মাত্র।
থাকিবাক কৰে ইচ্ছা, তাহাৰ দৰপ মিছা,
সিতো কোন নৃপতিৰ পাত্র ॥

স্বভাৱ গুণৰ বলে, কৰাৱয় অবিকলে,
মুহিকই আপুনি স্বতন্ত্ৰ।
বোৱাৰীৰ ইছা যেন, গাওঁ ফুৰিবাক চাহে,
মিছায়ে কৰয় তন্ত্ৰ মন্ত্ৰ ॥
দুই হস্ত কাক্য পায়ে, নিয়মিয়া এক ঠায়ে,
মাধৱৰ ধ্যান চলে থাকে।
মনে স্মৰে অমুকাৰ স্ত্ৰী আছে মনোহৰ,
কেন মতে পাওঁ মই তাকে ॥
বিশিষ্ট মোদক প্ৰাণ কেনে মিলে মোৰ থান,
প্ৰচুৰ কৰিয়া ধন বিত্ত।
এহিটো দাম্ভিক আতি, পূজা লয়ে কপাট পাতি,
আকে তাৰ শুদ্ধ নোহে চিত্ত ॥
মুখ চক্ষু নাসা কাণ জিহ্বা কৰি এক থান,
মনে ঈশ্বৰত নিয়া ধৰে।
বাহিৰে বিষয় যাক, হস্তে পায় বক্ষে আকে,
অনুকুলে সবে ভোগ্য কৰে ॥
মই কৰো বঙ্গ মনে, নকৰয় থানে থানে,
ঈশ্বৰ অধীন হুয়া থাকে।
বাহিৰে বিষয় ত্যাগি, মনে যিতো অনুৰাগি,
আত কৰি ভাল দেখো তাকে ॥
জানি নিত্য কৰ্ম্ম যত, কৰা তুমি অভিমত,
কৰ্ম্ম কৰাস্তাসে শ্ৰেষ্ঠতৰ।
সৰ্ব্ব কৰ্ম্ম এৰে যেবে, জানিবা মোক্ষৰ তেবে,
নৰৈবেক এহি কলেৱৰ ॥
সাখ্যং শাস্ত্ৰ তত্ত্ব জানি, কেহো কেহো বোলে বাণী,
কৰ্ম্মে পুনু বদ্ধ কৰে আতি।
তত্ত্ব নাজানিয়া কথা, কহি মাত্ৰ ফুৰে সদা,
সুশুনিবা তাক কাণ পাতি ॥

মাধৱৰ আৰাধন বিনে যত কৰ্ম্মগণ,
সংসাৰত সুখ দুখ দুই।
উদ্যোগী বিস্তৰ প্ৰতি, কৰ্ম্ম কৰে মোৰ নিতি,
সিতো কৰ্ম্মে বৈকুণ্ঠক নেই॥
এবে তুমি হেন জানি, বিষ্ণুৱেসে প্ৰিতি মানি,
নিত্য কৰ্ম্ম কৰা যত যত।
নলৈবাহা ফল ধৰ্ম্ম তাৰ, জানিয়া বচন সাৰ,
মোহোৰ এহিসে অভিমত॥
শুনা আৰো কহো কথা, ব্ৰহ্মায়ে কহিলা যথা,
পূৰ্ব্বে প্ৰজা স্ৰজি প্ৰজাপতি।
নানা যজ্ঞ সমন্বিতি, শুনা সবে এক চিতি,
মোৰ বাক্যে কৰিবাহা ৰতি॥
এৰি নানা যজ্ঞ কৰা, আমাৰ বচন ধৰা,
পুত্ৰে পৌত্ৰে বাত্যিবাস ফল।
নেদেখিবা আক অল্প নোহো মোৰ ব্ৰহ্মা কল্প,
অভিমত পাইবা তেবে ফল॥
যজ্ঞ দেৱগণ জয়া, মোৰ বাক্যে সবে প্ৰজা,
তেবে দেৱগণ হুইবে তুষ্টি।
বাঢ়িবাহা ধনে জনে, যাবে চন্দ্ৰ সূৰ্য্য মানে,
অনুকুলে কৰিবেক বৃষ্টি॥
দেৱতাৰ বৃষ্টি জলে, শষ্য বাঢ়ে অবিকলে,
দেৱক নেদিয়া যিতো খাই।
দুৰ্জ্জন টেণ্টন আতি, সেৱা লয়ে কপট পাতি,
সেহিজন জানা চোৰ প্ৰাই॥
স্ৰজন্তে কতেক পলু, পিম্পৰা মৰিয়া যাই,
কাটন্তে কতেক বীজ হানি।
বান্ধন্তে যতেক কীট পতঙ্গ পৰিয়া মৰে
কলসৰ পৰি পৰি পানী॥

বাটন্তে অনেক বীজ শতেক হোৱয় নষ্ট
পাঞ্চ হিংসা গৃহস্থৰ ধৰ্ম্ম।
বলে বিশ্বদেব কৰি সৰ্ব্বদোষ পৰিহৰি
সুখে থাকে দেৱৰ লোকত ॥
যিতো পুনু মন্দভাগি আপুনি যাইবাক লাগি
অন্নুক ৰান্ধয় সৰ্ব্বদাই।
নাহি ইষ্টদেৱ তাৰ আতি সিতো পাপাচাৰ
অন্ন নোহে পাপ মাত্ৰ খাই ॥
পাপ পুণ্য অৱসানে অৱশ্যে চন্দ্ৰমা থানে
লিখিল যতেক জীউজাক ।
চন্দ্ৰ ৰশ্মি সমে গতি শষ্য ৰূপে পৰে নিতি
পায়ে সৰ্ব্বলোকে খাই তাক ॥
পিতৃৰ ৰেটস ৰসে মাতৃৰ শোণিত সঙ্গে
উপজয় যত যত প্ৰাণী।
বৃষ্টিত উপজে অন্ন বৃষ্টি যজ্ঞভুতপন্ন
যজ্ঞ কৰ্ম্মত হুইবেক জানি ॥
কৰ্ম্ম বেদত জতি বেদত পৰন্ত খতি
ব্ৰহ্ম সৰ্ব্ব কৰ্ম্ম আছে ব্যাপি।
কৃষ্ণৰ দাসৰ দাস ৰত্নাকৰ মিশ্ৰ ভণে
ৰাম ৰাম বোলা সবে ডাকি ॥

ঘোষা ॥ এ কৰা দয়া কমললোচন দেৱ স্বামী।
তোমাৰ ভকতিক মনে কৰো উৰ্দ্ধগামী ॥

পদ ॥ আপুনাত যাৰ প্ৰিতি সন্ত ভৈল চিত্ত।
ব্ৰহ্মানন্দে যিবাজনে ভৈলেক নিবৃত ॥
আপুনাত তুষ্ট ভোগ ইচ্ছা নাহি যাৰ।
তাহাৰ জানিবা কৰ্ম্মে নাহি অধিকাৰ ॥
কৰ্ম্ম কৰিলিয়ো পুণ্য নপায়ে বিস্তৰ।
নকৰিলে পাপ তান নপাৰে ওচৰ ॥

তিনিও লোকত তাৰ নাহিকে বাঞ্ছিত।
নিৰহঙ্কাৰে বিধি নিষেধ ৰহিত ॥
হেন জানি সখি তুমি এৰি কৰ্ম্ম ফল।
নিত্য নিয়মিত যত কৰিয়ো সকল ॥
মই কৰো অভিমান এৰিয়ো সদাই।
পাইবাহা মুকুতি ঘোৰ সংসাৰ এৰাই ॥
পূৰ্ব্বে জনকাদি কৰি যত ৰাজ চয়।
কৰ্ম্ম কৰিলি লয়ে তৰিলা ভৱ ভয় ॥
মই জ্ঞানী বুলি আদি অহঙ্কাৰ কৰা।
তথাপিতো তুমি কৰ্ম্ম নেৰিবাহা পৰা ॥
তুমি কৰ্ম্ম এৰিলে অজ্ঞানী যত যত।
তোমাক দেখায়া কৰ্ম্ম এৰিবে সমস্ত ॥
কৰ্ম্মত্যাগ পাপে সবে যাইব যমপুৰ।
লোকক চাহন্তে কৰ্ম্ম কৰিয়ো প্ৰচুৰ ॥
শিষ্টলোকে যেহি যেহি কৰ্ম্ম কৰে জানি।
আন লোকে কৰে তব মত অনুমানি ॥
সকামে বা নিস্কামে বা কৰে যত যত।
সৰ্ব্বলোকে কৰে পাছে তাহাৰ সম্মত ॥
কৰ্ত্তব্য নাহিকে মোৰ তিনিও লোকত।
অপ্ৰাপ্য নাহিকে মোৰ জানা অভিমত ॥
তথাপি কৰয় কৰ্ম্ম লোকৰ কাৰণ।
মই যেবে এহি নকৰোও কৰ্ম্মগণ ॥
মই এৰিলে এৰিবেক সৰ্ব্বজন।
কৰ্ম্মনাশে প্ৰজা সবে হৈবেক উছন্ন ॥
অধৰ্ম্মত ভৈল হন্তে বৰ্ণ যে শঙ্কৰ।
মই কৰ্ত্তা তাহাৰো ভৈলোহো নিৰন্তৰ ॥
অকাৰ্য্য কৰন্তা কোন মোত ব্যাতিৰেকে।
মইসে কৰাইলো হুয়া সবাকে পাতেকে ॥
অজ্ঞানী সবাক কৰ্ম্ম কৰে যেন মত।
অহঙ্কাৰী ফল বাঞ্ছা কৰয় মনত ॥

জ্ঞানীজনে স্বকৰ্ম্ম কৰিব সেহিথান।
ফল নলৈবেক নকৰিবেঁ অভিমান॥
যেন মতে সবে লোকে নেৰে কৰ্ম্মচয়।
জ্ঞানীৰো সকলে কৰ্ম্ম কৰিবে লাগয়॥
ফল বাঞ্ছা কৰি কৰ্ম্ম কৰে যিবা প্ৰাণী।
নকহিবা তাত উপদেশ বাণী॥
আপুনি কৰিয়া কৰ্ম্ম কৰাইবাহা তাক।
মোহোৰে শুনিবা সখি তুমি হিতবাক॥
কৰ্ম্মকো এৰিব জ্ঞান নুপজিবে তাৰ।
উভয়ত ভ্ৰষ্ট হুয়া হুইব দুৰাচাৰ॥
অজ্ঞানীত জ্ঞান নকহিবা জানি হিত।
যেন কেহো স্বৰ্ণ ভাণ্ডে নথৱয় ঘৃত॥
অভিপ্ৰায় কহো আৰো থিৰ কৰা চিত্ত।
যেন খৰতৰ নদী দেখি ভয় ভীত॥
যাৱে জলে বেগে বুৰায়ে বাৰে বাৰ।
আগে নাৱে উঠি লয়ে স্বজান কাণ্ডাৰ॥
অপ্ৰয়াসে যাই সুখে নদী কত বহে।
সেহি ভাৱে জীৱ জনে বিষয় স্মৰণে॥
ৰাগ দ্বেষে শত্ৰু নতো যাৰে পাৱে লাগ।
হৰি ভক্তি নৌকাত উঠিব তাত আগে॥
সংসাৰক তৰিয়া যাইবা অপ্ৰয়াসে।
হেন জানি স্বধৰ্ম্মত কৰি অভিলাস॥
যুদ্ধ কৰি মৰা যেবে স্বৰ্গে চলি যাইবা।
পৰম অধৰ্ম্ম কৰি পুনুলোক পাইবা॥

ঘোষা॥ নমো নমো গোবিন্দ দেৱ অনন্ত।
পাতকীক সংসাৰে তৰিয়ো ভগৱন্ত॥

পদ॥ প্ৰকৃতি তিনি গুণে মোহ হুয়া আতি।
পৰৰ দোষক গৈয়া লয়ে গায় প্ৰতি॥

ইন্দ্ৰিয়ে ভোগয় ভোগ বিষয়ক জানি।
মই ভুঞ্জু বুলি তাক মানয় অজ্ঞানী ॥
স্বভাৱতে মন্দ যাৰ বিষয়ত ৰতি।
জানি তাক জ্ঞান দিয়া নচালেয় মতি ॥
সখি পুনু তুমি এবে মোৰ বোল কৰা।
সকালে শাস্ত্ৰৰ সাৰোত্তৰ কৰি ধৰা ॥
মই ঈশ্বৰত কৰ্ম্ম অৰ্পিবা সকল।
কদাচিতো তাৰ তুমি নলৈবাহা ফল ॥
নোহও স্বতন্ত্ৰ মই ঈশ্বৰেসে স্বামী।
যেহি যেহি কৰ্ম্মক কৰন্ত অন্তৰ্য্যামী ॥
তানে আজ্ঞা পাই মই কৰো তাকে তাক।
এহি মনে ধৰি যুজি মাৰো শত্ৰু জাক ॥
বন্ধু বধ নিমিত্তক এৰিবা তাপ।
স্বধৰ্ম্ম কৰন্তে তোমাক নপাইবেক পাপ ॥
এহিমতে মোৰ অলৌকিক হেন জানি।
পৰম শ্ৰদ্ধায়ে আচৰয় যিবা প্ৰাণী ॥
বেদক ৰাখন্তে কৰায়ন্ত কৰ্ম্ম যত।
হেন সব দোষ দৃষ্টি এড়িয়া আমাত ॥
স্বৰ্গ নৰকক আদি কৰি কৰ্ম্মফল।
সেহি পুৰুষক জানা এৰয় সকল ॥
যিতো এহি মোৰ নিজ মত নকৰয়।
আনক বিবাদ কৰি আমাক নিন্দয় ॥
বিস্তৰ শকতি তাৰ নাহিকে শাস্ত্ৰত।
এতেকেসে পাপিষ্ঠে নলৈব মোৰ মত ॥
কৰ্ম্মতো জ্ঞানতো বুদ্ধি নোহয় নিপুণ।
জীয়ন্ততে মৰা তাক জানিবা অৰ্জ্জুন ॥
ইন্দ্ৰিয়ক নিয়মিয়া এৰি কৰ্ম্মফল।
স্বধৰ্ম্ম কৰিয়া তবে নৰক সকল ॥
কৃপাময় গোপালে বোলয় তেবে শুনা।
পৰম ৰহস্য কহো মনে ধৰি গুণা ॥

প্ৰাচীন কৰ্ম্মৰ সবে অধিন জগত।
কৰিতে নোৱাৰে আপুনাৰ অভিমত॥
শাস্ত্ৰক বিচাৰ কৰি গুণ দোষ জানি।
স্বভাৱক এৰাইবাক নপাৰয় প্ৰাণী॥
জ্ঞানীয়ো নপাৰে অজ্ঞানীৰ কোন কথা।
ইন্দ্ৰিয় নিগ্ৰহি কিক মৰিবেক বৃথা॥
স্বভাৱৰ বলে জেন্তা এৰাইবে নোৱাৰে।
জুলুকিৰ শল যেন লাঞ্জ মাত্ৰ লাৰে॥
প্ৰকৃতি অধিন যেবে সবে লোক হই।
বেদে কিয় কয়ে বিধি নিষেধ কৰয়॥
শ্ৰুতি স্মৃতি বিনে জাত সবে ভৈল বৃথা।
হাসিয়া বোলন্ত হৰি শুনা আৰো কথা॥
দশ গোট ইন্দ্ৰিয়ৰ দশোটা বিষয়।
নিৰন্তৰে ৰাগ দ্বেষ ব্যাপিয়া আছয়॥
কদাচিতো তাৰ মুহিবাহা বশবৰ্ত্তি।
এহি মানে নিয়ম কৰয় শ্ৰুতি স্মৃতি॥
জ্ঞানীয়ো কৰিব যেবে কৰ্ম্মক নিশেষ।
জ্ঞানী অজ্ঞানীৰ তেবে কোননো বিশেষ॥
মাধৱে বোলন্ত তেবে শুনা কহো ভেদ।
অজ্ঞানী জ্ঞানীৰ তেবে কৰ্ম্ম পৰিছেদ॥
প্ৰকৃতিৰ গুণ কাৰ্য্য ইন্দ্ৰিয় সকল।
নানাবিধ বিষয় ভুঞ্জয় অবিকল॥
মই কৰো বুলি তাক কহয় অজ্ঞানী।
সাবধান হোৱা মোৰ বচনক জানি॥
তত্বজ্ঞানী সবে পুনু জানি স্বৰূপত।
কৰ্ত্তব্য কৰ্ম্মক সিতো কৰে যত যত॥
ইন্দ্ৰিয়ে বিষয় ভুঞ্জে মই তাৰ ভিন্ন।
এহি বুলি কৰ্ম্ম আচৰয় দিনে দিনে॥

---

ঘোষা ॥ হৰি কি ও হৰি গোবিন্দ ৰাম।
মোৰ মুখে সদায় নচাৰোক তযু নাম ॥

পদ ॥ অৰ্জ্জুনে বোলন্ত প্ৰভু দেৱ হৃষিকেশ।
কহিয়োক এক মোক হিত উপদেশ ॥
কোনেনো পাঞ্চয় পুৰুষক যুদ্ধ প্ৰতি।
ঘোৰতৰ পাতেকক কৰিবাক প্ৰতি ॥
ইচ্ছায়ো নাহিকে পুৰুষৰো কদাচিত।
তথাপি পাপক নেই কিনো বিপৰীত ॥
জ্ঞানৱান নিৰোধ কৰয় ৰাগ দ্বেষ।
কহিয়োক আত অনুসন্ধান বিশেষ ॥
মাধৱে বোলন্ত সখি শুনা কুন্তীসুত।
কাম ক্ৰোধ এহি দুই শত্ৰু অদভুত ॥
এহিসে কৰয় ঘোৰতৰ পাপ চয়।
যত খাই মানে আৰ ক্ষুধা নখণ্ডই ॥
প্ৰিতিৰ বাক্যত আৰ উপসম নাই।
আতি উগ্ৰৰূপ শুনি দ্বিগুণে কিটাই ॥
যেন বস্ত্ৰে সকল অগ্নিক আছে ব্যাপি।
দাপনিক যেন মনে ধৰি আছে চাপি ॥
গৰ্ভ বেষ্টন চাল যেহন গৰ্ভ ঢাকি।
আছে আগ পাছু পাশ পাঞ্চৰক চাপি ॥
সেহি ভাৱে কাম ক্ৰোধে জ্ঞানক যে ঢাকি
নিৰন্তৰ ভাৱে আছে জগতকে ব্যাপি ॥
জ্ঞানীৰ জ্ঞানক ঢাকি থাকে সৰ্ব্বক্ষণে ॥
কামত পৰে যেন শত্ৰু নাহি ত্ৰিভুবনে।
যত খাই মানে আৰ নুপুৰে উদৰ ॥
যেন তৃণ ভস্ম কৰি জ্বলে বৈশ্বানৰ।
ইন্দ্ৰিয়ত মনত বুদ্ধিত থাকি দুষ্ট ॥
সকলোৰে অনিষ্ট চিন্তয় হৃষ্টপুষ্ট।
জ্ঞান বিজ্ঞানক নষ্ট কৰে দুৰাচাৰ।
ইন্দ্ৰিয়ক বশ্য কৰি চিন্তা আৰ মাৰ ॥

শৰীৰত কৰিয়া ইন্দ্ৰিয় শ্ৰেষ্ঠ জানি।
যাহাৰ প্ৰসাদে বিষয়ক লৱে প্ৰাণী ॥
ইন্দ্ৰিয়ত কৰিয়া যে শ্ৰেষ্ঠ হয়ে মন।
সঙ্কল্প বিকল্প যিতো কৰে ঘনে ঘন ॥
নিশ্চিতয়া মোক বুদ্ধি তাতো শ্ৰেষ্ঠতৰ।
আশেষ বিশেষ জ্ঞান উপজে লোকৰ ॥
বুদ্ধিতো কৰিয়া শ্ৰেষ্ঠতৰ হয়ো জীউ।
সুখ দুখ নাহি সনাতন সদাশিউ ॥
বুদ্ধিৰ যে নিয়মক আমোক জানিয়া।
নিশ্চয় আমোক বুদ্ধি মন নিয়মিয়া ॥
দুৰ্জ্জয় শত্ৰুক ইতো কামৰূপক ধৰা।
হেন জানি সখি ভূমি মাৰিয়ো সত্বৰ ॥
ৰত্নাকৰ মিশ্ৰ কৃষ্ণৰ চৰণ পদ্মৰ।
গন্ধ লোভে ফুৰে তাৰ নেৰয় ওচৰ ॥
কিছো কিছো কৰি যেবে পৰিবাক চাই।
বিষয় বতাসে নিবে চাৰে উৰুৱাই ॥
দুই পাখি তুলি থাকে হেঠমুণ্ড কৰি।
চৰণ পদ্মৰ গন্ধ নাসা আগে ধৰি ॥
কাম সঙ্গমে আসি দান্ত ভিৰে টানে।
তথাপি গন্ধকে সুঙ্গে প্ৰাণ থাকে মানে ॥
ক্ৰোধ ব্যাঘ্ৰ টেটুত ধৰিয়া দৃঢ় কৰি।
ৰুধিৰ পিবাক চাহে বিদাৰণ কৰি ॥
তথাপিতো কৃষ্ণ পাদ পঙ্কজৰ গন্ধ।
ঘ্ৰাণ কৰিবাক মনে কৰন্ত প্ৰৱন্ধ ॥
হৰিৰ চৰণে মোৰ হৌক অভিলাস।
যদি কৰ্ম্মবন্ধে হোৱে নৰকত বাস ॥
এহিতো প্ৰাৰ্থও প্ৰভু তোমাৰ পাৱত।
তৃতীয় অধ্যায়ে এহি মানে সমাপত ॥

---

# অনিৰুদ্ধ।



## গীত

জয় পীতাম্বৰ, বন্ধুলি অধৰ,
কুন্দ কেৰি কোৰ, দশনক জোৰ,
সুমনস তিল, নাসা ওথি মিল,
অলিকো যুগল, নয়ন উজ্বল,
ভ্রূৰ কাম চাপ, পেখি হৰে তাপ,
মুহ পূৰ্ণ ইন্দু, তাহে সেদ বিন্দু,
চিবুক সুঠান, হেৰি হৰু প্ৰাণ,
কণ্ঠ কম্বু তুল, দীৰ্ঘ চাৰু থুল,
মৃণালক মূল, ভুজ দুহু তুল,
সিংহ বক্ষে যান্তি, হৃদি বৰু কান্তি।
পুষ্কৰক তুল, নাভিকহু মূল ,
ইভ পাণি সম, উৰু মনোৰম,
জঙ্ঘা দুহু কান্তি, পেখি হৰে ভ্ৰান্তি,
চৰণ বিৰাজে, মঞ্জীৰ তা বাজে,
অঙ্গুলিক পান্তি, ৰত্ন সম কান্তি,
নখ মণি জোড়, চন্দ্ৰ দশ থোড়,
পদ তল ৰাতা, ভক্ত তাপ ত্ৰাতা,
কৃষ্ণক সমান, নাহি ৰূপ আন,
দেৱকাদি দেৱা, জানি কৰু সেৱা,
কৃষ্ণকেৰি নাম, ধৰ্ম্ম অনুপাম,
জানি মহা ধৰ্ম্ম, হৰিনাম কৰ্ম্ম,
সহস্ৰ বয়ন, গাৱে অনুক্ষণ,
পৰম গোপ্যনি, ধৰ্ম্ম শিৰোমণি,
জ্ঞান ভক্তি যত, নামৰ শেষত,

অপায়ে ৰহিত, নিৰপায়ে থিত,
সুখক দিয়ন্তা, ওহিসে তাৰন্তা,
সেহি সে পণ্ডিত, নামতেসে চিত্ত,
কৰিয়া পিৰিত, হৰয়ে দুষিত,
বিচাৰিয়া বিধি, বেদকহু চাৰি,
ৰাম নাম ধৰ্ম্ম, থৈলাহা উদ্ধাৰি,
যুধিষ্ঠিৰ ৰাই, কৰি ৰাজসূই,
পুচিলা কৃষ্ণত, কোন শ্ৰেষ্ঠ তত্ত্ব,
তুলিয়া কিৰিটি, সত্য কৰি ডাটি,
নাম বিনে আন, ধৰ্ম্ম নাহি জান,
সমস্ত বাদীৰ, গৰ্ব্ব ভৈলা চুৰ,
কৃষ্ণ বাক্যে কৈলা, সংশয়ক দূৰ,
শুকে পুচিলন্ত, ৰাজা মহাসন্ত,
ভাগৱত শুনি, কি পালা আপুনি,
ইতো শাস্ত্ৰে প্ৰাণ, নেদেখিলোঁ আন,
কৃষ্ণেসে দেৱতা, নামেসে ত্ৰাৰন্তা,
আত পৰে আৰ, নাহি নাহি সাৰ,
পৰীক্ষিত বাক্যে, প্ৰমাণ ইহাৰ,
নাম ধৰ্ম্ম তত্ত্ব, বৈলেক শাস্ত্ৰত,
জানিয়া নামত. শঙ্কা কৰা হত,
কলি যুগে নাম, ধৰ্ম্ম অনুপাম,
ৰামক নাম, তৰণী উপাম,
ভকতক ধন, অমূল্য ৰতন,
কহে অনিৰুদ্ধে, বোলা ৰাম ৰাম,

(ঝুমড়া—) এ ভাই কমনে কৰ বিহাৰ।

প্ৰচণ্ড বেগৰ ঠাঠে কহি আছে উমানন পৰাগাৰ ॥

গন্ধৰ্ব্ব কটক গোটে গোটে পড়ি,

আগতে মৰিয়া যাই।

তৃষ পাইকৰ, হাজৰা পড়য়,

বঙ্গ কৰ তাকে চাই ॥

বত্ন কৰ গোট আগতে পৰয়,

আনন্দ কৰ অধিক।

সকলে কটক পাৰিয়া নিলেক,

উমানন পৰা কিক ॥

শিলাঞ্চাৰ গড় ভাঙ্গিয়া কটক,

ইটাৰ গড় খসাই।

তথাপি নিসাৰে আছ কেনে ভাই,

অগ্নিৰ গড় নিমাই ॥

প্ৰচণ্ড বেগৰ বহিনী সুন্দৰী,

জ্বৰা আসি লাগ পাই।

অলক্ষিত ভাৱে পুৰুষক পাই,

স্বামী বৰিলেক তাই ॥

তেজ মাংস যত আগতে শোসয়,

ছাল হোৱে সোটা সোট।

ভাই ভনীয়ে নগৰ বেড়িয়া,

দিয়ে আতিবৰ ছোট ॥

যন্ত্ৰন পাইকে দুৱাৰ ভেটয়,

ওলটাই শকতি নাই।

ভয়ে নৃপতিয়ো গৰ্জ্জিবেক লৱৈ,

সাতো পুৰুষক চাই ॥

মৃত্যুয়ে নিকট চাপিলেক আসি,

নিবেক ডোল লগাই।

তথাপিতো তাৰ ইতো বিমৰিষ,

মনৰ অগ্ৰতো নাই ॥

ধন জন ক্ষেত্ৰ বিষয় সুখত,
আনন্দ মানে অধিক।
যত্তপি বিষয় ভুঞ্জিবে সুৰাবে,
তাতে ৰতি অত্যন্তিক॥

হৰি চৰণত শৰণ পশিয়া,
নকৰ যাৱে ভকতি।
কালৰ হাতত এড়াইবেক লাগি,
আছয় কাৰ শকতি॥

কৃষ্ণৰ চৰণে ভকতি বিহীন,
হুয়া সুখে লয় মতি।
কহে অনিৰুদ্ধ ইবাৰ করুণা,
কৰা মোক যদুপতি॥

---

এ মনক মনে পাৰস নিন্দ।
মায়া শয্যা মাঝে মজিয়া আছস,
জাগিয়া চিন্ত গোবিন্দ॥

যেন সোপনত শৰীৰ ধৰিয়া,
ভ্ৰমে জীৱ ঠাই ঠাই।
সেহি শৰীৰত সুখ দুঃখ পায়া,
বিষয় ভুঞ্জে সদাই॥

সেহি মতে জীৱ শয্যাৰ শৰীৰ,
তাক বিস্মৰিয়া যাই।
স্বপ্ন তনু সম নবদেহ পায়া,
সুখ মান তাকে পাই॥

গুৰু চৰণৰ অনুগ্ৰহ লভি,
যেমনে চেতন পাৱে।
স্বপ্ন প্ৰায় ইতো শৰীৰ পাসৰে,
স্বৰূপ সুমৰি যাৱে॥

জীৱৰ বিষয় শ্ৰৱণ কীৰ্ত্তন,
ভক্তেসে সুহৃদ জন।
ভকতৰ সঙ্গত সৰ্ব্বক্ষণে ৰমে,
শ্ৰৱণ কৰি কীৰ্ত্তন॥

ভাৰ্য্যা পুত্ৰ সব দেহৰ সঙ্গীয়া,
তাতে সে কৰিয় ৰতি।
মায়া শয্যা মাজে নিদ্ৰাত পৰিয়া,
নেদেখি হৰি ভকতি॥

কৃষ্ণ চৰণৰ অনুগ্ৰহ ভৈল,
যিতো পুৰুষক প্ৰতি।
তেবেসে ঈশ্বৰ কৃষ্ণত কৰিবে,
সস্নেহ প্ৰেম ভকতি॥

ভকতি বিহীন জীৱন্ততে মৰা,
ভাটিৰ যেন নিশ্বাস।
পশুৰ স্থলত ইন্দ্ৰিয়ৰ সুখ,
তাতে সে কৰস আশ॥

যেন প্ৰতিবিম্ব শৰীৰ দেখিয়া,
পাসৰে নিজ শৰীৰ।
প্ৰতিবিম্ব সম নৱদেহ পাই,
মনে কৰিলেক ঠিৰ॥

নিজ দেহ সম জীৱক আগতে,
নেদেখে মন লোচনে।
হৰি ভক্তি বিনে জীৱৰো কুশল,
নাই জানা সৰ্ব্বজনে॥

কহে অনিৰুদ্ধ মহামুক প্ৰায়ে,
ভকতি বিহীন মন।
ইবাৰ কৰুণা কৰিয়োঁ গোপাল,
চৰণে লৈলোঁ শৰণ॥

## ৰাগ শ্ৰীগৌৰী।

গোবিন্দ চৰণ ধন ভজ মোৰ মন।
আন যত ধন দেখি সবে অকাৰণ ॥
যেন সৰিতিৰ জল বৰিষাত বৃদ্ধি পাই।
পুনু ৰবি ৰশ্মি লাগি তাতে হোৱে চাই ॥

দ্ৰবিণৰো সংযোগ বিযোগ তেত্মু হয়ে।
মনে পুৰুষৰ সুখ দুঃখ কহিৱয়ে ॥
পোষন্তে আনন্দ দেই তেজন্তে নিকাৰ।
পণ্ডিতে নমানে সত্য কৰিয়া বিচাৰ ॥

এতেকে দৈন্যৰ হেতু যত ধনজন।
পৰি পদ যুগ সৰ্ব্ব সুখৰ কাৰণ ॥
অসত্যত ভৈল সত্য প্ৰত্যয় নজানি।
এতেকেসে সুখ দুঃখ লৱে মনে মানি ॥

ভকতি ভৈলেসে আক নিতৰিবে পাৰি।
কহে অনিৰুদ্ধ মূঢ় পাপী অনাচাৰী ॥

---

## ৰাগ বেলোৱাৰ।

গোপাল সোণাৰ প্ৰভু দেহ দৰিশন।
মহন্তক নেদেখিলে নৰহে জীৱন ॥
খং মধ্যে বলাহকে গৰ্জ্জে যেতিক্ষণ।
শৈলাগ্ৰে ৰবিহা নৃত্য কৰে তেতিক্ষণ ॥

লক্ষ যোজনৰ মধ্যে মাৰ্ত্তণ্ড ও হৱে।
নীৰত নীৰজ বিকশিত হয়া ৰৱে ॥
যেবে অগুস্তত সুৰ ভৈল যেতিক্ষণ।
পুস্কৰ গোষ্ঠীৰ মাৰি মিলে তেতিক্ষণ ॥

দুই লক্ষ প্রহৰ উৰ্দ্ধে ইন্দু প্ৰকাশয়।
অধত কুমুদ গোষ্ঠী প্ৰফুলিত হয়॥
ইন্দুৰ নিৰ্য্যানে কুমুদৰো প্ৰাণ হবে।
কাকো কেহো নেদেখিলে তিলেকতে মৰে॥

নিকটে বিদূৰ হোৱে বিদূৰো নিকট।
সুহৃদ ভাৱনা ভৈলে দেখে হৃদয়ত॥
এতেকে যি জন আতি হোৱে বিচক্ষণ।
বিহীনে সুহৃদ সুখে নধৰে জীৱন॥

কহে অনিৰুদ্ধ পাপী পৰম পামৰ।
দেখা দিয়ো দামোদৰ কৰোহো কাতৰ॥

## ৰাগ বড়াৰি

মই পাপী কমনে ভজিবো হৰিৰ চৰণ॥
বাসনা নছাৰে মনে, কনক কামিনী।
ৰূপে বন্দি ভৈলোঁ, কৰিয়া মহা যতনে॥

মহাজন সবে,　　　　কালকৰ্ম্ম ভোগ,
　　জানিয়া ধৈৰ্যে ৰহয়।
তাহাকো এৰিয়া　　　　আপুন সম্মতে;
　　ফুৰো মই দুৰাশয়॥
কামিনী সবৰ　　　　হাস লাস দেখি,
　　মনে ৰতি বাঢ়ি যাই।
বিচাৰ বিবেক　　　　সকলে তেজিলোঁ,
　　সম্যকে বাতুল প্ৰাই॥
যাক মহাজনে　　　　বিষ্ঠা সমকৰি,
　　দূৰতে তেজিয়া যাই।
তাকে লাগি যত্ন　　　　কৰো ৰাতি দিনে,
　　অনেক লাঞ্ছনা পাই॥

এবেঁ কৃপাময় তোহ্মাৰ চৰণে,
শৰণ লৈলোঁ সম্প্ৰতি।
তৃণয় সাগৰে পৰি তল যাওঁ,
ৰাখা ৰাখা যদুপতি ॥
কহে অনিৰুদ্ধ পৰম মুগুধ,
বিষয়ত সদা মতি।
হে কৃষ্ণ প্ৰাণ কৰা মোক ত্ৰাণ,
তোহ্মাত বাঢ়োক ৰতি ॥

---

## ৰাগ বেলোৱাৰ।

হৰি হৰি কিনো ভৈল বিপৰ্য্যয়।
পণ্ডিত সকলো শাস্ত্ৰ মত এড়ি,
আপুন সম্মত কয় ॥
চাৰিয়ো যুগৰ চাৰি গোটা ধৰ্ম্ম,
শাস্ত্ৰে থৈয়া আছে বাটি।
তাহাক খণ্ডিয়া পৰৰ গাৱত,
লগায়া ফুৰয় ঘাটি ॥
ঘোৰ কলিকালে একে গোটা ধৰ্ম্ম,
কৃষ্ণৰ কীৰ্ত্তন মাত্ৰ।
তাকে বাদ কৰি মলিন মনুষ্যে,
হৈবে ভকতিৰ পাত্ৰ ॥
কলিৰ মলত মজিল সকল,
লোক ভৈল পাপমতি।
কোন ভক্তি কৰি তৰিবে শাস্ত্ৰত,
বিচাৰি নকৰে ৰতি ॥
সকলে সেৱাত শ্ৰেষ্ঠ কৰি শাস্ত্ৰে,
কীৰ্ত্তনক কহে মাত্ৰ।
সেৱাতো উত্তম যুগৰো নায়ক,
নাহি কাল দেশ পাত্ৰ ॥

যুগ ধৰ্ম্ম খণ্ডি কীৰ্ত্তনক দণ্ডি,
ভক্তকো নিন্দিয়া যাই।
তেবে কোন গতি হুইবেক শাস্ত্ৰত,
বিচাৰি দেখিয়ো চাই॥
যাক মহাজনে ভাৱাৰ্থ দেখাই,
পৰমাৰ্থ কৰে সাৰ।
পৰমাৰ্থ ভাঙ্গি ভাৱাৰ্থ ভাঙ্গিয়া,
ই কোন তত্ত্ব বিচাৰ॥
সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ,
দ্বাপৰ যুগত পূজা।
কলিৰ যুগত কীৰ্ত্তনত পৰে,
আৰৰ নাহিকে দুজা॥
কহে অনিৰুদ্ধ মহন্ত সবে সে,
জানয় শাস্ত্ৰৰ মৰ্ম্ম।
শাস্ত্ৰ এড়ি পাৰ গৰ্জ্জে যাই মাত্ৰ,
নজানি যুগৰ ধৰ্ম্ম॥

---

## ৰাগ আসোৱাৰি।

শৈশৱ গৈলযে ক্ৰীড়ণ ৰঙ্গে।
গঞাইলোঁ যৌৱন বিষয় সঙ্গে।
আবে ভৈল আসি বয়স ভাঠি।
ভাগিল মাগুলি ধৰিলোঁ লাঠি॥

জল্পন শিল্পন সম্ভোগ গতি।
কেহো নচলয় বিষয় প্ৰতি॥
নাসা চক্ষু মুখ শ্ৰৱণ হীন॥
বিষয় কাৰ্য্যত ভৈল বিহীন॥

সবে দেশ ভূমি মাৰিলে কালে।
তথাপি চেতন নাহিকে ভালে॥
চাৰিয়ো বেদক পঢ়ি সম্প্ৰতি।
তথাপি নমানি কালৰ গতি॥

যাৰে সদ্‌গুৰু উপাসা কৰি।
কৃপাক লভিয়া নভজে হৰি॥
কালৰ চেষ্টাক জানো কমনে॥
কহে অনিৰুদ্ধ অধম জনে।

---

ৰাগ—শ্যামগড়া।

শুনলো সজ্জন।
হৰি কথা শুনি সদা তুষ্ট হুয়ো মন॥
বহির্ম্মুখ ইন্দ্ৰিয়ৰ বশ্য যাৰ মন।
হৃদিত থাকন্তা হৰি হৰ সৰ্ব্বক্ষণ॥
আগতে থাকন্তো ঈশ্বৰক নেদেখয়।
পৰম প্ৰসিদ্ধ কৰি জানিবা নিশ্চয়॥

ঈশ্বৰক নেদেখিবে ইতো কোন হয়।
গতি কৰি আসন্তে চৰণ প্ৰকাশয়॥
হেন চৰণৰ গুণ অলঙ্কাৰ কৰি।
শোভ্যমান হোৱে সাধু সবে যাক ধৰি॥

হেন সাধু সকলক নেদেখে আগত।
বিষয় ৰসত থাকা হুয়া উনমত॥
তাসম্বাক নেদেখিবে নাহিকে সংশয়।
তাৰা সবে যিতো মাৰ্গে ভ্ৰমণ কৰয়॥

শ্ৰৱণ পূৰ্ব্বিকা ভক্তি মাৰ্গে প্ৰবৰ্ত্তয়।
দুৰাশয় সবে সিতো পথ নেদেখয়॥
যি জনে নজানে হৰি ভকতি পথক।
সাধু সবো আগতে নেদেখে সিজনক॥

সৎসঙ্গ বিহীনে হৰিকথাৰ অভাৱ।
এতেকে নেদেখে মাধৱৰ দুই পাৱ ॥
কহে অনিৰুদ্ধ মূঢ় ভকতি বিহীন।
হৰি কথা বিনে আয়ু ব্যাৰ্থে যাই ক্ষীণ ॥

---

## ৰাগ গৌৰী।

শুন শুন পুত্ৰ বচন যুগুত,
ৰামে মোৰ প্ৰাণ ধন।
বোপাই ৰামে মোৰ প্ৰাণ ধন।
দশৰথ তিৰিজিত,
তাহান বচনে বনবাসে যাইবি,
নুহিকে ইতো উচিত ॥
মনুয়ে কহিছা পিতৃত কৰিয়া,
মাতৃ দশ গুণে ছাৰ।
বোপাই দশ গুণে মাতৃ ছাৰ।
মই যে বাঁধিলোঁ বনক যাইবাক,
নলাগে বাপু তোমাৰ ॥
বোলে ৰঘুপতি শুনিয়ো জননী,
নেড়িবো পিতৃ বচন।
ঐ আই নেড়িবো পিতৃ বচন ॥
পিতৃৰ ৰাজ্যৰ ঐশ্বৰ্য্য এড়িয়া,
কৰিবো বনে গমন ॥
যদ্যপি বাৰিধি শুখাই পড়য়,
সুৰ হয় ভূমি গত।
ঐ আই সুৰ হয় ভুমি গত।
তথাপি পিতৃৰ বচন নেড়িবোঁ,
বুলিলোঁ তযু আগত ॥

অযোধ্যা নগৰ হয় হস্তী ৰথ,
সমস্তকে তিয়াগিলোঁ।
বাপৰ বচন শিৰত ধৰিয়া,
কাণ নাক চমু ভৈলোঁ॥
পিতৃৰ ৰাজ্যৰ ভোগক এৰিলোঁ
ফল মূলে কৈলোঁ সাস।
তাকে ভুঞ্জি মহা সন্তোসে থাকিবো,
হৰি পদে কৰি বাস॥
অবাধ্য পিতৃৰ বচন বাধিলে,
হাসিবে মোক জগতে।
ৰাজ্য দণ্ড ছত্ৰ সিংহাসন লভি,
জীবো তেবে কেন মতে॥
পিতৃৰ বচন ব্যাজক দেখাই,
সৎসঙ্গত নিষ্টে কয়।
গোসাই সৎসঙ্গত নিষ্টে কয়।
কহে অনিৰুদ্ধ সৎসঙ্গে ৰহিলে,
ত্ৰিভুবনে কাক ভয়॥

---

ৰাগ মাহুৰ।

পামৰু মন কাকৰু বিষস বিলাস।
যৈকন বিজুৰী, উজুৰি প্ৰকাশ কৰে,
নিমিষ অন্তৰে হুই নাশ॥
কোটি কোটি বীৰ, পৃথিবীতে উপজয়,
ধনজন বিপদ অপাৰ।
সমস্ত জগত জিনি অপতন মানে কায়া,
সেহি তনু হোৱে সাৰ যাৰ॥
কালৰ নিমিষত জগতে হোৱয় নাশ,
হেন বৰ দৰিয়া ঠাকুৰ।
ছোট বৰ প্ৰাণী যত সবাকো সংহৰি নেই,
দেখিয়ো নেদেখে মন ক্ৰূৰ॥

বিষয় ৰসত ডুবি পাপক নমন কেনে,
তনু গিলে কাল অজগৰে।
কাৰো কলা কাৰো অৰ্দ্ধ কাৰো গ্ৰাৱ সম পাইলে,
তথাপি গোবিন্দ সুস্মৰে॥
যদি সৰ্ব্ব গ্ৰাহ কৰি গিলয় শৰীৰ যেবে,
তেবে তাক বুলিয় মৰণ।
নৰ দেহ ভাৰত— বৰিষ সৎগুৰু সঙ্গ,
সবে ভাগ্য গুচে তেতিক্ষণ॥
যাৱে নতু ধৰে কালে হৰি পদে ভজ ভালে,
হৰি গুণ কৰিয়া কীৰ্ত্তন।
পৰম পামৰ মতি কহে অনিৰুদ্ধে যদি,
হৰি পদে পশিয়া শৰণ।

---

## ৰাগ বঙ্গ ভাঠিয়ালী।

পাণ্ডেই কেনে নমন মনে।
বৈবস্বত দূতে যেখনে ধৰয়ে,
ৰাখিবে কোনে তেখনে॥
ভাৰ্য্যা পুত্ৰ যত সুহৃদ সোদৰ,
আবাৱ কৰে ক্ৰন্দন।
উৰ্দ্ধশ্বাস হুয়া নয়ন ঘূৰাৱে,
কাহাতো নপড়ে মন॥
যো তনু আপুন বুলিয়া সদায়ে,
অপতন মানি মনে।
সোই তনু কুটব গৃদ্ধি লুটব,
বঞ্চকে তানে যতনে॥
ৰূপ ৰস গন্ধ পৰশ শবদে,
যাহাত কাল প্ৰকাশ।
তনুৰ বিয়োগে সবে দূৰ যাবে,
যাতনাত হুইবি ত্ৰাস॥

দেহৰ যতেক অধিকাৰী ছিল,
সবাৰো গুচিব দায়ে।
যমৰ লেপ ভিতৰে পশিলে,
যমে সে নাথ সাদায়ে॥
হৰিৰ চৰণে শৰণ নপশি,
নামত নকৰি ৰতি।
কহে অনিৰুদ্ধে দূতৰ হাতৰ,
এড়াইবে কাৰ শকতি॥

---

## ৰাগ শ্ৰীগৌৰী।

ভজ মন গোবিন্দ চৰণ, চিন্তা নাই।
ভাৰতে মানবী তনু সেম্বৰে নপাই॥
জ্ঞান বিজ্ঞানৰ হেতু নৃদেহৰ মন।
কি সুখ লভিবি ত্যজি গোবিন্দ স্মৰণ॥
কীটে বাঘপৰুৱাক স্মৰিয়া সতত।
হোৱে বাঘপৰুৱা সেহিতো শৰীৰত॥
এতেকে দেখিয়ো কেন স্মৰণৰ বল।
যেই যাক স্মৰে তাৰ নুহিকে বিফল॥
জানিয়া ভজিয়ো হৰি বিষয়ক এৰি।
আশাৰ বিষয় যোনি তাতে কৰ খেড়ি॥
নাম লৈয়া হৰি পদে ভজিয়ো সতত।
কহে অনিৰুদ্ধ বিষয়ত উনমত্ত॥

---

## ৰাগ নাট।

ভায়া, ই কেনে নমন মনে।
ও দেহ কুটলে জ্যোতি টুটব,
ঘিণ কৰে সৰ্ব্ব জনে॥

ৰমণী ৰমণ        যেৰূপ আছিল,
সেৰূপ হুবেক সয়ে।
ভাৰ্য্যা পুত্ৰ মিলি        হাতে যোণ্ড ধৰি,
মুখত জুই দিয়য়ে॥
ৰাম নাম এড়ি        আন সে ভাবিলি,
তাহাৰ লভিবি ফল।
ভাৰ্য্যাত পুত্ৰত        লালনা কৰিলি,
তেজিল সিতো সকল॥
কহে অনিৰুদ্ধ        হৰিৰ নামত,
হুয়োক ঝাণ্টে সমুখ।
হৰিত ভজিয়া        হৰি নাম লৈয়া,
বঞ্চিয়ো সংসাৰ দুখ॥

---

ৰাগ শ্যাম-গড়া।

বুঝাহু পণ্ডিত শাস্ত্ৰক বাণী।
ভাগৱত বুলি যাক বখানি॥
আগম নিগম তৰ্ক পুৰাণ ভাৰত।
ইতিহাস তন্ত্ৰ মন্ত্ৰ আনো শাস্ত্ৰ মত॥

হৰিত মেলাৰে বাদ নজানে তত্বক।
সাধ্য সাধন হীন নেদেখে নামক॥
ভকতিৰ ফল যিতো ভক্তি সে নিশ্চয়।
আন শাস্ত্ৰে আক সাধিবাক নপাৰয়॥

সাধু মুখে ভাগৱত শাস্ত্ৰক জানিয়া।
সমস্তে সাধন শ্ৰম হন্তে মুক্ত হুয়া॥
তেবে সে লভিবে গৈয়া ভক্তি শুদ্ধ মত।
কহে অনিৰুদ্ধে দেখি গুৰু প্ৰসাদত॥

---

# ৰামানন্দ দ্বিজ।

### বংশীগোপাল চৰিত্ৰ।

এহি তিনি থানে সত্ৰ তিনি খান,
ভকতৰ বিষিনি ভৈল।
তাহাৰ কাৰণ, শুনিয়োক যেন,
কিৰাতৰ বল ভৈল ॥
অসম নৃপতি, দিলা অনুমতি,
সুন্দৰ গোহাই যাই।
ৰণত পড়িল, খলুৱা কহিল,
মুযুঝি আইল পলাই ॥
শুনিয়া নৃপতি, ক্ৰোধ কৰি মতি,
নপাইল কৰি বিচাৰ।
সেহি সময়তে ম্লেচ্ছ অভকতে,
অসমৰ পৰিয়াৰ ॥
গোবিন্দ পুৰত, মাগিয়া ভকতত,
নপাই থান সাজ পাতি।
মিছা কৰি চলে, ৰাজাত কহিলে,
আতি কোপে ক্ৰূৰ মতি ॥
সুন্দৰ গোহাইক, বেশক সলাই,
ভকতে লৈয়া ফুৰয়।
দেখিলো সাম্প্ৰতে, ভকতৰ মাঝতে,
ধৰিলেক ডাঙ্গচয় ॥
নৃপতি প্ৰচণ্ড, কাটি খণ্ড খণ্ড,
কৰয় অল্প দোষত।
সিতো কথা শুনি জ্বলন্ত অগনি
যেহেন ভৈল ক্ৰোধত ॥

চক্ষুক পকাই, ক্ৰোধ কৰি চাই,
যাই পৰে প্ৰজাগণ।
বাক্য নাসে মুখে থাকি হেঁঠ মাথে,
পাত্ৰ সবো কম্পমান ॥
ক্ৰোধত গুঞ্জৰি চক্ষু টেৰ কৰি,
পাঞ্চিলা চেঙ্গধৰাক।
লৈয়া যাস নাও যত ভক্ত পায়,
ধৰিয়া আন সবাক ॥
চেঙ্গধৰা যাই শীঘ্ৰ বেগে গৈ,
নৌকায়ে আসি ঠেকিলা।
তিনিয়ো সত্ৰক ধৰিবে সৈন্যক,
ভিনে ভিনে নৌকা দিলা ॥
গোবিন্দ পুৰৰ ভক্ত ধৰি লৈলা
থানতে তাঙ্ক কাটিলা।
ধুৱা লোৰে জয় হৰি ভাৱে ধৰি,
ভকত সমে তুলিলা ॥
ডেবেৰা পাৰত প্ৰাতস কালত,
পেলাইলা সত্ৰ আবৰি।
কেহো নান্তৰিল সবেযো পড়িল,
দেৱক প্ৰমুখ্য কৰি ॥
চেঙ্গধৰা গৈয়া ভিতৰ পশিয়া,
দেবৰ পাৱত ধৰি।
যুগুতি কৰিলা তাহাঙ্ক এড়িলা,
কথা ভাষা বন্ধ কৰি ॥
শুনা দেব বাপ প্ৰচণ্ড প্ৰতাপ,
ৰাজা যেন জানা মোৰ।
তোমাক থৈ যাই আমাৰ সি ঠাই,
মিলি জানা দুৰ্যোৰ ॥

যদি লৈয়া যায়ো তেবে নাশ হয়ো,
বংশ সমে অধোগতি।
এতেকে আমাক এড়ুয়াইবে লাগি,
পাছতে আসা সম্প্ৰতি॥
দেখায়ো নেদিবা লুকাইয়া থাকিবা,
পাত্ৰসমে আলচিবো।
তোমাৰ ভক্তক গোপাল বুলিয়া,
দেখাইবো ততো নেদিবো॥
এহিমতে আনো কথা আলচিয়া,
দেবৰ বচন ধৰি।
কতটি ভক্তক মেলি চলি গৈলা
পলাইবাৰ চল কৰি॥
চেঙ্গধৰা যাই ভক্তক যোগাই,
ৰাজাত সবে কহিলা।
ৰাজায়ো শুনিলা ক্ৰোধতো জ্বলিলা,
সবাকে কাটিবে দিলা॥
দেৱ গোপালক ভণ্ডাৰী গোহাই,
গদাধৰে নিয়াইলেক।
বলভদ্ৰ আতা মইসে গোপাল,
বুলি গাৱ পাতিলেক॥
মৰাণে ধৰিলা ভকতে জানিলা,
আমাক আবে মাৰয়।
আতি উচ্চ কৰি মুখ ভৰি ভৰি,
ৰাম কৃষ্ণ উচ্চৰয়॥
কাৰো ভয় নাই কৃষ্ণ নাম গাই,
থাকন্তে সবে মৰিলা।
লোকেও জানিলা গোপাল দেবৰ
শৰীৰ তথা পড়িলা॥

ভণ্ডাৰী বড়ুয়া আৰু চেঙ্গধৰা
ভণ্ডাৰী গদাধৰ।
গৃহত আছয় তিনিসে জনয়,
নজানয় আন নৰ॥
দেশে দেশে যত হৰিত ভকত,
পলাই বৈল গুপ্ত হুয়া।
সবে প্ৰজাগণে কান্দয় সঘনে,
দেবক মনে স্মৰিয়া॥
শুনা সাধু যত সকলে কালত
সুখ দুঃখ দুই ফল।
ঈশ্বৰে দিরয় কেহো নবাধয়,
ভুঞ্জয় প্ৰাণী সকল॥
বসুদেব দৈবকীত আসি কৃষ্ণে,
অবতাৰ ধৰিছন্ত।
তথাপি তাৰাক বংশক নিমিত,
কৰিয়া দুঃখ দিলন্ত॥
একান্ত ভকত পাণ্ডব বৰ্গক
বহুত আপদ দিলা।
আনো ঠাই ঠাই যত দেখা পাই,
কৃষ্ণৰেসে সবে লীলা॥
জনম মৰণ যাৰ যৈত হয়,
নিমিত মাত্ৰ কেবলে।
এতেকে মহন্তে কহে এহি মানে,
কৃষ্ণেসে দেন্ত সকলে॥
হে প্ৰান কৃষ্ণ তুমি মোৰ ইষ্ট
দেৱতা বান্ধব স্বামী।
সুহৃদ বান্ধব সহায় ঈশ্বৰ,
জানিয়া ভজিছোঁ আমি॥

ইহ পৰ লোকে সদায়ে দিয়োক,
সৎসঙ্গ ভকতি নাম।
এহি মোৰ হৌক সভা সদ লোক,
ডাকি বোলা ৰাম ৰাম॥

---

পদ।

এহি মতে আছন্ত গোপালদেৱ যাই।
গদাধৰ ভণ্ডাৰীৰ গৃহত লুকাই॥
দেৱাৰি শ্রীপতি আতা লগত আছয়।
বৃদ্ধ গদাধৰো সদা সঙ্গতে থাকয়॥
তিনিয়ো সদায়ে বসি প্রসঙ্গ নেৰয়।
ভকত সবক স্মৰি প্রসঙ্গ কৰয়॥
ভকত সবক স্মৰি শৰীৰ পোড়য়।
মহা মৰ্ম্মে দেৱৰ শৰীৰ নসহয়॥
মকমকি ক্রন্দন কৰিয়া খনো থাকে।
পাছে ধৈৰ্য্য ধৰি শাস্ত্র জ্ঞান চক্ষু ঢাকে॥
কদাচিৎ হৰি লীলা স্মৰিয়া হাসয়।
ভকতকো দুঃখ দিয়া হৰিয়ে ক্রীড়য়॥
গদাধৰে বোলে প্রভো দেখিলো ইহাক।
বৈষ্ণৱ সবৰো মিলে বিঘিনি বিপাক॥
নৰ নাৰায়ণ ৰাজা কোপ কৰি মনে।
শ্রীশঙ্কৰকো দিলা ভোটৰ কাৰণে॥
গৃহ বেঢ়িলাত শীঘ্রে শঙ্কৰ পলাইলা।
নাৰায়ণ মাধৱক গৃহতে ধৰিলা॥
দুয়ো মহন্তক নিয়া ভোটত বিকিলা।
ভোটেও প্রবন্ধে তেবে বান্ধি ধৰি নিলা॥
পাঞ্চ দিন পন্থ গৈল ভোটৰ হাতত।
নিশা ভৈলে আতি দুঃখ পাৱে বন্ধনত॥

তথাপিতো হৰিৰ নাম মুখত নেড়য় ।
এক নিশা দুয়ো কর্ণে বচন শুনয় ॥
কোনে মাতে তাক একো দিশে নেদেখয় ।
মেলিলোঁ বন্ধন দুয়ো যাস নাহি ভয় ॥
পাচে দুয়ো দেখে নাহি শৰীৰে বন্ধন ।
ভোট সবে পড়ি আছে নিচেষ্ট শয়ন ॥
আসিলেক দুয়ো জন শীঘ্র বেগে ধাই ।
লভিলা আনন্দ পুনু শঙ্কৰক পাই ॥
যেবে নেদেখিলা মুখ দুয়ো বৈষ্ণৱৰ ।
নভৈল ভোজন কিছু শঙ্কৰ দেৱৰ ॥
পূর্ব্বত বুলিলা মোক দেৱ দামোদৰে ।
আপুনি থাকিবো মই যাৱা তোৰ ঘৰে ॥
জানিলো এবেসে সিটো বচন ফলিল ।
গোপাল স্বৰূপে দামোদৰে সে আসিল ॥
এহি মতে আনো মহন্তৰ কথা কহি ।
গদাধৰে শ্রীপতিয়ে সদা থাকা বহি ॥
কতো দিন পাছে কতো জনে সে জানিলা ।
দেৱ হুনু গদাধৰ গৃহতে থাকিলা ॥
জানে মাত্র আসি নপাৱয় দেখিবাক ।
আৰো যত কথা তৈতে নকহিলো তাক ॥
সেহি কালে ভৈল জগতৰ দুঃখ আতি ।
নিশা ভৈলে দিন ভকতৰ দিন ৰাতি ॥
ৰাম বুলি ভয় কৰে পৰে শুনে বুলি ।
মালা জাপ্য আৰু চিতে স্মৰয় সমূলি ॥
নাহি কাৰো থান সত্র সবে বৈষ্ণৱৰে ।
গৃহস্থৰে ঘৰে ঘৰে থাকে অভ্যন্তৰে ॥
গৃহী সমস্তৰ ভাগ সাফল জীৱন ।
ধন গৰু ভাঙ্গি কৰে ভক্তক পালন ॥
কোনো বেলা ৰাজ দণ্ড হোৱয় বিস্তৰ ।
মিছা মাতি ৰক্ষা কৰি ফুৰে ভকতৰ ॥

কংসৰ কালত যেন ভৈল যদুগর্ণ।
বৈষ্ণৱ সবৰো জানা ভৈলেক তেমন॥
একদিনা গদাধৰ গৃহত নিশাত।
স্বপ্নত ব্ৰাহ্মণে আসি বুলিলা সাক্ষাত॥
প্ৰাভাতে তোমাক জানো ধৰয় গোপাল।
ইহাৰ গৃহৰ পৰা বজাউ সকাল॥
জাগিয়া কহিলা গদাধৰৰ আগত।
তেখনে ছাড়িয়া গৃহ চড়িলা নাৱত॥
শ্ৰীপতিয়ে বৈঠা বাৱে আনো কেহ নাই।
জানি বণিয়াৰ গৃহে উঠিলন্ত যাই॥
দুঃখ কৰি গদাধৰে কান্দিয়া থাকিলা।
প্ৰাতসতে পাছে তাৰ গৃহক লুড়িলা॥
বণিয়াৰ পুত্ৰ ৰাজখোৱা তাঙ্ক পাই।
কৰিলা গুপুতে সেৱা দেৱক সদাই॥
ভণ্ডাৰীৰ পুত্ৰকত গুটি পাত্ৰগণে।
নিশা আসি সেবা কৰি যায় মনে মনে॥
এহি মতে বৰিষেক আছা নগৰত।
ভণ্ডাৰী সহিতে মন্ত্ৰ কৰিলা সাম্প্ৰত॥
নামি আসি লামডাঙ্গ গ্ৰামত পশিলা।
তাতো কতো দিনমানে গুপুতে আছিলা॥
ইকথা থাকোক আবে শুনা পূৰ্ব্ব কথা।
থকা বৈষ্ণৱৰ মানে ভৈল যথা তথা॥
যিতো দিনা চেঙ্গধৰা নিলে ভকতক।
পলুৱাই নিলে যেবে দেৱ গোপালক॥
মদনগোপাল মূৰ্ত্তি গোবিন্দ ঠাকুৰ।
পলুৱাই দেৱৰায়ে নিলে কতোদূৰ॥
মালছু নিয়াৰ ঘৰে থৈলেক লুকাই।
গুটি চাৰি ভকতেসে সেৱয় সদাই॥
দেৱ গোপালৰ বাক্য মান কৰি মনে।
চেঙ্গধৰা কিছো ভক্ত এড়িলা যতনে॥

তাসম্বাৰ আৰ সুখ শান্তি নভৈলেক।
মহাশোকে থানে থানে পলাই ৰহিলেক ॥
কলাবাড়ি গ্ৰামে ৰৈল শ্ৰীহৰি গোহাই।
ৰামচৰণ আতা কাষ্কেত সোমাই ॥
বৃহত দেৱৰী বাপু ধনখাল গ্ৰামে।
যাদব আতা ৰহিলেক কচুদোপ নামে ॥
আনো কত গুটি মানে বৈষ্ণৱ ৰহিলা।
দেশে দেশে ৰৈল কতো শোকত মৰিলা ॥
স্নেহৰ বিষয় এক বনমালী সন্ত।
ঝগৰৰ আগতে শৰীৰ এড়িলন্ত ॥
যাক প্ৰতি শোক দেৱ গোপাল কৰলি।
ভকতৰ দুঃখ তেহো একো নেদেখিলা ॥
শ্ৰীহৰি প্ৰমুখ্যে যত মহন্ত আছয়।
দেশে দেশে ৰৈল কতো শোকতে মৰয় ॥
কিবা গ্ৰামী কিবা ভক্ত সমস্তে প্ৰজাৰ ॥
কিবা শুনু বুলি হিয়া কাম্পয় সবাৰ ॥
যিবা যৈতে যাক পায় তাহাতে পুছয়।
কহিয়োক বাৰ্ত্তা বাপু জুৰাউক হৃদয় ॥
উজানিৰ পৰা যদি জনেক আসয়।
নৰ নাৰী প্ৰজা যাই আৱৰি পুছয় ॥
যদি তাৰ মুখে ভাল মন্দ নপাৱয়।
অসন্তোষ হুয়া দুঃখে গৃহক চলয় ॥
গৃহস্থ ভক্তৰ মন নপড়ে গৃহত।
বৈষ্ণবৰ চিত্ত নপৰয় প্ৰসঙ্গত ॥
গড়গ্ৰামে বৈষ্ণৱৰ যি ভৈল অৱস্থা।
দিনাচয়কৰ পাছে শুনিলেক কথা ॥
দেৱে সমে মাৰিলেক সকলে ভকত।
এহি কথা দেশে দেশে উঠিলা লোকত ॥
যেহি দিনা ইটো কথা উঠিলা সাম্প্ৰত।
আকাশী স্বৰগ যেন পড়িল মুণ্ডত ॥

হাহা কিনো ভৈলা বুলি উৰ্ম্মি উঠিলিল।
দেশে দেশে ভক্ত সবে কান্দিবে লাগিল॥
দেৱ গোপালেসে যেন ভৈল বাপ মাৱ।
তেনয় প্ৰকাৰে সমস্তৰে ভৈল ভাৱ॥
সেহি দেৱ গোপালৰ পদযুগ স্মৰি।
ভণে ৰমানন্দে ডাকি বোলা হৰি হৰি॥

---

## ঝুমুড়ি।

এহি মতে নিৰন্তৰে, শোকে দুঃখে ভকতৰে।
ক্ৰন্দন কৰন্তে যাই, লোতকৰ ছেদ নাই।
এক মাস গৈল যেবে, শুনি বংশীধৰে তেবে।
মহাদুঃখ ভকতৰ, গুচাইবাক প্ৰতি নৰ।
গদাধৰ সমে চাই, দিলা দেৱে পঠিয়াই।
ফুৰি ফুৰি নানা থানে, সেহি আহি কাণে কাণে।
সমস্ততে কহিলেক, মনে মনে কহিলেক।
কৰ্ণাকৰ্ণি কহে কথা, দেৱহন্তু আছে তথা।
আন জন মাৰিলেক, দেৱে তাঙ্ক ৰাখিলেক।
এহি মান মাত্ৰ কয়, কিন্তু স্থিতি নজানয়।
যেন সূৰ্য্য উদয়ত, মেঘ থাকে উপৰত।
মেঘৰ নিমিত্তে কেৱ, নেদেখয় সূৰ্য্যদেৱ।
তথাপিতো প্ৰকাশয়, গুচয় সকলে ভয়।
তেমন গোপাল দেৱে, আছি নেদেখয় কেৱে।
তথাপি হৃদয় দৃঢ়, সবাৰে আনন্দ বড়।
আমাসাক দয়া তৰে, ৰাখিছে পৰমেশ্বৰে।
যেবানি কি নহে আৰ, পাইবো দেখা গোপালৰ।
এহি মতে আশা তৰে. আছা লোক নিৰন্তৰে।
গৈল যদি বৰিষেক, তথাপিতো নোলাইলেক।
কৈত আছা কেন মতে, জিজ্ঞাসিলা নানা মতে।
তথাপিতো নপাৱয়, লোকে সুখ মলতয়।

নেদেখি গোপাল মুখ, মহন্ত সবৰ দুঃখ।
ভক্তক দেখিবে প্ৰতি, দেৱ গোপাল মতি।
ভৈল দেখি শ্ৰীপতিৰ, ভয়ে চিত নুহি থিৰ।
আলোচন কৰিলন্ত, নামডাঙ্গ এড়িলন্ত।
নিশা ভাগে লড়িলন্ত, নিশা নিশা আসিলন্ত।
ৰহি গৈয়া নানা ঠাই, গুপুতে ভকতে চাই।
পাছে কতো দিনে যাই. দেখি আতি ভয় নাই।
ব্ৰহ্মাপুত্ৰে ভটিয়াই, ফিচাকটা গ্ৰাম পাই।
ভৈল কিছো মন তুষ্টি, তহিতে ৰহিলা উঠি।
কতিপয় দিন আছে, লোকে জানিলেক পাছে।
দেশত উঠিল কথা, দেৱ হুন্তু আছে তথা।
এহি বুলি আসে ধাই, গুপ্তে সেৱা কৰে যাই।
আসে যাৱে লোক যত, নিশা কতো দিবসত।
ভণ্ডাৰীয়ে সেহিবেলা, দূত পঠিয়াই দিলা।
আহোক সকলে লোক, দেৱে ভয় নকৰোক।
একে থান বহুকাল, থাকিবাক নুহি ভাল।
ৰাজ পথ ত্যজিবন্ত, আড় থানে থাকিবন্ত।
মোৰ দূতে শীঘ্ৰে যাই, আনিবেক পলুৱাই।
এহি বুলি দূত গৈল, সবাৰো নিৰ্ভয় ভৈল।
যিতো সব অনুৰাগী, নিৰন্তৰে আসে ভাগি॥
শ্ৰীহৰি দেৱক আদি, যত সাধু অপ্ৰমাদি।
শুনিলেক যেতিক্ষণ, উত্ৰাৱল ভৈল মন।
হস্তত সন্দেশ ধৰি, আসিলেক শীঘ্ৰ কৰি।
বহুত ক্ৰন্দন কৰি, প্ৰেমে চৰণত ধৰি।
কৰি নানা স্তুতিচয়, সবে তাপ দূৰ হয়।
বৃত্তান্ত যতেক যাৱ, পড়ি কৰে নমস্কাৰ।
যেন ভৈলে সূৰ্য্যোদয়, পদ্ম বিকশিত হয়।
তাসম্বাৰ দেখি মুখ, দেৱ গোপালৰ সুখ।
প্ৰীতি বৈষ্ণৱক দেখি, প্ৰেমত থাকয় পেখি।
অমৃত বাক্যক নৰে, শুনিলেক মন পূৰে।

যি জনে যি থানে থাকে, তহিৰ্কে পঠান্ত তাকে।
যদি যাইবে ইচ্ছা নাই, ততো যায় আজ্ঞা পাই।
যত্নমণিদেৱে যাই, দেৱ গোপালক পাই।
আনন্দৰ সীমা নাই, আছিলন্ত এক ঠাই॥
দেৱ গোপালৰ মন, তান্ক পায়া অনুক্ষণ।
প্ৰেমত লোতক ঝৰে, দেখন্তাৰ মন পূৰে।
ভয়ে তথা নথাকিলা, পুনু আজ্ঞা মাগি লৈলা।
শ্ৰীকৃষ্ণ মহাজন, গোপী কৃষ্ণচৰণ।
বাসুদেব ৰামকৃষ্ণ, হৰিৰ চৰণ শিষ্ট।
মুৰাৰি পৰমানন্দ, ৰামভাৱ নিত্যানন্দ।
কায়স্থ পৰশুৰাম, ৰামচৰণ নাম,
কনাই পুৰুষোত্তম, ভয়া পত্ৰ মনোৰম।
আৰা সবে আতিশয়, লোকত প্ৰখ্যাত হয়।
মহাজন ধৰ্ম্মধাৰী, ঠাকুৰৰ আজ্ঞাকাৰী।
শঙ্কৰ নাভিৰ ঠাই, বাৰম্বাৰ আসে যাই।
তাৰা সবো বাৰম্বাৰ, আসি কৰে নমস্কাৰ।
দেৱ গোপালক পাই, প্ৰীতি আতি বাঢ়ি যাই।
প্ৰেমে চিত্ত মুহি থিৰ, বহে নয়নৰ নীৰ।
প্ৰেমত হিয়াত ধৰি, বোলন্ত বিনয় কৰি।
আমাৰেসে মহাভাগ, তোমাকে পাইলো লাগ।
এহি চৰণত ৰতি, কৰোক আমাৰ মতি।
ই দেশত আমি দেৱ, তোমাকে সে কৰো সেৱ।
অত্যন্ত তেজস্বী শুদ্ধ, ব্ৰহ্মচাৰী মহাবুধ।
কৃষ্ণৰ একান্ত ভৃত্য, ভকতৰ প্ৰিয় মিত্ৰ।
আনো বহু গুণশালী, জগতৰ ধৰ্ম্ম পালি।
তোৰাত বিনায়ে আন, কোন আছে বিদ্যমান।
এতেকে সে বাৰম্বাৰ, কৰো আমি নমস্কাৰ।
শুনি দেব গোপালৰ, বহে নীৰ নয়নৰ।
তাসম্বাক আস্বাসিয়া, ভাল অন্ন বস্ত্ৰ দিয়া।
পৰম আদৰ কৰি, পঠাৱন্ত হৰি স্মৰি।

শুনা শুদ্ধ বুধ জনী, গোপালৰ গুণ গণ।
যাত মহা প্ৰীতি কৰি, বহু লোক গেল তৰি।
যাৰ শুদ্ধ তেজ বলে, মহাজন সব জলে।
অগ্ৰগণি মহন্তৰ, দেৱ বংশীগোপালৰ।
পাদ পদ্ম মনে স্মৰি, ডাকি বোলা হৰি হৰি।

---

পদ।

এহি মতে ফিঞ্চাকটা গ্ৰামত থাকন্তে।
মণিপুৰ আৰন্তিয়া শিঙ্গৰি পৰ্য্যন্তে॥
যত গ্ৰামী মহন্তৰ থাকি থানে থানে।
সবে আসিলেক লোক অনুৰাগী মানে॥
ৰাজা জানিবাৰ ভয়ে সবে আলচিয়া।
বহু থানে থাকিলন্ত সাৱধানে হুয়া॥
পূৰ্ব্বৰ ভকত মানে সবে নাশ গৈল।
যিবা এড়াইলেক তাকো থানে থানে থৈল॥
পুনু অনুৰাগে ভক্ত ভৈলেক বিস্তৰ।
যদি বা বিদায় দেন্ত হোৱয় অপৰ॥
যাক বা খেদায়ে কোপ কৰিয়া মনত।
সিয়ো দুঃখে কান্দি কান্দি ফুৰয় পাচত॥
ৰাজ ভয়ে কাহাকো খেদাৱে শপতাই।
সিয়ো লগ নেড়ে পুনু পাচে পাচে যাই॥
দেৱৰ বচন এড়ি যাইবো কোন ঠাই।
যিতো কোপ কৰে মোৰ সেহি বৰ প্ৰাই॥
ক্ৰন্দন কৰয় দেখি পাছে স্নেহ কৰি।
দিয়ে থান সিয়ো পাছে থাকে সেৱা কৰি॥
এহি মতে ভকত ভৈলেক চাৰি শত।
বহুত তণ্ডুল লাগে প্ৰতি দিবসত॥
যিথানত থাকে জোড়ে বহুতৰ গ্ৰাম।
অল্প অল্প কৰি মাত্ৰ গায় হৰিনাম॥

মুকুন্দে পঢ়য় পদ খনো জয়ৰামে।
দ্বাৰকায়ো খনো জগন্নাথে পঢ়ে ক্রমে॥
ভাগৱত বক্তা একজন থিত নাই।
বহু কন্দলিয়ে একবাৰ পঢ়ি যাই॥
খনো খাৰকটাগ্রামে খনো চতাৰিত।
খনো কানিপোড়া খনো ধোবাচুবুৰিত॥
খনো বনবাসে খনো ঢাপৰ গ্রামত।
খনো দিফলুত খনো অভয়পুৰত॥
খনো নাবমৰা গ্রামে খনো বৰাহিত।
খনো কলাবাড়ি খনো কাহিযে কুঞ্চিত॥
ইসব থানত থাকা সত্রক কৰিয়া।
পলৰীয়া থান বহু নকহো লেখিয়া॥
তাহাতে থাকন্ত যদি শুনন্ত নির্ভয়।
তেবেসে বৈষ্ণৱ মানে সঙ্গত বঞ্চয়॥
যেহি দিনা শুনে খলে কহিছে ৰাজাত।
সিদিনা পলান্ত সবে নেদেখি তথাত॥
যেন সৰোবৰে বহু ৰাজহংস থাকে।
ঝাত কৰি উড়ি গৈলে নেদেখিয় তাকে॥
পক্ষ মাস ভৈলে পুনু হোৱে এক ঠাই।
থাকয় আনন্দে পুনু হৰি গুণ গাই॥
যেন বৰিষাত সূর্য্যে মেঘৰ নিমিত্তে।
খনো প্রকাশয় খনো নেদেখি সাম্প্রতে॥
যেন সূর্য্য উদয়ত সবাৰ আনন্দ।
মেঘে চ্ছন্ন কৰিলে মানয় দিন মন্দ॥
ভক্ত সমে গোপাল যে সূর্য্য উদয়ত।
নৰ নাৰী প্রজা আসে যাৱে আনন্দত॥
ৰাজভয় মেঘত পলান্ত যেতিক্ষণ।
নিৰানন্দ প্রজাৰ নেদেখি দুঃখ মন॥
দ্বাদশ থানত কথা আছয় বিস্তৰ।
তাহাক নকহি পদ হোৱে বহুতৰ॥

দেৱ গোপালৰ সঙ্গে ভকত বিস্তৰ।
হেন শুনি ভণ্ডাৰী গোহাইৰ ভৈল ডৰ॥
দূত পঠাইলেক কহি গোপাল দেৱত।
ভক্ত খেদিলে সে পাৰো ৰাখিতে ভয়ত॥
ভক্ত নেখেদিলে আমি ৰাখো কেনকৰি।
প্ৰচণ্ড নৃপতি মাৰিবেক পাছে ধৰি॥
শুনি দেৱে কোপ কৰি সিদ্ধান্ত দিলেক।
শুকৰ ভক্তকে কুন্নু মোক ৰাখিবেক॥
শ্ৰীকৃষ্ণে যাক যিকালত যিবা কৰে।
তাক কি কৰিবে পাৰে নিলাজ বেড়ৰে॥
মই হুইবে মানি আছোঁ তাহাকে ৰক্ষক।
নিলাজ কুতায়ে বুলি পঠাইলে কিসক॥
দূতে দুঃখ মনে গৈয়া সমস্তে কহিলা।
শুনি বড়ুৱাৰ বড় আনন্দ মিলিলা॥
কিনো মোৰ মহাভাগ্য আছে পূৰ্ব্বৰত।
দেৱে মোক ভৃত্য বুলি ধৰিছা মনত॥
মহাপাত্ৰ ৰাজাৰ বুলিয়া নামানিলা।
নানা নিন্দা বাক্য বুলি ভৃত্য শিক্ষা দিলা॥
এহি বুলি দূতক কৰিলা সতকাৰ।
অপূৰ্ব্ব প্ৰসাদে মোক কৰিলা উদ্ধাৰ॥
শুনা সাধু সব ভাৱ দেৱ গোপালৰ।
কাহাতো অপেক্ষা নাই ঈশ্বৰত পৰ॥
তেজস্বী মহন্তো সবে যাৰ লাগ পাই।
ভয়ত কাম্পন্ত বাক্য থিৰ নুহি কাই॥
গুণগ্ৰাহী মহন্তৰ স্বভাৱ কহিলোঁ।
বিষয়ী সবৰ তেন স্বভাৱ শুনিলোঁ॥
নামে বড়ফুকন ৰাজাৰ পাত্ৰ হয়।
বত্ৰিশ সহস্ৰ লোক যাহাত খাটয়॥
এক দিনা তেহো বহু নৌকায়ে ঠেকিলা।
অল্প ভক্ত সমে দেৱ গোপাল আছিলা॥

গৃহতে পশিয়া দেখি দেৱ গোপালক।
তৰতৰি কাম্পে তনু নাসে সমীপক ॥
আসিয়োক বুলি দেৱে সাদৰি মাতিলা।
জানু পাৰি ভাৱকৰি মাটিত বসিলা ॥
নম্রভাৱে কৰযোড়ে নামাতি আছয়।
তাৰ কম্প দেখি ভক্তে গুপুতে হাসয় ॥
পাছে দণ্ডৱতে পড়ি কাৰ্য্য নিবেদিলা।
শুনি দেবে তাঙ্ক চায়া হাসিয়া বুলিলা ॥
ৰাজাৰ প্রমুখ্য পাত্র বিষয় চতুৰ।
ধৰিবা কেমনে তুমি ধৰ্ম্মক প্রভুৰ ॥
মহাশুদ্ধ ধৰ্ম্ম ইতো বৈষ্ণৱ সবৰ।
তোমৰা পাপত মজি ফুৰা নিৰন্তৰ ॥
ফুকনে বোলয় প্রভু পাপীক তাৰিত।
তোৰা সবে অৱতাৰ ধৰিছা কলিত ॥
যিহেতু আমৰা সদা পাপত মজিলোঁ।
তাতে সে তোমাৰ পাৱে ভজিবা আসিলোঁ ॥
শুনি পাছে স্নেহ কৰি শিখাই পঠাইলেক।
গৈয়া তেহে দেৱতেজে বিস্ময় ভৈলেক ॥
সাধু দেখি যথা মোৰ কম্পিল শৰীৰ।
তেমনে নকৰো ভয় আগে নৃপতিৰ ॥
এমনে অধিপ আনো যদি বা প্রাকৃত।
যাক দেখি সৰ্ব্বজনে হোৱে সচকিত ॥
দেখি দেখি আনন্দ তৃপিতি নখণ্ডয়।
বদন পঙ্কজ যেন অমৃত ঢালয় ॥
নয়ন পঙ্কজে যাক যাক নিৰিখয়।
সবে কৰযোড়ে প্রেমে মাথা দবাৱয় ॥
যাক যিবা আজ্ঞা কৰে যেখনে যি জনে।
ভাগ্যে পাইলোঁ বুলি কৰে উত্রাৱল মনে ॥
তাক প্রশংসয় অসন্তোষে আন জনে।
আমি দুৰ্ভাগিক কিয় নপাৱে এমনে ॥

আজ্ঞা পায়া সেবা কৰে দেৱ গোপালক
নিস্তাৰ কৰিলে সিতো সকলে বংশক ॥
এহি মতে সমস্তৰে আনন্দ কৰাই ।
আছন্ত হৰিৰ ভক্তি সঙ্গ প্ৰবৰ্ত্তাই ॥
এক কথা শুনা দেৱে কৰিলা যেমন ।
বোলে জগন্নাথ শুনা গঙ্গানাৰায়ণ ॥
দুয়ো গৈয়া দেব দামোদৰৰ সত্ৰত ।
কহিবাহা মোৰ দণ্ডৱত শত শত ॥
শতবাৰ সত্য কাঢ়ি বুলিলো বচন ।
তেহো মোৰ গতি মতি জীৱন মৰণ ॥
ইহ পৰলোকৰ যে কায় বাক্য মনে ।
হৌক প্ৰীতি দেৱ দামোদৰৰ চৰণে ॥
শঙ্কৰ নাভিত মোৰ প্ৰীতি জানাইবাহা ।
মেধী সকলৰ বৃত্ত সঞ্জাত লৈবাহা ॥
এহি বুলি বহুদ্ৰব্য দিয়া পঠাইলেক ।
তাৰা সবো দামোদৰ সত্ৰক পাইলেক ॥
লেখা পত্ৰ আগে থৈয়া নমি দণ্ডৱত ।
স্তুতি ভক্তি দেৱৰো কহিলা যত যত ॥
বলোদেব আদি কৰি মহন্ত সবাৰ ।
স্তুতি নতি আশীৰ্ব্বাদ দিলা বাৰম্বাৰ ॥
পাছে গৈয়া ঠাকুৰত প্ৰীতিক জনাইলা ।
মেধী সকলৰ বৃত্ত সকলে শুনাইলা ॥
শুনিয়া ঠাকুৰে বোলে দুঃখ কৰি মনে ।
গীতা ভাগৱত মূৰ্ত্তি তুলসী ব্ৰাহ্মণে ॥
শ্ৰাদ্ধ হৰি বা শৰণ মাগে যিতো জনে ।
কোন নো পাষণ্ডে বিহি আছয় এমনে ॥
সেহিতো কলিৰ মূৰ্ত্তি পাষণ্ড দুৰ্জ্জন ।
মহাপুৰুষৰ দ্ৰোহী বাহিৰ সিজন ॥
এহি বুলি নব ঘোষা কৰিয়া যতনে ।
দিলা দেৱ গোপালত প্ৰীতিৰ কাৰণে ॥

এহি ঘোষা দিবা নিয়া দেৱৰ হাতিত।
এতেকে জানিবা গুৰু মোৰ অভিমত॥
সিসব মতক মই নাহি কহিবাৰ।
তাক কহে যিতো সিতো নোহয় আমাৰ॥
এহি বাণী ঠাকুৰৰ আনো মহন্তৰ।
সেবা কৰি আজ্ঞা লৈয়া সবে মহন্তৰ॥
আসি পাছে সবে কথা কহিলা দেৱত।
দেৱে শুনি মহাতুষ্টি লভিলা মনত॥
নব ঘোষা সঞ্জাত ভৈলেক ঠাকুৰৰ।
ঠাকুৰক প্ৰশংসা কৰিলা বহুতৰ॥
আৰু এক কথা শুনা বহু মহন্তৰ।
থাকি বনবাস মধ্যে গৃহে লস্কৰৰ॥
দেৱ আছে শুনি আইলা আধলিয়া দেৱ।
আসিল শ্ৰীহৰি দেৱ কৰিবাক সেৱ॥
আনো বড় বড় মহাজন আসিছন্ত।
মোৰ পিতামহ মাতামহ আসিলন্ত॥
যদুমণি দেৱ সমে দেৱ গোপালৰ।
উঠিল পূৰ্ব্বৰ প্ৰীতি কথা বহুতৰ॥
যদুমণি দেৱে বোলে দেৱ গোপালক।
তযু সঙ্গে আমি আসিলোহো ইদেশক॥
মহন্ত সবৰ দৃঢ় বচনক ধৰি।
এতেকাল বঞ্চো আমি মহাপ্ৰীতি কৰি॥
কৃষ্ণৰ কৃপাত বৈল মহন্তৰ বাক।
নপাইলেক ধৰ্ম্মঘাতী তোমাক আমাক॥
তুমি শুদ্ধ ব্ৰহ্মচাৰী মহাভাগৱত।
কিনো নিসিজিল মোৰ তোমাৰ বাক্যত॥
আবে শুনু কতো তযু বাক্য এড়ি যাই।
বৌধ হুয়া ধৰ্ম্ম নাশি ফুৰে ঠাই ঠাই॥
মহা মুৰ্খ অধমক হয় স্বেচ্ছামত।
নামানে তুলসী শালগ্ৰাম ভাগৱত॥

শ্ৰাদ্ধবিধি একাদশী কিছো নমানয়।
মহাপাপী হুয়া সবে পড়িবে নিশ্চয় ॥
দেৱে বোলে বাপু তুমি আমি আনোজন।
এক প্ৰীতি কৰি কাল গৱাইলো সঘন ॥
তোমাৰ আমাৰ ভকতৰ ভেদ নাই।
বৌধে ধৰ্ম্ম নাশি কাৰ উড়ুৱাইবে ছাই ॥
যাৰ যাৰ মহাভাগ্য আছয় পূৰ্ব্বত।
অৱশ্যে পড়িবে সিতো সন্তৰ ধৰ্ম্মত ॥
যি সব অভাগি পাপ বাসনা বহুত।
এহিসে অভাগি পুনু নুহিবে মুকুত ॥
হৰিৰ নিৰ্ম্মাল্য পদজল প্ৰসাদত।
হৰিপূজা দণ্ডবত গীতা ভাগৱত ॥
ইসব প্ৰমুখ্যে আনো হৰিৰ সেবাক।
নিন্দা কৰি ফুৰে যিতো সিতো বৌধঝাক ॥
মহামহন্তৰ ধৰ্ম্মপথক নমানি।
ধৰ্ম্মাধৰ্ম্মিস্থক নিন্দা বাঞ্ছে চাউল কানি ॥
মহামূৰ্খ অজ্ঞানী লোকৰ মাঝে যাই।
সতকাৰ লভি ফুৰে মহন্ত বোলাই ॥
মহন্ত সকলে ধৰ্ম্ম কৰিলা প্ৰকাশ।
তাক নিন্দা পাপী সব হোৱে সৰ্ব্বনাশ ॥
এহিমতে আনো কথা কহিলা বিস্তৰ।
যেন যেন মতে প্ৰীত্তি পূৰ্ব্ব মহন্তৰ ॥
যদুমণি দেব আদি মহন্ত সকলে।
শুনি শুনি আনন্দে গৈলন্ত কৌতুহলে ॥
সংবশে তৰিলোঁ বুলি লস্কৰে মানিলা।
দেৱেৰম্ন ভাৰতীৰ গৃহে থাকি গৈলা ॥
পিতামহ মাতামহ কৃতাৰ্থ ভৈলন্ত।
ৰহস্য ৰহস্য কথা সুধিয়া লৈলন্ত ॥
এহিমতে সন্ত সবে এক প্ৰীতি কৰি।
জগতকে নিস্তাৰিলা হৰি ভক্তি ধৰি ॥

যদুমণি দেৱে যাই নাহৰ আটিত।
বৈশাখৰ কৃষ্ণ ত্ৰয়োদশী যে তিথিত ॥
দেহ এড়ি গৈলা যেবে বৈকুণ্ঠপুৰক।
শুনি দেৱে বিস্তৰ কৰিলা কান্দি শোক ॥
মহন্তৰ আজ্ঞা ধৰি দুয়ো আসিলোহো।
তেহে বাপু গৈল আবে আমি ৰহিলোহোঁ
দেশে দেশে বহুত মহন্ত গ্ৰামীগণে।
শুনি উপবাসে থাকি গৈল শোক মনে।
বিস্তৰে আসিয়া মহোৎসব কৰিলেক।
কতো দেশে দেশে সভা কৰি ৰহিলেক ॥
তানে পতিব্ৰতা সতী পত্নি ৰহিলন্ত।
জেষ্ঠ পুত্ৰ সমে পাছে সত্ৰ ধৰিলন্ত ॥
আপুনি গোপাল দেৱে যাক বিহা দিলা।
জেষ্ঠ পুত্ৰ সমে আসি দেৱক নমিলা।
জগতানন্দক দেৱে শিখাইলা বিস্তৰ।
যেমনে ধৰিবে পাৰে ধৰ্ম্মক সন্তৰ ॥
দণ্ডৱতে দেৱক প্ৰণামি বাৰম্বাৰ।
আসিলন্ত দুয়ো পায়া আনন্দ অপাৰ ॥
স্থল এড়ি মানে কহিলোহো কথা সাৰ।
দেৱ গোপালৰ কথা কিছো কহো আৰ ॥
পুৰোহিত দেৱৰ ভাৰতী দুয়োজন।
অনন্ত মুৰাৰি নিত্যানন্দ সনাতন ॥
হৰি মিশ্ৰ আদি পূৰ্ব্ব দেশৰ মহন্ত।
খৰঙ্গি পাঠক আদি পশ্চিমৰ সন্ত ॥
উজানীয়া কানু আদি আনো মহাজন।
শ্ৰীকৃষ্ণ আদি সাধু ঠাকুৰৰ গণ ॥
বড় কন্দলিক আদি যতেক পণ্ডিত।
প্ৰৱৰ্ত্তি আছয় মানে হৰি ভকতিত ॥
তেসম্বে সহিতে কথা দেৱ গোপালৰ।
কতেক কহিবো কথা আছয় বিস্তৰ ॥

এহি মতে বহু কথা আছয় বিস্তৰ।
আশ্চাৰ্য্য বিচাৰ কথা শুনা আতপৰ ॥
গুণন্ত গোপাল দেৱে বৃদ্ধ ভৈলো আসি।
কোনে সত্ৰ ধৰিবেক ভকতি প্ৰকাশি ॥
ইহাৰ উত্তম পাত্ৰ শ্ৰীহৰি আছন্ত।
কিন্তু তেহো বৃদ্ধ অল্পকাল থাকিবন্ত ॥
আছে ৰাম চৰণ ইহাৰ পাত্ৰ হয়।
শূদ্ৰকুল নিমিত্তে সেৱাক নৰিহয় ॥
কৃষ্ণদেৱে যদি আনি দিবে একজন।
তেবে মোৰ মন বাঞ্ছা কৰয় পূৰণ ॥
এহি মতে গুণি আছা সৌৰাণি সত্ৰত।
ৰাম কন্দলি আসি মিলিলা সাম্প্ৰত ॥
দণ্ডৱতে প্ৰণামিয়া বুলিলা বচনে।
এহি পুত্ৰ গুটি দিলো তোমাৰ চৰণে ॥
সত্যে সত্যে সত্যে সত্যে সত্যে কহো সাৰ।
অন্ন জল পিণ্ড আশা নকৰোঁ ইহাৰ ॥
যদি দেৱে স্বীকাৰ কৰয় দাস বুলি।
তেৱে আৰ সবে পাওঁ পিণ্ড জলাঞ্জলি ॥
সুত সে অৰ্পিছো দেহ দেহীক তোমাত।
পুনু আক বিকিলোহোঁ দেৱতে সাক্ষাত ॥
শুনি পাছে গুণি দেৱে কৰিলা স্বীকাৰ।
ভক্ত সমে আলোচন কৰি বাৰম্বাৰ ॥
তাঙ্কে সত্ৰ দিম বুলি ইচ্ছা কৰিলন্ত।
নানা স্থানে তাহাঙ্ক পঢ়ায়া তুলিলন্ত ॥
ক্ষণো বাক্তে থাকা ক্ষণো পলায়া ফুৰন্ত।
ক্ষণো ভাগৱত ক্ষণো পদক শুনন্ত ॥
নিয়মে প্ৰসঙ্গ কৰিবাক নাপাৰন্ত।
ক্ষণো একে পদ ফিৰি ফিৰিয়া শুনন্ত ॥
পাছে গুণি নিশ্চয় কৰিলা প্ৰভু মনে।
পশ্চিমক যাইবো মই পলায়া এমনে ॥

কত গুটি বৈষ্ণৱক লৈলন্ত লগত।
নৌকা কতখানি মাত্র চলিলা লগত ॥
এহি কথা কুমৰ গোহাই শুনিলেক।
সোলা শিঙৰিৰ ফাটে দূত পাঠিলেক ॥
যদি প্ৰভু দেৱ যাই দেশ ছাড়ি মোৰ।
সত্যে সত্যে শূলত দিবোহো দেহা তাৰ ॥
শুনি দূতে গৈয়া শীঘ্রে চকিত কহিলা।
পাছে দেৱে পাইলা যেবে যাইবাক নেদিলা ॥
চকিয়াল দূতে দণ্ডৱতে পড়ি পড়ি।
কঠিনেও কাকুণ্যেয়ো নানা স্তুতি কৰি ॥
তেবেসে পাৰিলা নিবৰ্ত্তাইবে ছল কৰি।
আগবঢ়াই থৈল নিয়া নানা স্তুতি ৰড়ি ॥
পুনু আসি ৰহি পাছে থিৰ কৰি মন।
ভাগৱত শিখাইবাক কৰিলা যতন ॥
দুয়ো যোৰ ভাগৱত তাৰ পদ যত।
সপ্ত কাণ্ড ৰামায়ণ কথা ভাগৱত ॥
গীতা ৰত্নাৱলি ৰত্নাকৰ ভক্তিসাৰ।
আনো উপগ্রন্থ যত যত আছে আৰ ॥
সকলে পুস্তক কৰাইলন্ত বচনতে।
সকলে গ্রন্থক ক্রমে পঢ়ে প্ৰসঙ্গতে ॥
দৰঙ্গীয়া হৰি মিশ্রে দেৱৰ আগত।
কতো দিন পঢ়িছিল শ্ৰীভাগৱত ॥
মধু ভণ্ডাৰীয়ে পঢ়ে পদক সতত।
কণ্ঠ কোকিলৰ ধ্বনি শুনি যেন মত ॥
কৃষ্ণ গোপালৰ পাদপদ্ম মনে স্মৰি।
সভা সদে ডাক ছাড়ি বোলা হৰি হৰি ॥
আৰু এক খানি কথা শুনা আত পৰে।
তিনিটি বৈষ্ণৱ আইল পশ্চিম দেশৰে ॥
গৌৰাঙ্গ মুৰাৰি দাস আৰু নাৰায়ণ।
জাতিত ব্ৰাহ্মণ আতি ধৰ্ম্মিষ্ঠ শোভন ॥

গৌৰাঙ্গ ভাণ্ডিজ হয় খোড়ত নাৰায়ণ।
দেৱ দামোদৰক সেৱিছে দুয়োজন॥
কতো দিন থাকি পাছে আজ্ঞা মাগি গৈলা।
নৌকা কিনিবাক গ্ৰামে গ্ৰামে পৰ্য্যটিলা॥
সত্ৰে সত্ৰে ভকতত থাকিয়া পুছয়।
ভাগৱত ভাগৱতী আছে নাহিকয়॥
আছে বুলি দেখে পাছে পদ সে পঢ়য়।
ভাগৱত বুলি সেহি পদক শুনয়॥
পদ পাঠকক ভাগৱতী বুলি কয়।
ভাগৱত ভাগৱতী দুয়ো নাহিকয়॥
গীতা ৰত্নাৱলী ৰত্নাকৰ ৰামায়ণ।
ঘোষা ভক্তিসাৰ মোক্ষনিৰ্ণয় কীৰ্ত্তন॥
আনো যি পুস্তক মাত্ৰ দেখে যেতিক্ষণ।
সমস্তকে ভাগৱত বোলে সৰ্ব্বজন॥
মাস চাৰি বিচাৰি আনন্তা নপাইলেক।
পুনু আসি দেৱ গোপালত কহিলেক॥
স্নানক কৰিছে আন লোক নাহিকয়।
দণ্ডৱতে প্ৰণামিয়া বুলিলা বিনয়॥
কিছোমান বাক্য প্ৰভু বুলিবাক চাওঁ।
নজানো বা কিবা কোপ প্ৰসাদ বা পাওঁ॥
সূৰ্য্য সম প্ৰকাশক মহাভাগৱত।
দেৱৰ সদৃশ কোন আছে ইদেশত॥
কিন্তু এক খানি কথা দেখিছোঁ দেৱত।
কিসক নমানে দেৱে শ্ৰীভাগৱত॥
শুনি দেৱে দুঃখ মনে বুলিলা বচন।
ভাগৱত নমানিছোঁ ৱোলয় কেমন॥
পৰম সাদৰে মই শুনো ভাগৱত।
কেনে অবমান ভৈল কহিয়ো সাম্প্ৰত॥
শুনি নাৰায়ণে প্ৰেমে দিলন্ত উত্তৰ।
শুনিয়োক যেন মতে ভৈল অনাদৰ॥

তুমি হেন মহাজন থাকি বিদ্যমান্।
সবোয়ো নজানে ভাগৱত কোন থান॥
দেৱ আছন্তে যদি লোকে নজানিলে।
একেশ্বৰে দেৱে মানি কি কাৰ্য্য সাধিলে॥
চাৰি মাস ফুৰি থাকে বিচাৰি বিচাৰি।
ভাগৱত নজানয় কেহো নৰ নাৰী॥
পুস্তক মাত্রক সবে বোলে ভাগৱত।
আছোক আনৰ কথা তোমাৰ সত্ৰত॥
জগন্নাথে কেনে ভাগৱতী বোলাৱয়।
শ্লোক গুটি পঠতে তৃতয় ব্যক্ত হয়॥
কালি দেখো ভাগৱত পঢ়ন্তে কন্দলি।
শ্লোকক বুলিয়া পদ পঢ়ে কণ্ঠ মেলি॥
শ্রীভাগৱত শাস্ত্র অমৃত সাগৰ।
দুৰ্ভগীয়া লোকে আৰ নপাৱে ওচৰ॥
কৃপালু শঙ্কৰে আৰ পদ অৰ্থ ছলে।
লোকক দেখাইলে কেশৱক কৃপাবলে॥
পদৰস পাই পাছে ভাগৱত পিব।
ঘোৰ সংসাৰত মহাসুখে নিস্তৰিব॥
হেন ভাগৱত লোকে যেমনে জানয়।
তেমন প্রকাৰে কৰিবাক যোগ্য হয়॥
হেন শুনি দেৱে হাসি দুহানো বচন।
ধৰিলা মনত প্ৰসঙ্গিয়া ঘনে ঘন॥
এক দিনা দেৱে ভক্ত সমে আলচিলা।
কন্দলি পুত্ৰক নাম দিবে ইচ্ছা হৈলা॥
গৌৰাঙ্গ বৰণ কায় দেখিতে সুঠান।
কণ্ঠ কোকিলৰ স্বৰ অমৃত সমান॥
পূৰ্ব্বে হৰিচৰণ পিতৃয়ে নাম দিলা।
দেৱ গোপালৰ পাৱে যিদিনা অৰ্পিলা॥
সেহি দিনা হন্তে আতি কান্তিয়ো জ্বলিলা।
সমস্ত লোকৰ অনুগ্ৰহ পাত্ৰ হৈলা॥

শুভবাৰে শুভক্ষণে সুমঙ্গল কৰি।
ভাগৱত মিশ্ৰ নাম দিলন্ত আদৰি॥
যথাযোগ্য উপযোগ্য বস্তু ভাল ভাল।
দিলন্ত বিস্তৰ কৰি শ্ৰীমন্ত গোপাল॥
নাৰায়ণ গৌৰাঙ্গৰ প্ৰাৰ্থনা মনত।
ধৰি একদিনা প্ৰভু বসিয়া সত্ৰত॥
সবাকে শুনায়া প্ৰেমে বুলিলা বচন।
শুনিয়োক বাপু সব কৰি এক মন॥
একদিনা দেৱ দামোদৰ বসিছন্ত।
নাম গায়া ভকতেও পদক শুনন্ত॥
তথাপি বোলন্ত কেনে মন নকৰাহা।
প্ৰসঙ্গৰ বেলা গৈল কিয় বসিছাহা॥
ভকতে বোলন্ত দেৱে মন নকৰিছে।
ভক্ত সবে নাম গায়া পদক পঢ়িছে॥
দেৱে বোলে মই এতমান কলা ভৈলোঁ।
নাম গায়া পদ পঢ়ে তাক সুশুনিলোঁ॥
শ্ৰীকৃষ্ণ মুখৰ বাণী শ্ৰীভাগৱত।
তাৰ পাঠ বিনে হুইব প্ৰসঙ্গ কিমত॥
শুক নাৰদাদি কৰি মহন্ত সবৰ।
যাত বাৰম্বাৰ ক্ৰীড়া সন্তোষ মনৰ॥
হেন বাণী শুনি ভক্তে ধৰিয়া মনত।
অত্যন্ত শ্ৰদ্ধায়ে শুনে শ্ৰীভাগৱত॥
এতেকে তোৰাও শ্ৰদ্ধা কৰিয়া মনত।
শ্ৰীভাগৱত ৰস পিয়োক সতত॥
আৰু এক কথা শুনা দেৱ গোপালৰে।
প্ৰসঙ্গ নিয়মি বোলে আগত ভক্তৰে॥
যদি ভাগৱত সবে শুনা সাৱধানে।
ততো পাঞ্চ শ্ৰৱণীপাতিছো বিদ্যমানে॥
মোহন মুকুন্দ কৃষ্ণ চৰণ কৰুণা।
শ্ৰীহৰি শ্ৰৱণী পাতিলোহোঁ পাঞ্চজনা॥

দ্বাৰকা লক্ষ্মণ মধুসূদন শ্ৰীহৰি।
কমল লোচন জগন্নাথ জয়হৰি ॥
নিত্যানন্দ গোপাল গোবিন্দ জয়ৰাম।
মধুহৰি বল্লভ গকুল পশুৰাম ॥
বিষ্ণু সনাতন ৰাম শ্ৰীনিৰঞ্জন।
যদুৰায় দামোদৰ আনো ভক্তগণ ॥
সবে কৰ্ম্ম কৰন্তে পাঞ্চকো নধৰিবা।
মোহোৰ সঙ্গত পাঞ্চ বসিয়া থাকিবা ॥
এহি বুলি পাঞ্চকো দিলন্ত দ্ৰব্যচয়।
সবে বৈষ্ণৱকো পাছে দিলা মহাশয় ॥
হস্ত তুলি হৰি ধ্বনি দিলা বাৰম্বাৰ।
একেথানে সবাকো কৰিলা নমস্কাৰ ॥
সবে বৈষ্ণৱৰ মনে আনন্দ মিলিলা।
পুনু পুনু প্ৰেমত দেৱক প্ৰণামিলা ॥
মধ্য কৰি প্ৰভুক আবৰি থাকা বসি।
প্ৰসঙ্গ পাতিয়া ভাগৱত পিয়া বসি ॥
শ্ৰীভাগৱত মিশ্ৰে নানা স্বৰ তুলি।
ভক্তিৰস আনন্দত মজিয়া সমূলি ॥
পৰমাৰ্থ ৰস চালি কহে ভাগৱত।
বৈষ্ণৱ সবৰ মনে পশয় অৰ্থত ॥
সনাতনে দুয়ো বেলা পদক পঢ়য়।
নিশা হৈলে বিপ্ৰ নিৰঞ্জনে শুনাৱয় ॥
দেৱ গোপালৰ সদা প্ৰেম আতি ঝড়ে।
আনন্দতে নয়নৰ লোতক নিগড়ে ॥
যত ভক্ত সত্ৰৰ আনোৰা যত হয়।
সৰ্ব্বলোকে এক মহা আশ্চৰ্য্য দেখয় ॥
দেৱ ভাগৱত মিশ্ৰে ভাগৱত কহে।
দেৱ বনমালীৰ কণ্ঠত সবে ৰহে ॥
আগে ভাগৱত শুনি থাকে সাবধানে।
সবে ধ্বনি পাছে আসি কহে বিজ্ঞমানে ॥

শ্লোক টিকা শঙ্কৰ পাঠক উচ্চৰয়।
পাছে প্ৰতিপদে তাৰ ব্যাখ্যাক কৰয়॥
আবৰিয়া বহুলোকে শুনিয়া আছিলা।
মহাজন সবে দেখি আশ্চৰ্য্য বুলিলা॥
এমন কথাক নতু দেখি নতু শুনি।
নপঢ়িয়া ভাগৱত কহয় আপুনি॥
বহুকাল বহুবাৰ পঢ়ে ভাগৱত।
তভো তাৰ অৰ্থ নপাৱয় ভালমত॥
ছোট বনমালী আতা অল্প বয়সত।
সিংহ হেন ব্যাখ্যা কৰে শ্ৰীভাগৱত॥
বিস্ময় দেখিয়া দেৱ গোপালে বোলয়।
সামান্য লোকত ইটো কথা নঘটয়॥
কোন বা পৰম যোগী সিদ্ধ আসিলেক।
যোগভ্ৰষ্ট হুয়া আসি মানুষ ভৈলেক॥
কৃষ্ণৰ কৃপাত পুনু ভাগৱত কহে।
জানো চিৰকালে দেহ ৰহে বা নৰহে॥
এহি বুলি আশীৰ্ব্বাদ দিলন্ত বিস্তৰ।
আনো বহুকথা আছে দেৱ গোপালৰ॥

---



# নৰোত্তম ঠাকুৰ।

## ভক্তি প্ৰেমাৱলী।

জয় জয় কৃষ্ণ ইষ্ট জগতৰ গুৰু।
কাৰণৰো কাৰণ পূৰ্ণ ব্ৰহ্ম কল্পতৰু॥
যাৰ কটাক্ষতে হোৱে সৃষ্টি স্থিতি লয়।
প্ৰকৃতি সহিতে তিনি গুণৰ নিৰ্ণয়॥
নাহি আদি অন্ত যাৰ নাহি পূৰ্ব্বাপৰ।
তথাপিতো দেখা কেনে বশ্য ভকতৰ॥
হেন মহেশ্বৰ বিষ্ণু নিত্য নিৰঞ্জন।
সদায়ে প্ৰণামো তান অৰুণ চৰণ॥
তাহাৰ অমূল্য ৰত্ন ভকতি নিঃশেষ।
গুৰু মুখে পাই মই কিছু উপদেশ॥
তাহাৰ চৰিত্ৰ সংসাৰতে সাৰ জানি।
গুৰু বাক্য হৃদয়ত ধৰি অনুমানি॥
সংসাৰ সাগৰে জানা গুৰুসে সাৰ।
ভৱবন্ধ গুচাই কৰে সংসাৰৰ পাৰ॥
গুৰু বিনে পৰম বান্ধৱ আন নাই।
গুৰুক চিনিলে চিনিবাৰ ঠাই নাই॥
গুৰু কৃপা কৰে যাক হোৱে সৰ্ব্বসিদ্ধি।
গুৰু নিজ পিতা মাতা বিধাতাৰো বিধি॥
হৰি গুৰু বৈষ্ণৱক কৰি একঠাই।
অনায়াসে সংসাৰক তৰে সমুদাই॥
লভিলা তিনিয়ো তত্ত্ব ভৈলা কৃতকৃত্য।
শোক মোহ এড়াই সিতো জীয়ন্তে মুকুত॥
এতেকতে গুৰু বৈষ্ণৱৰ ভিন্ন নাই।
একে আত্মা একে গুৰু জানা সমুদাই॥

গুৰু ঈশ্বৰত ভিন্ন বুদ্ধি ভৈলা যাৰ।
সেহিসে নৰকে পৰে গতি নাই তাৰ॥
বিনা গুৰু উপদেশে নতৰয় কেৱ।
সংসাৰ সাগৰে নৌকা আন নাই দেৱ॥
এতেকতে সন্ত সাধু আছে যত যত।
একেবাৰে প্ৰণামো তাহাৰ চৰণত॥
দেৱ পত্নী বিপ্ৰগণ আছে যত যত।
কার্পণ্য কৰোহো তাসম্বাৰ চৰণত॥
পুত্ৰ ভাৰ্য্যা গৃহবাসে পায়া মায়া ত্ৰাস।
ভক্তি প্ৰেমাৱলী পদ কৰিবো প্ৰকাশ॥
সকলো শাস্ত্ৰৰ বিচাৰিয়া সাৰতত্ব।
এক বাক্য কৰি আনি লিখিলো সমস্ত॥
হেন বা পাতকী মুখে তৰো মায়া ত্ৰাস।
সন্ত অনুগ্ৰহে তাকে কৰিয়াছোঁ আশ॥
অল্পমতি জ্ঞান শূন্য মূৰ্খ অতিশয়।
পণ্ডিত সবৰ নিন্দিবাৰ ধৰ্ম্ম নাই॥
পণ্ডিতেসে শিখা দেয় মূৰ্খে হেনজানি।
কোননো পণ্ডিতে বুলিয়াছে নিন্দাবাণী॥
যদি নিন্দা কৰে তবু মোৰ চিন্তে হিত।
সমস্ত পাতক দহি কৰয় পবিত্ৰ॥
মোৰ পদ বুলি নধৰিবা গুণ দোষ।
কৃষ্ণৰ চৰিত্ৰ শুনি হইয়ো সন্তোষ॥
যেন এক চাকোলা থাকয় অন্ধকাৰে।
পসাৰক আঠুকাঢ়ী যাই ধীৰে ধীৰে॥
সি মত চাকোল জানা মোৰ বুদ্ধি মন।
পসাৰক যাইতে মই কৰোহো যতন॥
এতেকতে কৃষ্ণৰ চৰিত্ৰ জোতিৰ্ম্ময়।
সেহি জ্যোতিৰূপে মন ভৈলেক বিক্ৰয়॥
যেন মধুকৰে মধুৰস লয়ে টানি।
কৃষ্ণৰ চৰিত্ৰ মধু লৈলা মনে জানি॥

শূন্যৰ ওপৰে মহা জ্যোতিৰ প্ৰকাশ।
তাহাৰ ওপৰে আদি ব্ৰহ্মাৰ নিবাস ॥
তহিতে প্ৰকাশে নাম ভক্তি এক ঠাই।
যেন মতে প্ৰকাশিলা আপুনি লীলাই ॥
সেহি মতে জগত জনক নাৰায়ণ।
যেন মতে প্ৰকৃতিত কৰিলা সৃজন ॥
যেন মতে প্ৰকৃতিত মহাজ্ঞান কৈলা।
জানি তত্ত্ব মহাসতী আবৰিয়া লৈলা ॥
পাছে সতী ভকতি কৰিলা যেন মত।
কেবল ঈশ্বৰী মাত্ৰ আৰু সি ভকত ॥
দেখালো প্ৰথমে নিজ ভকত ভকতি।
ইহাৰ তত্ত্বক বুঝি লভিয়ো সম্প্ৰতি ॥
সপ্ৰেম ভকতি সতী লভি ঈশ্বৰত।
একৰূপে সৃষ্টি কৰা কৃষ্ণৰ ইঙ্গিত ॥
কৃষ্ণ হেন অৱতাৰ ধৰন্ত লীলাই।
মূৰ্ত্তি ধৰি প্ৰকৃতিয়ো সেৱন্ত সদাই ॥
এতেকে জানিবা ভকতিৰ মাঝে সাৰ।
সপ্ৰেম ভকতি সুখে তৰয় সংসাৰ ॥
আনো নানা ভক্তি পথে মুকুতিক পাই।
সপ্ৰেম ভকতি মাত্ৰ ভকতি উপাই ॥
আশীবিধ ভক্তি মাঝে নৱ বিধ সাৰ।
নৱবিধ মাঝে চাৰি বিধ সাৰাৎসাৰ ॥
চাৰিবিধ মাঝে বিশ্বাসত প্ৰেম ৰতি।
এই দুই বিধে মাত্ৰ নোখোজে মুকুতি ॥
শ্ৰৱণ কীৰ্ত্তন যিটো কৰে নিতে নিত।
সেহি বসে বিশ্বাস কৰিবে মনোনীত ॥
যেবে তৈলা বিশ্বাস নাহিকে আন চিত।
তেবেসে সপ্ৰেম আসি হোৱয় বিদিত ॥
বিশ্বাস বিহীনে প্ৰেম নুহিকে বিদিত।
নতুলভে সিটো জানে ভকতিৰ তত্ত্ব ॥

কীৰ্ত্তন কৰণে প্ৰেমে পূৰয় নয়ন।
তাকেসে বুলিয়া জানা উত্তম কীৰ্ত্তন॥
শ্ৰৱণ সময়ে মন হোৱে আনন্দিত।
বাক্য গদ গদ তনু হোৱে ৰোমাঞ্চিত॥
মহাপ্ৰেম আনন্দতে হোৱয় মগন।
তাহাকে বুলিয়া জানা উত্তম শ্ৰৱণ॥
দৈত্য দানব যক্ষ নিশাচৰগণ।
বৈৰ ভাবে কৰে হৰি বিৰূপ কীৰ্ত্তন॥
তথাপিতো মহামূৰ্খে লভয় মুকুতি।
তেমতে লভিবে লোকে নপাৰে ভকতি॥
শুনা সাৱধানে মন কৰি একচিত।
প্ৰেম সমে কৰে হৰি ভকতি বিদিত॥
প্ৰথমতে প্ৰকাশিলা বিশ্বাস ভকতি।
কৰিলন্ত মহালীলা পুৰুষ প্ৰকৃতি॥
যেন মতে প্ৰথমে স্ৰজিলা তিনি গুণ।
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি আন দেৱগণ॥
স্বৰ্গ মৰ্ত্ত্য পাতাল স্ৰজিলা তিনিখান।
আপুনি লীলায়ে জীৱ কৰিলা নিৰ্ম্মাণ॥
উত্তম যে অধম প্ৰকৃতি জীৱগণ।
পুৰুষ প্ৰকৃতি দুয়ো কৰিলা স্বজন॥
এতেকতে বুজিবা জীৱৰ ভাগ চয়।
কতো নৰ কতো মুক্তি মৰি ওপজয়॥
বুজিবাক লাগে জানা ইহাৰ নিৰ্ণয়।
কোনবস্তু গোট জীৱ মৰি ওপজয়॥
তেতে সতী ভকতি কৰিবে মহাশয়।
যেন মতে জীৱৰ সংসাৰ নাশ হয়॥
ভকতি বিহীনে জীৱ সুহিকে কিঞ্চিৎ।
মৰি ওপজয় দুঃখ ভুঞ্জে বিপৰীত॥
ভকতিত বিনায়ে জীৱৰ নাহি স্থিতি।
বুজিয়া আশ্ৰয় কৰা সপ্ৰেম ভকতি॥

আনো নানা প্ৰকাৰেৰ জীৱৰ আছে অৰ্থ।
অল্পমতি জন মই মুহিকে সমৰ্থ॥
তিনিগুণে নিৰ্ম্মিয়া আছন্ত মহাহৰি।
প্ৰকৃতিক মাতিলন্ত মহাৰঙ্গ কৰি॥
শুনিয়ো প্ৰকৃতি তুমি মোহোৰ বচন।
মোৰ হৃদয়ৰ পৰা ভৈলা উতপন্ন॥
মোৰ আজ্ঞা সত্বৰে কৰিয়ো মহাসতী।
ধৰা নানা মূৰ্ত্তি তুমি সত্বৰে সম্প্ৰতি॥
ব্ৰহ্মা আদি কৰি যত আছে দেৱগণ।
মায়াৰূপে সবাহাকে কৰিয়া সৃজন॥
ভূমি হোৱা মায়া মযোঁ হওঁ মহাকাল।
এহিমতে সৃষ্টিখন কৰো তত্বকাল॥
ই যোনিৰ পৰা জীৱ সি যোনিত থৈবা।
মায়াজাল পাতি তাৰ মনক মুহিবা॥
পুত্ৰ ভাৰ্য্যা ধনতেসে হইবে ব্যাকুল।
পাহৰি স্বৰূপে হৈব সম্যকে বাতুল॥
মই নানা মৃত্যু দিবো শুনা প্ৰাণেশ্বৰী।
মহাকাল ৰূপে সংহৰিবো লীলা কৰি॥
মই শ্ৰীকৃষ্ণ পূৰ্ণ সৃষ্টিৰ আদিত্য।
ব্ৰহ্মা মহেশ্বৰে মোক নাপাৰে জানিত॥
কেতিক্ষণে মৃতু হোৱে নাজানে নিশ্চিত।
মোৰ মহা অতৰ্ক্য মহিমা বিপৰীত॥
মহন্ত জনক যেন দুৰ্জ্জনে পীড়য়।
মই কাল চক্ৰ মাৰি তাক কৰো ক্ষয়॥
এতেক মায়াক বুজে যিটো মহাসদ।
তেবে পুত্ৰ ভাৰ্য্যা ধন বিষয় সম্পদ॥
তেজিয়া মৰণ আশা তাৰ ভৈলা শান্ত।
বুজিলে স্বৰূপে তাঙ্ক বুলিয়া মহন্ত॥
এড়িলা দেহৰ স্নেহ শোক মোহ যত।
জানিবা ঈশ্বৰী সিটো উত্তম ভকত॥

মোৰ চৰিত্ৰক কৰে শ্ৰৱণ কীৰ্ত্তন।
সিটো মোৰ সুহৃদ আত্ম প্ৰাণধন॥
কীৰ্ত্তন কৰন্তে প্ৰেমে ফুৰয় বাগৰি।
সিটো ধনে মোহোক যে কিনিলা সাদৰি॥
সিটো ভকতক মায়া নাপাতিবা সতী।
তোমাৰ পূজিত সিটো জানিবা সম্প্ৰতি॥
এতেক বচন হেন বুলি নাৰায়ণ।
শৰীৰৰ পৰা প্ৰকাশিলা বাত্ৰজন॥
ব্ৰহ্মা মহেশ্বৰক কৰিয়া এক ঠাই।
বাত্ৰজন বৈষ্ণৱ থাপিলা সমুদাই॥
আৰু চৈধ জন ভৈলা মুখ্য পাৰিষদ।
কৃষ্ণৰ স্বৰূপে সৱে বেদান্ত সাৰদ॥
বৈষ্ণৱৰ মাঝে শ্ৰেষ্ঠ মহেশ ভকত।
কৰিলন্ত যোগ জ্ঞান তাহানে বেকত॥
কৰ্ম্মযোগ জ্ঞানযোগ ভক্তিযোগ চয়।
মহেশৰ আগত কহিলা কৃপাময়॥
বুজিয়া ভক্তিৰ তত্ব দেৱ মহেশ্বৰ।
হৰিক হৃদয়ে কৰি ভৈলা দিগম্বৰ॥
এতেকতে কৃষ্ণৰ ভকত যিটো হয়।
মন তাৰ দিগম্বৰ হৈবেক নিশ্চয়॥
তাত পাছে নিৰ্ম্মাইলন্ত ভকত ছয়জন।
কেৱল কৃষ্ণক মাত্ৰ কৰে নিৰূপণ॥
অৰ্জ্জুনৰ উৰ্দ্ধমুখ কৰে ছয়জন।
হৰিৰ চৰিত্ৰ মাত্ৰ কৰন্ত কীৰ্ত্তন॥
কৃষ্ণৰ চৰিত্ৰ গাই থাকন্ত সন্তোষে।
তাসম্বাক নোচোৱয় প্ৰলয়ৰ দোষে॥
মহা প্ৰকৃতিয়ো যাৰ নোহে অধিকাৰী।
কৃষ্ণৰ চৰিত্ৰ জগতৰে উপকাৰী॥
ব্ৰহ্মা মহেশ্বৰ আছে ভকতি আচৰি।
মনুষ্যৰ ভকতিত তুষ্ট হোন্ত হৰি॥

এতেকে সবাতো কৰি মনুষ্য উত্তম।
ইন্দ্ৰ চন্দ্ৰ বায়ু বহ্নি নোহে যাৰ সম ॥
দেখাইলা গোপনে ইটো ৰহস্য ভকতি।
যেন মতে মাধৱক সেৱন্ত প্ৰকৃতি ॥
নৱ স্থানে নৱ মূৰ্ত্তি ধৰি প্ৰেমভাৱে।
মহামন সন্তোষে সেৱন্ত কৃষ্ণপাৱে ॥
চৰণৰ মাঝত থাকন্ত পদ্মৰূপে।
সকল ঐশ্বৰ্য্য সাক্ষী জানিবা স্বৰূপে ॥
সেহি চৰণৰ তলে যিটো নৈলা বাস।
কোননো ঐশ্বৰ্য্য তাৰ নুহিবে প্ৰকাশ ॥
একৰূপে ব্ৰহ্মাৰ কপালে ভৈলা জাত।
জগত মোহিনী মায়া জানিবা সাক্ষাত ॥
আক একৰূপে শুনা মায়াৰ লক্ষণ।
ইন্দ্ৰিয়ৰ মধ্যে জানা যাক বুলি মন ॥
মায়াকো মায়ায়ে মোহে জানিবা সম্প্ৰতি।
ইহাৰ তত্বক বুজে সি সে মহামতি ॥
একৰূপে শঙ্কৰৰ ভাৰ্য্যা মহামানি।
দৰশন্তে ভৈলা সাতাইশ নন্দিনী ॥
কৃষ্ণসমে ক্ৰীড়াক কৰিবে ৰঙ্গ মনে।
বাত্তৰি হাজাৰ গোপী ভৈলন্ত আপোনে ॥
স্বৰ্গত ভৈলন্ত এক লক্ষ পটেশ্বৰী।
একৰূপে ভৈলা শচী ইন্দ্ৰৰ সুন্দৰী ॥
আনো যত সুন্দৰীৰ মণি যত যত।
সবেয়ো লক্ষ্মীৰ অঙ্গ জানিবা সাক্ষাত ॥
অংশ কলা পূৰ্ণ অৱতাৰ মাধৱৰ।
ভাৱে ভাৱে গোসানী সেৱন্ত বাৰে বাৰে ॥
গাছ মাছ তৰু তৃণ পশু পক্ষীগণ।
সবাকো মায়ায়ে ৰমে স্বৰূপ লক্ষণ ॥
এৰাইলে মায়াৰ হাত কাহাৰ শকতি।
যাৱত নলৱে নৰে সন্তৰ সঙ্গতি ॥

ভকতক দেখি মাত্র মায়া থাকে ডৰি।
বোলে মোৰ লগত লগায়ে প্রেম জৰি॥
যিটো কৰে মাধৱৰ সপ্রেম কীর্ত্তন।
আপুনি এৰন্ত মায়া মায়াৰ বন্ধন॥
লোভ মোহ কামতেসে মজি থাকে মন।
যদ্যপি কৰন্ত সিটো হৰিৰ কীর্ত্তন॥
তথাপিতো তাৰ মন নুহিবে সুশান্ত।
সেসুৰে নেৰায়ে মায়া প্রকৃতিৰ হাত॥
প্রকৃতিৰ মায়াত মোহিত সৰ্ব্ব লোক।
এহিসে কাৰণে ভুঞ্জয় দুঃখ শোক॥
মায়াৰ কাৰণ কৈলোঁ শুনিলা সম্প্রতি।
যিবা কাৰ্য্যে যিকাৰণে ভৈলা উতপতি॥
কৃষ্ণৰ আজ্ঞাক মায়া কৰি শিৰোগত।
স্রজিবে লাগিলা চৰাচৰ সৃষ্টি যত॥
প্রথমতে সাতখান স্বৰ্গক স্রজিলা।
সাত খান পৃথিবীৰ ভাগ নিৰূপিলা॥
আৰু কৰিলেক সাঁতো সাগৰ বিশেষ।
স্থাবৰ জঙ্গম চৰাচৰক নিঃশেষ॥
সাতখান পাতাল স্রজিলা ৰঙ্গ কৰি।
দেখিয়া মায়াৰ কাৰ্য্য তুষ্ট ভৈলা হৰি॥
চন্দ্র সূৰ্য্য বায়ু বহ্নি কুবেৰ বৰুণ।
অপেস্বৰা গন্ধৰ্ব্ব নক্ষত্র গ্রহগণ॥
পাতালৰ দেৱগণ স্রজিলা সকলে।
থাকিল অনন্ত সাত পাতালৰ তলে॥
লক্ষ প্রহৰৰ পন্থ মধ্যত প্রকাশ।
যিবা দেৱে যি থানত কৰন্ত আকাশ॥
ব্রহ্মাণ্ডক আবৰিয়া জলে যেবে ৰৈলা।
তাহাঙ্ক আবৰি অনিলয় বায়ু ভৈলা॥
বায়ুকো আবৰি ৰৈলা মহাজ্যোতির্ম্ময়।
জ্যোতিক আবৰি ৰৈলা আকাশ নিচয়॥

আকাশক আবৰিয়া ৰৈলা অহঙ্কাৰ।
তাকো আবৰিলা মহাতত্ত্ব বুলি যাৰ ॥
মহাদকো আবৰিলা প্ৰকৃতিয়ো পাছে।
এহি মতে ব্ৰহ্মাণ্ডক নিৰ্ম্মি যেবে আছে ॥
মায়াৰ কাৰণ দেখি কৃষ্ণ কৃপাময়।
মনত গুণিয়া হৰি ভৈলন্ত বিস্ময় ॥
ব্ৰহ্মাণ্ডৰ বিভূতি দেখিয়া বিগুমান।
নানা বিধে প্ৰকৃতি স্ৰজিলা থানে থান ॥
অম্ৰাৱতী দেৱগৃহ ৰম্য সৰোবৰ।
পুষ্পিত উদ্যান বৰ্গ দেখিয়া বিস্তৰ ॥
সুবৰ্ণ বৈদূৰ্য্য হীৰা মাণিক ৰতন।
যেনে দিব্য গৃহচয় দেখি বিতোপন ॥
পাতাল পৃথিবী স্বৰ্গ দেখিলন্ত হৰি।
পৰম সন্তোষে ৰহিলন্ত ৰঙ্গ কৰি ॥
তিনিয়ো লোকৰ হৰি দেখিয়া বিভূতি।
মায়াৰ মহিমা দেখি ভৈলন্ত বিচুৰ্ত্তি
ইচ্ছা মাত্ৰ অল্প কৰি বুলিলা বচন।
এতেকতে ব্ৰহ্মাণ্ডক কৰিলা স্ৰজন ॥
ধন্য ধন্য সাধু সতী কহিলা বচন।
তোমাৰ সৃষ্টিক দেখি তুষ্ট ভৈলা মন ॥
আপুনিয়ো অংশৰূপে হৈবো অৱতাৰ।
তোমাৰ সৃষ্টিক কৰিবোহো বাৰম্বাৰ ॥
শুনিয়া প্ৰকৃতি পাছে বুলিলা বচন।
প্ৰদক্ষিণে মাধৱৰ নমিলা চৰণ ॥
জানু শিৰে মাধৱক কৰিলা সেৱলি।
বিনাৱন্ত প্ৰকৃতি ধৰিয়া কৃতাঞ্জলি ॥
তোমাৰ আদেশে নিয়োজিলো সৃষ্টি খান।
নাহি জীৱ ব্ৰহ্মাণ্ডক নকৰে শোভন ॥
সেহি বেলা কৃষ্ণদেৱ মনে গুণি চাইলা ॥
ব্ৰহ্মাৰ মুখক চাই বচন বুলিলা ॥

শুনিয়োক ব্ৰহ্মা তুমি বচন নিচয়।
মোৰ বাক্যে সত্বৰে নিৰ্ম্মিয়োক দেৱচয় ॥
শুনি ব্ৰহ্মা নম্ৰভাৱে কৰি প্ৰদক্ষিণ।
বিনাইবে লাগিলা চাহি কৃষ্ণৰ চৰণ ॥
আপোনাৰ দেহাক স্ৰজিলা ভগৱন্ত।
কিমতে স্ৰজিবো দেৱ নজানোহো তত্ত্ব ॥
হেন শুনি স্নেহদ্ৰৱ ভৈলা কৃপাময়।
ব্ৰহ্মাত কহিবে গৈলা মহাতত্ত্বচয় ॥
প্ৰথমত পঞ্চ তত্ত্ব কৈলা দেৱ হৰি।
চৌবিশ তত্ত্বক পাছে কহিলা উদ্ধাৰি ॥
চন্দ্ৰ সূৰ্য্য বায়ু ইন্দ্ৰ বহ্নি যম আনি।
ব্ৰহ্মাৰ হাতত আনি দিলা চক্ৰপাণি ॥
গঙ্গা আদি কৰি যত তীৰ্থ নিৰূপণ।
একাদশী আদি কৰি যত তীৰ্থগণ ॥
কুণ্ডলী ধৰণী আছে প্ৰভুৰ নাভিত।
তাৰ এক ভাগ দিলা ব্ৰহ্মাৰ হাতত ॥
তাৰ এক ভাগ পূৰ্ব্বে মহেশ্বৰে নিলা।
মহাৰঙ্গ কৰি কৰ্ণে কুণ্ডল পিন্ধিলা ॥
মনুষ্যক আদি কৰি আন দেৱগণ।
সবাৰো বস্তুৰে ব্ৰহ্মা কৰা নিৰূপণ ॥
উৰণ বুৰণ আৰু গজন ভ্ৰমণ।
সবাৰো দেহক ব্ৰহ্মা কৰিলা স্ৰজন ॥
অনন্তৰে যোগবলে প্ৰভু নাৰায়ণ।
স্ৰজিল ইন্দ্ৰিয়গণ প্ৰাণ বুদ্ধি মন ॥
প্ৰকৃতিকো ব্ৰহ্মাকো কৰিলা একঠাই।
সম্বোধিয়া নাৰায়ণে বুলিলা বুজাই ॥
মোৰ নিজ বীজ শক্তি জানিবা নিশ্চয়।
মোৰ নিজ অংশে জীৱ নাহি পৰাজয় ॥
দেহ মাত্ৰ ভগন জীৱৰ নাহি নাশ।
দেহত হৈবেক জানা জীৱৰ নিবাস ॥

এহি বুলি হাস্য কৰি মাতিলন্ত হৰি।
লোৱা জীৱ সতী মোৰ বচন সাদৰি॥
তোমাৰ হাতত সমৰ্পিলো জীৱগণ।
তোমাৰে সে অধিকাৰী চৈধ্যই ভুবন॥
গঢ়িবাহা ব্ৰহ্মা দেহ অনেক আকৃতি॥
তাৰ মাঝে জীৱ প্ৰাণ দিবাহা প্ৰকৃতি॥
কৃষ্ণৰ আদেশ ব্ৰহ্মা কৰি শিৰোগত।
গঢ়িবে লাগিলা ব্ৰহ্মা কৰি নানা মত॥
প্ৰথমতে পঞ্চতত্ত্ব আদ্য কৰি দিলা।
চৌবিশ তত্ত্বক পাছে তাতে নিৰূপিলা॥
কুণ্ডলী ধৰণী আদি কৰিলন্ত ব্ৰহ্মা।
বাত্তৰি হাজাৰ নাৰী দিল অনুকৰ্ম্মা॥
গঙ্গা আদি কৰি যত আছে তীৰ্থগণ।
নাৰী মধ্যে দিলা সবে ৰহিবাৰে স্থান॥
একাদশী আদি কৰি যত পুণ্য চয়।
মাজে মাজে স্থান দিলা বুজিয়া নিৰ্ণয়॥
ত্ৰিদশ দেৱতাৰ যত বীৰ্য্য বল।
দ্বাৰে দ্বাৰে দ্বাৰী কৰি দিলন্ত সকল॥
ঘট পট জীৱ জন্তু সবাকে গঢ়িলা।
যাৰ যেন ভাব সেহিমতে নিয়োজিলা॥
বালিচাঁহী পৰ্য্যন্ত নথৈলা কাৰো বাকী।
সবাৰো দেহক ব্ৰহ্মা গঢ়িলন্ত তাকি॥
নাৰীৰ শৰীৰ গঢ়িলন্ত ভাগমত।
পুৰুষক পাঞ্চ ভাগ গঢ়িলা সাক্ষাত॥
নাৰীৰ শৰীৰ গঢ়িলন্ত সুকুমলি।
দেখা মাত্ৰে পুৰুষৰ মন যায় টলি॥
হৃদয়ত দিলন্ত মদন পঞ্চ বাণ।
দৰশন মাত্ৰে হৰে পুৰুষৰ মন॥
কাল জল দিন ৰাত্ৰি শৰীৰ নিৰ্ম্মলা।
দেহ হেতু ব্ৰহ্মা দেৱে প্ৰকৃতিক কৈলা॥

শুনিয়া প্ৰকৃতি দেহে দিলা জীৱ প্ৰাণ।
ঢল ঢল কৰে নচলয় একো থান ॥
দেখিয়া প্ৰকৃতি ব্ৰহ্মা ভৈলন্ত বিস্ময়।
জীৱে প্ৰাণ দিলো দেখো তবু নচলয় ॥
পাপ পুণ্য দুইকো আনি দুই পাশে দিলা।
মূৰ্ত্তি ধৰি প্ৰকৃতিয়ো হৃদয়ে পশিলা ॥
তথাপি নচলে দেহা নাজানন্ত শুদ্ধি।
দেখি প্ৰকৃতিৰ দৰ্প চূৰ ভৈলা বুদ্ধি ॥
ধীৰে ধীৰে গৈলা দেবী মাধৱৰ পাশ।
কৃতাঞ্জলি নম্ৰভাৱে মাতিলন্ত লাস ॥
কৰযোৰ কৰি সতী বুলিলা বচন।
একোমতে চলাইতে নাপাৰো জীৱগণ ॥
ব্ৰহ্মায়ে স্ৰজিলা দেহা নানা ছন্দ কৰি।
তাৰ মাঝে জীৱ প্ৰাণ দিলো ৰঙ্গ কৰি ॥
পাপ পুণ্য সহিতে পশিলোঁময়ো মাজ।
আমি সবে জড় দেখোঁ প্ৰভু তুমি বাজ ॥
যত সৃষ্টি স্থিতি লয় তোমাৰে সে ইচ্ছা।
আমি সবে জৰ মাত্ৰ তুমি মাত্ৰ সঁচা ॥
আমাকে স্ৰজিলা প্ৰভু তুমি দেৱ হৰি।
তিনি গুণে স্ৰজিলাহা আপুনি মুৰাৰ ॥
ভাৱে ভাৱে ত্ৰিদশক স্ৰজিলা মুৰাৰি।
তোমাৰ আদেশে নিয়োজিলো তিনি পুৰী ॥
ব্ৰহ্মায়ে স্ৰজিলা দেহ তোমাৰ আদেশে।
তাৰ মাঝে জীৱ আমি দিলোহোঁ নিঃশেষে ॥
হাসো হাসো কৰে মাত্ৰ নলৰে নচৰে।
সবে দৰ্প চূৰ ভৈলা লাজ ভৈলো বৰে ॥
আমি সব জড়, তুমি চৈতন্য ঈশ্বৰ।
কোনে তৰ্কিবেক তযু মায়া নিৰন্তৰ।
সবে মিছা দেখোঁ আজি বল বুদ্ধি দৰ্প।
গৰুড়ৰ আগে যেম বন্দী ভৈল সৰ্প ॥

হেন শুনি হাস্য কৰি মাতিলা মুৰাৰি ।
তোমাকেসে পাতিলোঁ সৃষ্টিৰ অধিকাৰী ॥
আমিয়ো কৰিবো তাতে বিনন্দ বিলাস ।
তুমি আমি দুয়োজনে কৰিবো নিবাস ॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰক কৰি একঠাই ।
তিনি গুণে তিনিকো দিলোহো সমুদাই ॥
প্ৰকৃতিক শুনাই হৰি বুলিলা বচন ।
হৃদয়ৰ মাঝে যাই তুমি হৈবা মন ॥
মই পৰমাত্মা ৰূপে কৰিবো নিবাস ।
এতেক হৈবেক জানা জীৱৰ প্ৰকাশ ॥
হাস্য কৰি কটাক্ষে বুলিলা নাৰায়ণ ।
সূক্ষ্ম দেহে ব্ৰহ্মা যে তোমাক দিলো থান ॥
হৃদয়ত বিষ্ণু তুমি কৰিবা আসন ।
যাক যিবা লাগে দিবা পোষণ পালন ॥
মুখৰ মাজত থান দিলোঁ ত্ৰিলোচন ।
যাক যেনে ভাল মন্দ বুলিবা বচন ॥
ৰজো গুণে ৰাম ৰমিবাহা জগতত ।
এতেকতে সৃষ্টিখান হৈব উপগত ॥
শত গুণে কৃষ্ণ বিষ্ণু নাহি যাৰ অন্ত ।
হৃদয়ত থাকি তুমি পালা ত্ৰিজগত ॥
মুখত থাকিয়া তুমি ৰুদ্ৰ মহেশ্বৰ ।
যাক যেনে সংহাৰ কৰিবা নিৰন্তৰ ॥
মনৰূপে প্ৰকৃতি সবাৰে অধিকাৰী ।
তোমাৰ হাতত জীৱ দিলোঁ ৰঙ্গকৰি ॥
জলৰ মৎস্যৰ যেন ভিন্ন নাহিকয় ।
সেহিমতে মনৰ জীৱৰ এক নয় ॥
মনে যত ৰমে জীৱ তৈতে ওপজয় ।
মনৰ লগত জীৱ সুখ দুঃখ পায় ॥
মনে যেবে কৰে মোত সপ্ৰেম ভকতি ।
তেবেসে তৰয় জীৱ মনৰ উতপতি ॥

মহাপুৰুষৰ ইটো সাক্ষাত বচন।
জানি প্ৰেম ভকতি ধৰিয়ো সৰ্ব্বজন॥
প্ৰেম ভকতিত তুষ্ট হৈবন্ত সাক্ষাত।
তেবেসে এড়াইবে মন প্ৰকৃতিৰ হাত॥
হে ব্ৰহ্মা হে বিষ্ণু হে ত্ৰিলোচন।
তিনি দেৱে তিনি ৰূপ হবা এতিক্ষণ॥
বুদ্ধিৰূপে ব্ৰহ্মা তুমি জগত বিদিত।
বিষ্ণু অংশে এতিক্ষণে হবাগৈ চিত॥
অহঙ্কাৰ ৰূপে ৰুদ্ৰ তুমি তমোময়।
তিনি দেৱে তিনি তত্ত্ব জানিবা নিশ্চয়॥
ওষ্ঠে ব্ৰহ্মা জানা মহেশ্বৰ দন্ত দুই।
জিভা হৈলা বিষ্ণু তুমি ৰসৰ আলয়॥
কণ্ঠ মাঝে প্ৰকৃতি থাকিবা সাৰে সাৰ।
সমস্ত ৰসকে আনি কৰিবা ভাণ্ডাৰ॥
নাভিপদ্ম মাঝে যেন অনন্ত মই সঙ্গে।
সমস্ত ৰসকে বাতি দিবা ভাগে ভাগে॥
অধঃ দুই উৰ্দ্ধে দুই চাৰি ভাগ কৰি।
চাৰি ভাগ ৰসক মই দিবো ভাগ কৰি॥
আৰু এক কথা কহো আশ্চৰ্য্য মহিমা।
মাধৱৰ মায়াৰ যে কোনে পায় সীমা॥
প্ৰকৃতিক চাই মাতিলন্ত সনাতন।
সত্বৰে ঈশ্বৰী মোৰ পালিয়ো বচন॥
তুমি হৈবা পাপ ময় হৈবো পূণ্যগণ।
দুয়ো মিলি জগতক কৰিবো কাৰণ॥
ভকত জনৰ মাত্ৰ নকৰে কাৰণ।
পাপ নাই পুণ্য নাই নাই দোষ গুণ॥
কালকৃষ্ণ অধিকাৰ নকৰন্ত যাক।
আন কোনে অধিকাৰ কৰিবেক তাক॥
দ্বাৰে দ্বাৰে অধিষ্ঠাতা দিবো দেৱগণ।
যাক যেন থান দিলা শুনা বিদ্যমান॥

চক্ষু অধিষ্ঠাতা চন্দ্র সূর্য্য দুই ভাই।
কর্ণ অধিষ্ঠাতা যে অর্য্যমা সমুদাই ॥
নাসিকাৰ অধিষ্ঠাতা অশ্বিনী কুমাৰ।
বাক্য অধিষ্ঠাতা হুতাশন নাম যাৰ ॥
বল অধিষ্ঠাতা জানা বায়ু সর্ব্বজ্ঞান।
জিভা অধিষ্ঠাতা আসি ভৈলন্ত বৰুণ ॥
হস্ত অধিষ্ঠাতা ভৈলা ইন্দ্র সুৰপতি।
পদে বিষ্ণু গুহ্যে দিশ লিঙ্গে প্রজাপতি ॥
থানে থানে দেৱতাক দ্বাৰী কৰি দিলা।
যাৰ যেন পূজা ভাৱে ভাৱে নিয়োজিলা ॥
উৰ্দ্ধদেশে অধিকাৰ তুমি পশুপতি।
মধ্যথান অধিকাৰ বিষ্ণু মহামতি ॥
অধোভাগে অধিকাৰী তুমি হেন ব্রহ্মা।
তিনি ভাগে তিনি দেৱ দিলো অনুকর্ম্মা ॥
প্রকৃতিক পাতিলোঁ সবাৰে অধিকাৰী।
তযু হাতে সমর্পিলো বোলে দেৱ হৰি ॥
মায়া বলে জগতক কৰিলা স্রজন।
যেন মতে মোৰ নাভাগয় সৃষ্টিখান ॥
আৰু এক বাক্য বোলো তোমাৰ আগত
যিটো জন হোৱে মোৰ একান্ত ভকত ॥
সিতো ভকতত মায়া নাপাতিবা সতী।
মোৰ প্রিয়তম সিটো জানিবা সম্প্রতি ॥
শুনা সভাসদ ইটো মহা ভাগৱত।
কৃষ্ণৰ মুখৰ ইটো বাক্য সাৰোগত ॥
ভক্তিসে প্রধান বস্তু জানিবা সর্ব্বজন।
কৰা সর্ব্বজনে কৃষ্ণ চৰিত্র কীর্ত্তন ॥
অনেক সংযোগে নৰ তনু আছা পাই।
নুহিকে শাশ্বত ইটো ক্ষেণিকে পৰায় ॥
পুত্র ভার্য্যা ধন জন যত অভিলাষ।
কালে পাইলে একতিলে হৈবে সর্ব্বনাশ

যিকালত স্ৰজিলন্ত আদি নিৰঞ্জন।
সিকালত পুত্ৰ কৈত পাইলা কোনজন॥
মায়ায়েসে মায়াৰ পাশত কৰি বন্দী।
যেন নাকে বিন্ধি বলধিক আছে ছান্দি॥
পুত্ৰ ভাৰ্য্যা ধন জন স্নেহ দৰশাই।
তাত পাছে ওপজয় এৰণ নাযাই॥
জানি পুত্ৰ ভাৰ্য্যা তাত জীৱো আশকতি।
কৃষ্ণৰ চৰণে কৰা একান্ত ভকতি॥
মাধৱৰ অংশ জীৱ জানি আপোনাক।
জগতৰে আত্মা কৃষ্ণ ভজিয়ো তাহাক॥
কাল অজগৰে গিলে তিলেক মৰণ।
কৃষ্ণৰ চৰণে লোৱা একান্ত শৰণ॥
কৃষ্ণ বিনে ইষ্ট বন্ধু জানা আন নাই।
বোলা হৰি হৰি ঘোৰ সংসাৰ এৰাই॥

---

# ভূষণ দ্বিজ।

## শঙ্কৰদেৱৰ জীৱন চৰিত্ৰ।

ইকথা থাকোক শুনা আত অনন্তৰ।
যিমতে মাধৱ শিষ্য ভৈল শঙ্কৰৰ॥
বণ্ডুকাত ভাতৃ আছে তথাতে গৈলন্ত।
কিছুমান বিত্ত তৈৰ পৰা আনিলন্ত॥

কতোদিন আছে মহা হৰিষে মনত।
আসিয়া শৰৎকাল ভৈল উপগত॥
মনত বোলন্ত লাগে দেবী পূজিবাক।
পঠায়ো ৰামদাসক ছাগল কিনিবাক॥

শুনা বোলে বহিনাই কৰা মোৰ বাণী।
দুই গোটা ছাগল কিনিয়া দিয়ো আনি॥
মই যাওঁ হাতক তাম্বুল বেসাইবাক।
নকৰা বিলম্ব লাগে দেবী পূজিবাক॥

এহি বুলি ৰামদাসৰ হাতে টকা দিলা।
বেসাতি আনিতে প্ৰতি আপুনিও গৈলা
ৰাম দাসে টকা হাত পাতিয়া লৈলন্ত।
ছাগল কিনিবে প্ৰতি চলিয়া গৈলন্ত॥

ছাগলক অন্বেষে ফুৰন্ত গ্ৰাম পশি।
শঙ্কৰৰ আগে গৈয়া মিলিলা হৰিষি॥
শঙ্কৰক দেখিল আসনে আছে বসি।
গৌৰাঙ্গ শৰীৰ যেন পূৰ্ণিমাৰ শশী॥

ছত্ৰাকাৰ মাথা আতি কপাল সুসম।
প্ৰকাশয় মুখ আতি পূৰ্ণচন্দ্ৰ সম ॥
আজানু লম্বিত আতি বাহু মহাপুষ্ট।
বহল হৃদয় দৰশনে মিলে তুষ্ট ॥

যেন সূৰ্য্যৰ প্ৰকাশয় আসনত।
দৰশনে সমস্তে পাতক হয়ে হত ॥
দেখি ৰামদাসে মহা বিস্ময় ভৈলন্ত।
চৰণত পৰি নমস্কাৰ কৰিলন্ত ॥

উঠিয়া হৰিষে পাচে আসনে বসিলা।
কিকাৰ্য্যে আসিছা বুলি শঙ্কৰে পুছিলা ॥
আমাত বা তোমাৰ আছয় কোন কাম।
কোন গ্ৰামে থাকাহা তোমাৰ কিবা নাম ॥

শুনি ৰামদাস অতি নম্ৰ কায় ভৈলা।
নমস্কাৰ কৰি কথা কহিবে লাগিলা ॥
হোকোৰা কুচীয়া বোলে নাম ৰামদাস।
উত্তম কায়স্থ কুল লোকত প্ৰকাশ ॥

আছন্ত মাধৱ তেন্তে হোন্ত মোৰ শ্যাল।
দেবী পূজিবাক লাগি লাগয় ছাগল ॥
আসয় অষ্টমী দশভুজা পূজিবন্ত।
টকা দিয়া ছাগল কিনিতে পাঠিলন্ত ॥

আপুনি গৈলন্ত গুৱা পাণ আনিবাক।
মই আসি আছোহো ছাগল কিনিবাক ॥
কতবা জন্মৰ ভাগ্য আছয় আমাৰ।
সি হেতু চৰণ আসি দেখিলোঁ তোমাৰ ॥

এহি বুলি ৰামদাস মৌন থাকিলন্ত।
হেন শুনি শঙ্কৰে হাঁসিয়া মাতিলন্ত ॥
শুনা ৰামদাস কহোঁ তোমাৰ আগত।
নতু শুনা তুমি ইতো শাস্ত্ৰ ভাগৱত ॥

দেৱপূজা কৰি যিতো কাটে হাঁস ছাগ।
অন্তকালে সিয়ো অস্ত্র ধৰি লয়ে লাগ ॥
কাটে ছিণ্ডে লয়ে প্রাণ মাৰক মুচৰি।
যাতনা ভুঞ্জিবে লাগি জীয়ে মৰি মৰি ॥

যি কার্য্যে কাটয় বলি ফলো নধৰয়।
কিঞ্চিতেক ছিদ্রে সবে বিনাশ কৰয় ॥
চিৰকাল ভুঞ্জি মৰে ঘোৰ নৰকক।
যিতো জনে চাহে আপোনাৰ কুশলক ॥

কৃষ্ণক ভজিয়া সুখে তৰোক সংসাৰ।
আত পৰে জীৱৰ কুশল নাহি আৰ ॥
অনন্তৰে ৰামদাস প্রণাম কৰিলা।
বিদায় কৰিয়া নিজ গৃহে চলি গৈলা ॥

মনে ভয় ভৈল কথা শুনি শঙ্কৰৰ।
ছাগল নিকিনি পাছে আসিলা মন্দিৰ ॥
গুৱা পাণ লৈয়া ৰঙ্গে মাধৱ আসিলা।
ৰামদাস বহিনাইক হৰিষে মাতিলা ॥

কতকৰি লাগিল ছাগল কিনিবাক।
কতবৰ উচ্চ ছাগ দেখায়ো আমাক ॥
দুই শৃঙ্গ ভাল হৈবে অথুন দুই কর্ণ।
কিবা দুই গোটা কাল কিবা শুক্লবর্ণ ॥

আগক আনিয়ো আবে দোগোটা ছাগক
শুনি ৰামদাসে মাতিলন্ত মাধৱক ॥
মোহোৰ বচন বৰগিৰি শুনিয়োক।
কহো সত্য কথা তুমি নখজিবা মোক ॥

ছাগল কিনিবে গৈলো কৰিয়া যতন।
আছন্ত শঙ্কৰ তাঙ্ক ভৈলোঁ দৰশন।
বসিয়া আছন্ত মহাৰূপ চমৎকাৰ।
দেখি চৰণত কৰিলোহো নমস্কাৰ ॥

বসিলোঁ আসনে মোত কথা পুছিলন্ত।
কহিলোঁ তোমাৰ মই সকল বৃত্তান্ত ॥
হাসিয়া শঙ্কৰে পাছে বুলিলা বচন।
বৃথা দুঃখ পায়ে কৰ্ম্ম কৰিয়া যতন ॥

বলি কাটি যিতো অন্য দেৱক পূজয়।
অন্তকালে সেই বলি তাহাকে কাটয় ॥
যাতনা ভুঞ্জিয়া মৰে নাহিকে নিস্তাৰ।
নপায়ে ফলকো দুঃখ মাত্ৰ হোৱে সাৰ ॥

বিস্তৰ কহিলা আৰু মোহোৰ আগত।
ভয়ে নিকিনিলোঁ ছাগ কৈলোঁ স্বৰূপত ॥
শুনিয়া মাধৱ আতি ক্ৰোধত জ্বলিল।
মৰ মৰ পাপী বুলি খঙ্গিয়া উঠিল ॥

নামত হোকোৰা তোৰ বুদ্ধি নোহে ভাল।
কড়ি দিলোঁ তবু কিনি নানিলি ছাগল ॥
মূৰ্খৰ আগত যেন কথা কহ তই।
ধৰ্ম্ম বুঝাৱস কিছু নজানাহো মই ॥

ৰামদাসে বোলন্ত নকৰা ক্ৰোধ মোক।
শঙ্কৰৰ পাশে যাওঁ শিঘ্ৰে চলিয়োক ॥
আপোনাক পণ্ডিত মানস ৰৰগোট।
শঙ্কৰৰ আগত হৈবাহা সোটলোট ॥

মাধৱে বোলন্ত বৰ মতে গুৰু আশ।
কালি প্ৰভাততে যাইবো শঙ্কৰৰ পাশ ॥
ৰাত্ৰি গোট বঞ্চিলন্ত ৰজনী পোহাইল।
স্নান কৰি দুহান্তো যাইবাক সাজ ভৈল ॥

কিছু পাণ তাম্বুলক মাধৱে লৈলন্ত।
কতেক্ষণে শঙ্কৰৰ পাশক পাইলন্ত ॥
মনত বোলন্ত নকৰিবো নমস্কাৰ।
প্ৰথমে কৰিবো শাস্ত্ৰ তত্বক বিচাৰ ॥

হেন মনে গুণি যান্তে সমীপ পাইলন্ত ।
বসি আছে শঙ্কৰ মাধৱে দেখিলন্ত ॥
শৰীৰৰ জ্যোতিঃ দেখি শিহৰিল গাৱ ।
মনত বোলন্ত কিনো তেজৰ প্ৰভাৱ ॥

শঙ্কোচিত ভৈল গাৱ ৰূপ দৰশনে ।
কৰিলা প্ৰণাম পৰি শঙ্কৰ চৰণে ॥
ৰামদাসে প্ৰণামিলা পড়ি চৰণত ।
শঙ্কৰে বোলন্ত বসিয়োক আসনত ॥

হেন শুনি দুয়ো ৰঙ্গে বসিলা আসনে ।
শঙ্কৰে পুছিলা পাচে মধুৰ বচনে ॥
এহেন্তে মাধৱ জানো মহাসুবিনীত ।
দেখিলতে মেহোৰ হৰিষ কৰে চিত ॥

কিবা কাৰ্য্যে দুয়োজন আসি আছা হেথা ।
শুনিবাক উৎসুক কহিয়ো মোত কথা ॥
শুনিয়া মাধৱে পাণ তাম্বুলক লৈলা ।
সম্ফুৰাত কৰি শঙ্কৰৰ আগে দিলা ॥

পুনঃ নমস্কাৰ কৰি বসিলা আসনে ।
কহিবে লাগিল কথা মধুৰ বচনে ॥
শৰত কালত পূজা সমস্তে কৰয় ।
পূৰ্ব্বহন্তে ইটো বিধি নিয়ম আছয় ॥

বেদ আজ্ঞা লঙ্ঘিলেত মহাপাপ হয় ।
অৱশ্যেকে সিতো ঘোৰ নৰকে পৰয় ॥
বেদৰ বিহিত কৰ্ম্ম লাগে কৰিবাক ।
নকৰিলে শাস্ত্ৰে দুৰাচাৰ বোলে তাক ॥

দুৰাচাৰ ভৈলে শৰীৰৰ নাহি শুদ্ধি ।
দিনে দিনে পাপত মলিন হয়ে বুদ্ধি ॥
পিতৃ মাতৃ তাৰ জল পিণ্ড নলৱয় ।
পশু যেন বৃথা সিতো জীৱন ধৰয় ॥

মৰিলেও ঘোৰ নৰকত হোৱে ঠাই।
কোটি কোটি জন্মত তাহাৰ গতি নাই ॥
এতেকে আমৰা দেৱী পূজা কৰো জানি।
ঈশ্বৰৰ আজ্ঞা সিতো আছে বেদবাণী ॥

শঙ্কৰে বোলন্ত পাছে মাধৱক চাই।
শুনিয়োক কহোঁ মই শাস্ত্ৰ অভিপ্ৰাই ॥
ঋষিগণে কৰি ইতো বেদক বাখানে।
নিজ অৰ্থ ভকতিক ত্যজি বুঝে আনে ॥

তপ জপ যজ্ঞ কৰি ব্ৰাহ্মণকো চাড়ে।
পূণ্যক্ষয় ভৈলে তুনাই নৰকত পড়ে ॥
বেদমতে কৰ্ম্ম যদি অচিদ্ৰে কৰয়।
অৰ্পণা নভৈলে একো ফল নধৰয় ॥

যদি ফল পাৱে তাৰো আছয় বিনাশ।
মহন্ত সকলে আত নকৰে বিশ্বাস ॥
যজ্ঞ কৰি ধৰি আনি পশুক কাটয়।
পশুৰ ৰুধিৰে মহী কৰ্দ্দম কৰয় ॥

যদি এহি জন কৰে স্বৰ্গক গমন।
নৰকত তেবে পড়িবেক কোন জন ॥
বলি কাটি যিতো অন্য দেৱ পূজা কৰে।
হাতে অস্ত্ৰ ধৰি অন্তকালে লাগধৰে ॥

চুম্পি ধৰি তাকো কাটি কৰে খণ্ড খণ্ড।
পূৰ্ব্ব শত্ৰু স্মৰি কৰে প্ৰাণান্তিক দণ্ড ॥
যি কাৰ্য্যে কাটয় বলি তাতো নাই আশ।
ভ্ৰম নৰকত চিৰকাল কৰে বাস ॥

সংসাৰত আয়াযাত ভুগুচে জীৱৰ।
এতেকে প্ৰবৃত্ত পথ পৰম দুষ্কৰ ॥
শুনিয়া মাধৱে পাছে বুলিলা বচন।
পুৰাণে আগমে কহে কৰ্ম্ম সে প্ৰধান ॥

কৰ্ম্ম এড়ি বিকৰ্ম্ম পাতেকে হোৱে হত
অৰণ্যকে পৰিবেক ঘোৰ নৰকত ॥
শঙ্কৰে বোলন্ত শুনিয়োক স্বৰূপত।
পুৰাণৰ সূৰ্য্য ইতো মহাভাগৱত ॥

যাৱত জোন্নকা পোকা প্ৰকাশ কৰয়।
যাৱত নাহিকে আসি চন্দ্ৰমা উদয় ॥
পূৰ্ব্ব দিশে সূৰ্য্য যেন ভৈলন্ত উদয়।
জোন্নকা চন্দ্ৰৰ প্ৰকাশক বিনাশয় ॥

জোন্নকাৰ সদৃশ কুকাব্য নিৰন্তৰ।
সকলে পুৰাণ যেন প্ৰকাশ চন্দ্ৰৰ ॥
কোটি সূৰ্য্য সম প্ৰকাশয় ভাগৱত।
কাব্য পুৰাণৰ কিছু নাহিকে মহত ॥

ভাৰত পুৰাণ ব্যাস ঋষি কৰিলন্ত।
যাৰ যেন জাতি ধৰ্ম্ম সবে বিহিলন্ত ॥
চাৰিয়ো বেদৰ কৰিলন্ত শাখা ভেদ।
তথাপিতো সুগুচে মনৰ তান খেদ ॥

পশুহিংসা ধৰ্ম্ম বিহিলন্ত জগতত।
সি কাৰণে সুস্থ নাই ব্যাসৰ মনত ॥
বৈকুণ্ঠৰ শাস্ত্ৰ ইতো মহাভাগৱত।
নাৰায়ণে কহিলন্ত ব্ৰহ্মাৰ আগত ॥

ব্ৰহ্মা নাৰদত কৈলা নাৰদে ব্যাসত।
ব্যাসে কৰিলন্ত পাচে মহাভাগৱত ॥
শুকক পঢ়াইল ব্যাসে ইটো শাস্ত্ৰসাৰ।
শুকে পৰীক্ষিত আগে কৰিলা প্ৰচাৰ ॥

সাধু সঙ্গে কৃষ্ণ ভক্তি কেহো নজানয়।
কাম্য কৰ্ম্ম কৰি ঘোৰ নৰকে পৰয় ॥
পদবন্ধে নিবন্ধিলোঁ শাস্ত্ৰ ভাগৱত।
শ্ৰৱণ কীৰ্ত্তন কৰি তৰোক জগত ॥

মাধৱে পুছিলা পাছে কৰযোৰ কৰি।
বৃথা দুঃখ পাৱে কাম্য কৰ্ম্মক আচৰি॥
কোন কৰ্ম্ম তৰিবেক ঘোৰ সংসাৰত।
ইহাৰ উপায় আবে কহিয়ো সাম্প্ৰত॥

শঙ্কৰে বোলন্ত মাধৱৰ মুখ চাই।
ভকতিৰ সাধন সৎসঙ্গ বিনে নাই॥
ভাগৱতী নিগুৰ্ণাৰ পৃথক সাধন।
সংসৰ্গ ভক্তিৰ কথা শুনা দিয়া মন।

প্ৰথমতে মহন্তৰ শুশ্ৰূষা কৰিবেক।
শুদ্ধভাৱে দেখি তান কৃপা মিলিবেক॥
কহিবন্ত ধৰ্ম্ম ধৰিবন্ত শুদ্ধ মতি।
হৰি কথা শ্ৰৱণত উপজিব ৰতি॥

কৃষ্ণত হৈবেক প্ৰেম দৃঢ় ভক্তি জাত।
দেহ ব্যতিৰেকে আত্মা জানিবা সাক্ষাত॥
কৃষ্ণৰ পৰম কৃপা হৈবে তাক প্ৰতি।
সৰ্ব্বজ্ঞতা আদি গুণ মিলিবে সম্প্ৰতি॥

সংসাৰক তৰিবাক যাৰ আছে মন।
প্ৰথমে কৰোক সাধু সেৱাক যতন॥
গুৰুসেৱাতেসে পাই ভকতি মুকুতি।
অন্যথা নপাৱে ইতো কহিলো যুকুতি॥

অসংখ্যাত সাংখ্য শ্লোক মাধৱে তুলিলা।
শঙ্কৰে শাস্ত্ৰক দেখাই সকলে খণ্ডিলা॥
তিনি প্ৰহৰ মান দুয়ো বাদ কৰিলন্ত।
ৰাম ৰাম মুখ্য কৰি সকলে আচন্ত॥

দুই হান্তৰ সংবাদ চাহিয়া ৰঙ্গমনে।
চাহিয়া আছন্ত সবে সভাসদ গণে॥
শঙ্কৰৰ পৌঢ়ি বাক্য শুনি মাধৱৰ।
গুচিল সংশয় যত আছিল মনৰ॥

কৃতাঞ্জলি কৰি আসনৰ উঠিলন্ত।
গুৰু মানি শঙ্কৰত শৰণ লৈলন্ত ॥
সাধু সাধু মাধৱক প্ৰশংসা কৰিলা।
দুই হাতে আস্বাসিয়া শঙ্কৰে তুলিলা ॥

উঠিয়ো মাধৱ তুমি বসিয়ো আসনে।
তোমাৰ কথাত মহা তুষ্ট ভৈলো মনে ॥
অনন্তৰে ৰামদাসে লৈলন্ত শৰণ।
অন্যোন্যে কৃষ্ণৰ কথা কৰি সম্ভাষণ ॥

দিলন্ত তাম্বুল সবে ৰঙ্গে ভুঞ্জিলন্ত।
নমস্কাৰ কৰি দুয়ো গৃহক গৈলন্ত ॥
কথামাতে যান্ত পথে হৰষিত মন।
মাধৱে বুলিলা ৰামদাসক বচন ॥

পূৰ্ব্ব হন্তে শুনু শঙ্কৰৰ কথা যত।
তথাপিতো কিঞ্চিতেক নধৰো মনত ॥
তুমি বৰ আমাক কৰিলা উপকাৰ।
একেতো কুটুম্ব আৰু সুহৃদ আমাৰ ॥

টকা দিলোঁ তভো তুমি নিকিনিলা ছাগ।
মহাক্ৰোধে মোৰ মনে মিলিল বৈৰাগ ॥
মহা ভাগ্য আসি মোৰ ভৈলা উপাসন।
শঙ্কৰদেৱৰ মই দেখিলোঁ চৰণ ॥

কৰিলোঁহো সম্ভাষন শাস্ত্ৰক বিচাৰি।
গুৰু মানি শৰণ লৈলোঁহো দৃঢ় কৰি ॥



# দামোদর দ্বিজ।

## মহাভারত—শল্যপর্ব্ব।

### ঢুলড়ী।

জয় জনার্দ্দন পুরুষ পুরাণ,
ভক্ত জন ভয়হারী।
পুতনা শোষণ অঘ বিনাশন,
প্রণামো দেব মুরারি॥
নমো হৃষিকেশ তব পদে দাস,
তোমাক করি প্রণতি।
বিপ্রদামোদর করি মহাকেলি,
কৌতুহলে নিগদতি॥
যত লোক চয় দ্বিগজ পরায়,
নাপায়া ইহার মর্ম্ম।
জানি বা নাজানি পদনিবন্ধিলোঁ।
মহন্তর ক্ষমা ধর্ম্ম॥
জানি সভাসদ সুবুলিবা মন্দ
মই অধমক প্রতি।
কৃষ্ণ কথা জানি শুনা সবে প্রাণী,
হরি পদে দিয়া মতি॥
বদতি সঞ্জয় শুনা মহাশয়,
ধৃতরাষ্ট্র নরেশ্বর।
কুরু-পাণ্ডবর ভৈলা ঘোর রণ,
যথা দেব-অসুরর॥

প্ৰথমতে ঘোৰ লাগিলা সমৰ,
ধূলাময় অন্ধকাৰ।
ৰাহুতে ৰাহুতে মাহুতে মাহুতে,
ৰণ ভৈলা পৰস্পৰ॥
মাহুত সকলে হস্তীক প্ৰহাৰে,
কুম্ভস্থলে বৰ টানে।
দুৰ্ঘোৰ আতাস পাৰি খেদি যাই,
মেঘৰ যেন গৰ্জ্জনে॥
শকতি তোমৰ হানে ভয়ঙ্কৰ,
অন্যো অন্যে বীৰ গণে।
দুঃসহ ক্ৰোধত প্ৰাণে হুয়া হত,
চলয় যম সদনে॥
হস্তীক হস্তীয়ে দশন প্ৰহাৰে,
ৰথাক ৰথীয়ে বেঢ়ি।
ঘোটকে ঘোটকে কামোৰা কামুৰি,
পৰি মৰে জৰাজৰি॥
ৰথাৰ ৰথক যতেক ঘোটক,
নাৰাচ তোমৰ হানে।
ধনুকী ধনুকী একক অলেকে,
পঠায়ে যম কৰলে॥
কুৰু পাণ্ডুদল কৰে হুলস্থুল,
মাৰ মাৰ তোল তোল।
দুই খান সাগৰ হুয়া একত্তৰ,
ৰণৰ যেন আন্দোল॥
অসংখ্যাত হয় বেগে খেদি যাই,
চামৰে শোভিত আতি।
হেমন্ত গিৰিৰ পাঞ্জৰত যেন,
হংস চৰে পান্তি পান্তি॥

ঘোটক সবৰ খুৰাৰ আঘাতে,
ভূমি যে আতি শোভয়।
ৰতি সময়ত নখে হুয়া ক্ষত,
নাৰী যেন প্ৰকাশয় ॥
ৰথৰ চক্ৰৰ শব্দ আতি বৰ,
পদাতি পদ আস্ফালে।
পঞ্চ শবদৰ হস্তীৰ গৰ্জ্জন,
কাৰ্ণত মাৰয় তালে ॥
চতুৰঙ্গ দল ৰথৰে শবদে,
শঙ্খৰ শিংহাৰ ধ্বনি।
শুনি অসংখ্যাত পৰিয়া নিৰ্ঘাত,
নাদয় যেন মেদিনী ॥
ধনুৰ টঙ্কাৰ কৰে নিৰন্তৰ,
খড়্গ কৰে চিকিমিকি।
দিশ বিদিশ একোএ নজানি,
সুবৰ্ণ কবচ কান্তি ॥
বাসুকী সত্ৰাস দেখন্তে হৰিষ,
অলঙ্কাৰে সবে সজ।
বীৰ বাহুচয় পৰিয়া আছয়,
যেহেন ইন্দ্ৰৰ ধ্বজ।
বীৰ শিৰচয় ধৰণী শোভয়,
শবদ আতি বহল।
যেন বৃক্ষ হস্তে খসি খসি পৰে,
অসংখ্যাত তাল তাল ॥
কুণ্ডলে মণ্ডিত ৰুধিৰে লিপিত,
সবে কৰি খণ্ডভণ্ড।
মত্ত হস্তীগণ ভাঙ্গিলেক যেন,
পুষ্পিত পদ্মৰ মণ্ড ॥

মহা মনোহৰ বীৰগণে উৰু,
হস্তীৰ মুণ্ড আলয়।
গড়াগড়ি কৰি আছে পড়ি পড়ি,
ধৰণী মণ্ড শোভয়॥
অসংখ্যক বন্ধ দেখিতে কুবন্ধ,
ছত্ৰাজ চামৰে ধৰি।
যেন পুষ্পবন শোভে সশোভন,
পৰম ইচিত কৰি॥
যত বীৰ গণ কৰন্ত ভ্ৰমণ,
মনত নাহিকে ত্ৰাস।
শৰীৰক ঢাকি বহয় ৰুধিৰ,
পুষ্পিত যেন পলস॥
হস্তীগণ যত পৰিলত আত,
শৰে হুৱা জৰ্জ্জৰিত।
আকাশৰ মেঘ খণ্ড খণ্ড হুয়া,
পৰিছে যেন ভূমিত॥
গজ সমূহক নিলা যমলোক,
প্ৰাণৰ দেখি যতেক।
এৰি পটোআৰ দিলা সবে লৰ,
পলাইলা কুৰু কতক॥
খণ্ড মেঘগণ ভৈল হস্তী চয়,
পৰিছে দন্ত প্ৰকটি।
যেন শচীপতি হাতে বজ্ৰ ধৰি,
পেলাইলা পৰ্ব্বত কাটি॥
মাহুত সহিতে কৰি সমন্বিতে,
আছে অসংখ্যাত হয়।
প্ৰাণ গৈলা চাৰি ৰৈল পৰি পৰি,
দেখি লাগে মহাভয়॥

নন ভূমি খণ্ড ভৈল ৰণ্ড ভণ্ড,
মৃতকে আতি দুর্গম।
ছিন্ন ছত্র দণ্ড ভৈল খণ্ড খণ্ড,
ৰুধিৰে ভৈল কৰ্দ্দম॥
শুনা মহাৰায় পাক ভৈল তাত,
অস্থিয়ে খোলা খাপৰ।
ধ্বজে বৃক্ষ গণ অস্থিৰ পৰ্ব্বত,
ভূজে চন্দ্র ঘৰে যাৰ॥
ধনু গণে বেগ বহে অবিচ্ছেদ,
হৰে শিলা খণ্ড যত।
মেদ পজা দুই নিবিড় কৰ্দ্দম,
ছত্রে হংস অসংখ্যাত॥
কবচ পাগুৰি যাই উড়ি উড়ি,
অসংখ্যাত মনে দেখি।
পতাকা ৰুচিৰ ভ্রুব মনোহৰ,
চক্রে চক্রবাক পক্ষী॥
ক্ষত্রিয় গণৰ আনন্দ অপাৰ,
দেখি শোণিতৰ নদী।
ভকক জনৰ ভয়ে কম্পমান,
দক্ষিণক বহে ভেদি॥
কুৰু পাণ্ডবৰ তেজে ভয়ঙ্কৰ,
বহে নদী খৰৰ্ত্তৰ।
পিতৃলোক লাগি ধাবায়ে বহয়,
ভয়ে কম্প কলেবৰ॥
মৃতক জনৰ লাগিয়া কান্দয়,
অন্যোঅন্যে বন্ধুগণে।
ভীম অৰ্জ্জুনৰ শৰত পৰিয়া,
চলিল যমকবলে॥

তথু সেনাচয় ভীম ধনঞ্জয়,
শুহিলেক শৰে হানি।
পাচে দুই ভাই শৰীৰৰ বলে,
কৰিলা শঙ্খৰ ধ্বনি ॥
ধৃষ্টদ্যুম্ন বীৰ শ্ৰীখণ্ডি সহিতে,
নৃপতিক আগকৰি।
শল্য নৃপতিক লাগি খেদি গৈল,
কৰে ঘোৰ ধনু ধৰি ॥
মাদ্ৰীৰ তনয় ক্ৰোধে গৈলা ধাই,
অস্ত্ৰ শস্ত্ৰ ধৰি কৰে।
দেখি কুৰু সেনা ভৈলা সেনাবেনা;
পলাই গৈল নিৰন্তৰে ॥
পাণ্ডবৰ শৰে কাটে নানা মতে,
কুৰু কতকৰ শিৰ।
ভৈল হাহাকাৰ তোমাৰ সেনাৰ,
ভয়ে নোহে কেহো থিৰ ॥
ভাইক ভাই এৰি পলাই লৰৰি,
পুত্ৰক এৰিয়া বাপে।
মাতুল ভাগিন এৰি বন্ধুগণ,
ভয়ে পলাই জাকে জাকে ॥
হয় হস্তী ৰথ এৰিয়া সমস্ত,
পলাই মাত্ৰ প্ৰাণ ৰাখি।
গুচিল হৰিষ গৈলা দশোদিশ,
সমৰ ভূমি উপেক্ষি ॥
ৰণ ভূমি খান কৰিলো বৰ্ণন,
যথা মতি অনুসাৰে।
মোক মূৰ্খ জানি নিন্দা নকৰিবা,
সাধুসব নিৰন্তৰে ॥

মই পুনু মূঢ় অৰ্থ ইতো গূঢ়,
যেন অমৃতৰ ভাণ্ড।
কাক পখী লাগি যেন কোন জনে,
নমাৰে সুবৰ্ণ কাণ্ড॥
ময়ো সে হিনয় জানিবা নিশ্চয়,
নকৰিবা অসন্তোষ।
মূৰ্খক নিন্দিলে কিছু ফল নাই,
অমৃত সমান দোষ॥
ব্ৰাহ্মণৰ ঠাই জন্ম আছো পাই,
সংস্কাৰে ভৈলো দ্বিজ।
কৃষ্ণৰ চৰণে ভকতি নুপজে,
এৰিলোঁ স্বধৰ্ম্ম নিজ॥
নমো নিৰঞ্জন ভকত ৰঞ্জন,
তুমি সে জগন্নিবাস।
তযু বৈষ্ণৱৰ সঙ্গত আমাৰ,
ৰহোক দৃঢ় বিশ্বাস॥
জানি সভাসদ শুনা নিশবদ,
কথা ইটো বিদ গদ।
তাহান ৰাজ্যত থাকি বিৰচিলোঁ,
শল্য নৃপতিৰ বধ।
বিপ্ৰ দামোদৰ কহে নিৰন্তৰ,
চিত্ত সাবধান কৰি।
আপুনিও তৰা পুৰুষ উদ্ধৰা,
ডাকি বোলা হৰি হৰি॥

পদ

সঞ্জয় বদতি পাছে শুনা নৰেশ্বৰ।
কুৰু পাণ্ডুৱৰ যেন যুদ্ধ ভয়ঙ্কৰ ॥
আপোন প্ৰজাৰ ভয় দেখি মদ্ৰেশ্বৰ।
সাৰথিক চায়া পাচে দিলন্ত উত্তৰ ॥

জয়দ্ৰথ যুধিষ্ঠিৰ ৰাজা বিদ্যমানে।
আগ পাচে বীৰগণে লগতেও গণে ॥
ধবল ছত্ৰক যাৰ মাথে আছে ধৰি।
তান সমীপক ৰথ বাহা শীঘ্ৰকৰি ॥

দেখিয়ো সাৰথি আজি মোৰ ভুজবল।
মোৰ আগে কোন বস্তু পাণ্ডুৱ সকল ॥
শল্যৰ বচন শুনি সাৰথি ত্বৰিত।
চপাইলেক ৰথ যুধিষ্ঠিৰ সমীপত ॥

শল্যে খেদি আসে পাণ্ডৱৰ সেনাগণ।
নিৰ্ভয়ে ধৰিলা হাতে ধৰি ধনুৰ্ব্বান ॥
যুদ্ধক সমুখে ধাইল ৰাজা মদ্ৰেশ্বৰ।
ফিৰি পাতিলেক পাণ্ডুগণ নিৰন্তৰ ॥

পূণ্যবীৰ গণ ৰহিলেক বেহু মুখে।
নকুলে বুলিলা চিত্ৰসেনক সম্মুখে ॥
পৰম সুন্দৰ দুয়ো সমৰে নিপুণ।
দুইক দুই শৰগণ প্ৰহাৰে দাৰুণ ॥

পুনু চিত্ৰসেনে শনাইত তিনি বাণ।
নকুলৰ ললাটত বিন্ধিল সন্ধান ॥
আৰ তিনি বাণে সাৰথিৰ লৈলা প্ৰাণ।
তিনি বাণে ধ্বজক কৰিলা সাত খান ॥

তীক্ষ্ণ শৰ গণে ৰথ নিলা যমথান।
সমৰে লাঘব বীৰ কৰ্ণৰ নন্দন ॥
তিনি শৰে নকুল প্ৰকাশে সি বেলাত।
তিনি গোটা শৃঙ্গ যেন অপৰ পৰ্ব্বত ॥

ৰথী ৰথ চূৰ্ণ দেখি মনে কোপ কৰি।
চিত্ৰক সম্মুখে ধাইল খড়্গ চৰ্ম্ম ধৰি ॥
খড়্গ চৰ্ম্ম ধৰি দেও দিনা ৰথ হন্তে।
পৰ্ব্বতৰ পৰা নামি সিংহ যেন মতে ॥

পদ গতি কৰি যাই মাদ্ৰীৰ তনয়।
অস্ত্ৰ শস্ত্ৰ চিত্তে হানিলন্ত শৰচয় ॥
পাণ্ডুৰ তনয় মহাবীৰ পৰাক্ৰম।
সমৰে লাঘব অতিশয় জিতাশ্ৰম ॥

কাটি ছিণ্ডি শৰচয় পেলাইলা পথত।
দেখ নেদেখতে যাই চৰিলা ৰথত ॥
পৰম বিস্ময়ে প্ৰজাগণে চাই আছে।
কুণ্ডলে মণ্ডিত শিৰ কাটিলন্ত পাচে ॥

সুন্দৰ নাসিকা কৰ্ণ আয়ত নয়ন।
সুবৰ্ণ কিৰীটি মাথে জ্বলে বিতোপন ॥
হেন শিৰ ছেদিলন্ত মাদ্ৰীৰ কুমাৰ।
ৰথৰ উপৰে যেন শোভে দিনকৰ ॥

নকুলৰ বীৰত্তক দেখিয়া হৰিষে।
সাধু বাদে বীৰক পূজিলা দশোদিশে ॥
সত্যসেনে সুসেনে দেখিয়া ভাতৃ বন্ধ।
মহামৰ্ম্মে ভৈলা দুও নয়নত বন্ধ ॥

নকুলক খেদি দুয়ো যাই মহাবেগে।
প্ৰমত্ত নাগক যেনমতে দুয়ো বাঘে ॥
পাণ্ডুৰক বেঢ়ি দুয়ো শনাইত শৰে।
ভেদিলেক নকুলক আঙ্গুৰে পাঙ্গুৰে ॥

শৰ ছোটে নকুলৰ কোপ আতিবৰ।
আন ধনু খান তুলি লৈলা ভয়ঙ্কৰ ॥
আন ৰথে চৰি বীৰ নকুল বিশাল।
নির্ভএ ৰহিলা কোপে যেন যমকাল ॥

সত্যসেনে সুসেনে হানিলা শৰচয়।
ৰথক আবৰি শৰ ধাৰে বৰিষয় ॥
হাসিয়া নকুল ধৰিলেক শৰ ধনু।
সত্যসেনে আন চাপে কৰে লৈলা পুনু ॥

সত্যসেন প্ৰসেন যে তাৰ দুই ভাই।
দুয়ো শৰে পাণ্ডুৰ ভেদিলা হৃদয় ॥
হানিয়া সুসেনে পাচে সুৰপতি বাণ।
নকুলৰ হাতৰ কাটিলা ধনু খান ॥

আন ধনু ধৰিলন্ত ক্ৰোধে বীৰবৰ।
সুসেনক হানিলেক ঘোৰ পাঞ্চশৰ ॥
আৰ এক শৰে ধ্বজ ছেদিলা ৰথৰ।
হস্ত আৰ কৰ চৰ্ম্ম ধনু ভয়ঙ্কৰ ॥

সুসেনৰ ধনু ছেদ দেখি প্ৰজাগণ।
সাধু সাধু বুলি প্ৰসংশিলা সৰ্ব্বজন ॥
হেন শুনি সুসেনৰ ক্ৰোধ গৈলা জ্বলি।
শত্ৰু সম ধনুৰ্ব্বান কৰে লৈলা তুলি ॥

বধিলন্ত সত্যসেন সমৰে প্ৰচণ্ড।
সাৰথিৰ ৰথক কৰিলা খণ্ড খণ্ড ॥
দুই শৰে ধনু খান কাটিলা হাতৰ।
মহামৰ্ম্মে নকুলৰ কাম্পে কলেবৰ ॥

ৰথভঙ্গ হুয়া বীৰ নকুল খজিলা।
ৰথৰ শকতি পাত তুলিয়া লগাইলা ॥
সুবৰ্ণৰ দণ্ড আঙ্গুঠিত অগ্ৰে যাৰ।
লহলহ সাজিলা যেন সৰ্পৰ আকাৰ ॥

লৈল ধৌত সঞ্জি পাত দুই হাতে দাঙ্গি।
বলে প্ৰহাৰিলা কৰ্ণ তনয়ক লাগি॥
অনন্তৰে সেহি পাত হৃদয়ক পাইলা।
সাঁত খান কৰি দেহা কাটিবে লগাইলা॥

ৰথ হন্তে ভূমিত পৰিলা বীৰবৰ।
প্ৰাণ ছাৰি মৰি গৈল যমৰ নগৰ॥
ভ্ৰাতৃৰ মৰণ দেখি সুসেন খঙ্গিলা।
শৰ বৃষ্টি কৰি পাচে নকুলক চাইলা॥

নাহিকে সাৰথি ৰথ বীৰ নকুলৰ।
ৰথে চৰি যুদ্ধ কৰে কৰ্ণৰ কুমৰ॥
হেন দেখি সুতসোম দ্ৰৌপদী তনয়।
নকুলক ৰথ নিয়া যোগাইলেক তয়॥

তেতিক্ষণে ৰথে উঠিলেক ত্বৰাকৰি।
পৰ্ব্বত উপৰে যেন প্ৰকাশে কেশৰী॥
নিমিষেকে আন ধনু লৈলা বীৰবৰ।
সমৰে প্ৰচণ্ড বীৰ মাদ্ৰীৰ কুমৰ॥

দুই খান ধনু ধৰি মণ্ডল আকাৰ।
দুইক দুই শৰ বৃষ্টি কৰি ধাৰাসাৰ॥
অন্যোঅন্যাতেসে চাৱে প্ৰাণ হৰিবাক।
অবিশ্ৰামে শৰ বৃষ্টি কৰে ঝাকে ঝাক॥

পাচে কৰ্ণ সুতে শনাইত তিনি বাণে।
নকুলক প্ৰহাৰ কৰিলা বৰটানে॥
দুই বাহু হৃদয়ত বিংশতি মাৰ্দ্দন।
সুতসোমক প্ৰহাৰিলা তুলি তিনি বাণ॥

দশো দিশ ঢাকি নানা শৰ বৰিষিলা।
পাচে অৰ্দ্ধচন্দ্ৰ বাণ ধৰিলা পাণ্ডুৱ।
তীখতৰ অগ্ৰভাগ প্ৰচণ্ড প্ৰভাৱ॥

আকর্ণ পৰিয়া কৰি হানিয়া পঠাইল।
সুসেনৰ শিৰ গোট কাটিবে লগাইল ॥
নকুলৰ হাতে বীৰ সুসেন পৰিল।
কাষৰৰ বৃক্ষ যেন নদীয়ে ভাঙ্গিল ॥

সবে ৰহি আছে মৰি গৈল কর্ণ সুত।
নকুলৰ বিক্রম দেখিয়া অদভুত ॥
হেন দেখি মহাভয় ভৈলা সেনাগণ।
বিভঙ্গে পলাই সবে এৰিলেক ৰণ ॥

আশ্বাসিয়া সেনাক ৰাখিল মদ্রেশ্বৰ।
ঘোৰ সিংহনাদ কৰিলেক ভয়ঙ্কৰ ॥
ধনুৰ টঙ্কাৰ ঘোৰ কৰিলা অপাৰ।
শল্যৰ প্রসাদে ভয় গুচিল প্রজাৰ ॥

পাণ্ডৱ গণক যুদ্ধ কৰিবাক মনে।
নৃপতিক মধ্য কৰি বৈলা সেনা গণে ॥
নকুল সাত্যকী সহদেৱ বৃকোদৰ।
গাৱে গাৱে সিংহনাদ কৰিল বিস্তৰ ॥

ৰেৱঞ্চি থুমচি ভেৰি তাল নদগড়।
দুন্দুভি মর্দ্দন ভীৰি শব্দ আড়ম্বৰ ॥
উজ্জ্বল প্রচণ্ড বাদ্য ভণ্ড কোলাহল।
পাণ্ডৱক ধাইল কোপে কৌৰবী সকল ॥

গাৱে গাৱে ঢোলে টানে শব্দ আতি শুনি
দলদোপ মহী খণ্ড শুনি প্রতিধ্বনি ॥
মৃত্যুক নকৰি ভয় কুৰু পাণ্ডু দল।
যেন দেবাসুৰ যুদ্ধ ভৈল মহীপাল ॥

সংসপ্ত গণক মাৰি বীৰ ধনঞ্জয়।
তোমাৰ দলক ধাইল পৰম নির্ভয় ॥
ধৃষ্টদ্যুম্ন আদি পাণ্ডৱৰ বীৰ গণ।
শৰ বৃষ্টি কৰি খেদি গৈল তেতিক্ষণ ॥

পাণ্ডব দলৰ শনাইত তীক্ষ্ণ শৰে।
কৌৰবৰ সেনাগণ মাৰি নিৰন্তৰে॥
স্বৰ্গৰ আনন্দ ভৈল কৌৰবৰ দল।
পাণ্ডব অগনি বেঢ়ি দহয় সকল॥

যেন বৃদ্ধ গৰু আছে পঙ্কে হুয়া তল।
উঠিবাক লাগি নাহি শৰীৰত বল॥
পাণ্ডব পঙ্কত পৰে কুৰু সেহি মতে।
তাঙ্ক উদ্ধাৰিতে শল্যে গৈলেক ত্বৰিতে॥

হাতে ধনু ধৰি খেদি আসে মদ্রেশ্বৰ।
সহস্র সংখ্যাত শৰ কৰয় প্ৰহাৰ॥
শৰবীৰ্য্যে প্ৰজাগণ পৰিল বহুত।
চাহিয়া আছয় ধৰ্ম্মৰাজা কুন্তীসুত॥

সিবেলাত অনেক মিলিল অমঙ্গল।
পৰ্ব্বত সহিতে ভূমি কৰে তলবল॥
সূৰ্য্য মণ্ডলক দেখি উল্কা অসংখ্যাত।
অগ্নিবৰ্ণ হুয়া আসি পৰয় তথাত॥

কুৰু পাণ্ডবৰ ঘোৰ দেখিয়া অহিত।
শৃগালে আতাস পাৰে শুনি বিপৰীত॥
ডাকিনী যোগিনী পিশাচিনী প্ৰেতগণে।
হুলস্থূল কৰিয়া স্তয়ব ৰঙ্গ মনে॥

অনেক উৎপাত বন্ধ প্ৰবৰ্ত্তিল তয়।
অন্ধক ৰাজাত কথা কহন্ত সঞ্জয়॥
আকৰ্ণ পৰিয়া কৰি আঝুৰিয়া ধনু।
মদ্রেশ্বৰে প্ৰহাৰ কৰয় পুনু পুনু॥

সুবৰ্ণ পঞ্জিয়া শনাইত শৰগণে।
গাৱে গাৱে সেনাপতি ভেদিলেক টানে॥
প্ৰথমতে ধৰ্ম্ম নৃপতিক দশ বানে।
ভীমকো কৰিলা দশ সায়ক সন্ধানে॥

দ্রুপদৰ সুত ধৃষ্টদ্যুম্ন বীৰ সাৰ।
তাকো দশ শৰ ঘোৰ কৰিলা প্ৰহাৰ॥
আপুন ভাগিন দুই মাদ্রীৰ তনয়।
দুইকো দশ দশ শৰ হানিলা দুৰ্জ্জয়॥

দ্রৌপদীৰ পাঞ্চ পুত্ৰ শ্ৰীখণ্ডি সহিতে।
তাসম্বাকো দশ দশ হানিলন্ত দ্রুতে॥
ভাগিন গণক লাগি হৃদয়ত মৰ্ম্ম।
তথাপিতো নেৰে ৰাজা আপোনাৰ ধৰ্ম্ম

# গোপীনাথ পাঠক



## আত্মপৰিচয়

পাটচৌৰা নামে আছে এক গ্ৰাম
ছিলা কোন নাম যাৰ।
আতি বিতোপন সৰ্ব্ব সুসম্পন্ন,
দুই যেন স্বৰ্ণ হাৰ॥
সেহি গ্ৰামেশ্বৰ মহাদেশদ্ধৰ,
ভীমসেন দ্বিজবৰ।
যাৰ যশো ৰাশি অদ্যাপি প্ৰকাশি,
যেন পূৰ্ণ শশধৰ॥
কুল শীল সন্ত শ্ৰীমন্ত মহন্ত,
মহাজ্ঞানী ক্ৰিয়ানিস্ট।
যাৰ দান ধৰ্ম্মে জগত যুৰিল,
অপৰ যেন বশিষ্ঠ॥
তাহান সন্ততি ৰাম সৰস্বতী,
পাঠক শুক্লধ্বজৰ।
যেন শুক গুৰু অঙ্গিৰা তুম্বৰু,
আনো নহি পটন্তৰ॥
তাহানে তনয় আতি শিশু নয়,
গোপী নাথ দ্বিজবৰে।
হ্ৰস্ব দীৰ্ঘ ছন্দে ৰচিলা প্ৰবন্ধে,
কথা মহাভাৰতৰে॥

## মহাভাৰত দ্ৰোণ পৰ্ব্ব

### ভগদত্ত বধ

সেহি সময়ত কামৰূপী মহাৰাজ।
সমৰক প্ৰতি তেহো ভৈল সবে সাজ ॥
ভিম্নে ভিম্নে প্ৰহাৰয় একৈক দন্তাল।
মহামত্ত গজ সব প্ৰমত্ত বিশাল ॥

এক এক হস্তীক ৰাখন্ত ৰথ শত।
এক এক ৰথ ৰাখে ঘোৰা দুই শত ॥
একৈক ঘোৰাক ৰাখে ধানুকী দুইশত।
দেখন্তা জনৰ ভয় লাগে সমৰত ॥

একো ধনুকীক ৰাখে দ্বাদশ আৰণে ॥
হেনমতে ভগদত্ত চলিলেক ৰণে ॥
শ্বেত ছত্ৰ চামৰে মণ্ডিত চতুৰ্দ্দিশে।
ক্ষুদ্ৰ ঘণ্টা আৰিলা ঘুঘুৰা চতুষ্পাশে ॥

জয় ঘণ্টা আৰিলা প্ৰত্যেকে গলে গলে
কাম্পয় ৰথৰ ভৰে ধৰণী মণ্ডলে ॥
নানা মণি ৰত্নে অলঙ্কাৰ আভৰণ।
মুকুতাৰ মালা আৰু লম্বিত চৰণ ॥

গলে হেম মালা আৰু কিৰীটি আৰিলা
নানা অলঙ্কাৰে ৰাজা সৱে সুমণ্ডিলা ॥
ব্ৰাহ্মণ সজ্জন আৰু ভাট যত যত।
সুবৰ্ণ ৰজত দান দিলা কত কত ॥

যাত্ৰা লৈয়া ভগদত্ত সমৰে চলিলা।
সহস্ৰ কিৰণে যেন সূৰ্য্যক বেঢ়িলা ॥
সুমঙ্গল কৰি ৰাজা ৰথে দিলা পাৱ।
কাক পক্ষী উৰাৱ কৰন্ত ঠাৱে ঠাৱ ॥

বামৰ শৃগাল দক্ষিণক লাগি যাই।
অজগৰ সৰ্প আসি আগত ফোঁফাই ॥
হেন বিমঙ্গল দেখি ৰাজা ভগদত্ত।
ইন্দ্ৰ ভাঙ্গিবাক লাগি চলে ময়মত্ত ॥

মহাগৰ্ব্বে ভগদত্তে কাহাকো নগণে।
ৰথত চৰিলা বীৰ মহাকোপ মনে ॥
ৰথে চৰি ধনু ভিৰি কৰে শঙ্খ ৰোল।
জয় ঘণ্টা বজায়া বিশাল ঢাক ঢোল ॥

নানা বাদ্য বজায়া ৰথৰ উপৰত।
হেন মতে সমৰক গৈলা ভগদত্ত ॥
যুধিষ্ঠিৰ ৰাজাক দেখিলা সমৰত।
হস্তী দন্ত দিয়া ৰথ ভাঙ্গিলা সমস্ত ॥

ৰথ ভাঙ্গি সাৰথিক কৰিলা মথন।
হেন দেখি মহাগৰ্ব্বে বীৰ ভীমসেন ॥
ভগদত্ত আগে ভীম উপস্থিত যায়।
মহাকোপ কৰি ভীম অগনি পৰায় ॥

আক্ৰান্ত কৰিয়া ভীম হস্তীক জঙ্কাৰি।
ভীমৰ ৰথক প্ৰতি গৈলা অনুসৰি ॥
হস্তী দন্ত দিয়া উজাৰিলা ভগদত্ত।
ভীমৰ সেনাক মাৰিলন্ত সমৰত ॥

হেন মতে দন্তে উজাৰিয়া খেদি যায়।
নকুল সহদেৱৰ ৰথক মহাশয় ॥
আনো আনো বীৰ যত দেখিলা সমৰে।
ভগদত্ত ৰথ সেনা মাৰিলা সবাৰে ॥

কতো ৰথ গজ সেনা মাৰি সেহি ঠাৰে।
পাণ্ডৱী সেনাক খেদি মাৰে দন্ত ঘাৰে ॥
ভগদত্ত বীৰৰ দেখিয়া পৰাক্ৰম।
সবাহাকে সম্বোধিয়া মাতিলেক ধৰ্ম্ম ॥

শুনিয়ো সাত্যকী শুনিয়োক ভীমসেন।
ভগদত্ত বীৰে দেখা কৰিলেক কেন ॥
সবাৰে ৰথক বিনাশিলা বীৰবৰে।
একো বীৰ নুহে থিৰ তাহাৰ প্ৰহাৰে ॥

তুৰ্ব্বাৰ হস্তীক তাৰ দেখন্তে তৰাস।
তাক দেখি সেনাগণ পলাই দশোদিশ ॥
হেন আলোচিয়া যেবে ৰাজা যুধিষ্ঠিৰ।
সমৰত দেখে সেনা মাৰে মহাবীৰ ॥

মহাগজে ৰথ সৈন্য মাৰে চতুষ্পাশে।
ধূলিয়ে ঢাকিল সবে ৰবিৰ প্ৰকাশে ॥
ভগদত্ত বীৰে মাৰে সবে সেনাগণ।
সমৰ ভূমিত সম নোহো একোজন ॥

হেনয় বিক্ৰম পাই সৈন্য সমুদায়।
সমৰ এড়িয়া সবে বিভঙ্গে পলাই ॥
নাহি বাদ্য ভণ্ড নাহি ধনুৰ টঙ্কাৰ।
দশোদিশে শুনি মাত্ৰ ধৰ মাৰ মাৰ ॥

নাহি চিহ্ন দণ্ড ছত্ৰ নাহি মাত বোল।
কৌৰৱৰ শুনি মাত্ৰ বিপৰীত ৰোল ॥
ধনুৰ টঙ্কাৰে মাৰ মাৰ কৰে ৰোল।
নানা বাদ্য বজাৱে নিশান ঢাক ঢোল ॥

সসৈন্যে কৌৰৱ উৰ্ম্মি কৰে সমুদায়।
ভগদত্ত সমে পাণ্ডৱক খেদি যায় ॥
সঞ্জয়ক সম্বোধি মাতয় নৃপবৰ।
শুনিয়োক গুৰু তুমি আমাৰ উত্তৰ ॥

যেবে পাণ্ডৱক ভাঙ্গই ভগদত্ত ৰণে।
সিবেলাত কৃষ্ণে সমে কি কৈলা অৰ্জ্জুনে
সঞ্জয় বদতি শুনিয়োক কুৰুপতি।
অৰ্জ্জুনে কৰিলে যেন শুনিয়ো সম্প্ৰতি ॥

ভগদত্ত বীৰত হাৰিয়া সমুদায়।
সসৈন্যে পাণ্ডবগণ বিভঙ্গে পলায়॥
শুনি অৰ্জ্জুনৰ বৰ বিষাদক ভৈলা।
মনো দুঃখে কেশৱক মাতিবাক লৈলা॥

ৰণে আগহুৱা আমি কৰিবো সমৰ।
ৰলে পৰাক্ৰমে মোক নাহি পটন্তৰ॥
আৰু বিপৰীত হেন দেখিয়ো বিলয়।
কৌৰৱী সেনাৰ উৰ্ম্মি দেখি অতিশয়॥

চিহ্ন দণ্ড ছত্ৰ তুলি ধৰি সমুদায়।
আক্ৰান্ত কৰিয়া দেখোঁ উত্তৰক যায়॥
সমৰ মধ্যত দেখিলেক কৌৰৱক।
পৃথিবীৰ ধূলা উৰে দক্ষিণ দিশক॥

আমাৰ সেনাৰ নুশুনয় মাত বোল।
বাদ্য ভণ্ড নিশান নবাৱে ঢাক ঢোল॥
হস্তী ৰথ গজৰো আৰাৱ নজঙ্কাৰ।
শঙ্খ জয় নুশুনয় ধনুৰ টঙ্কাৰ॥

চিহ্ন চৌড়া ছত্ৰ নোতোলয় দণ্ড ধৰি।
ইহাৰ অন্বয় মোত কহিয়ো মুৰাৰি॥
অৰ্জ্জুনৰ মাত শুনি বুলিলা মাধৱ।
শুনিয়োক বোলো মোৰ সুহৃদ বান্ধৱ॥

দুৰ্য্যোধনে দ্ৰোণক পাতিলা সেনাপতি।
মহাধনুৰ্দ্ধৰ বীৰ বিপুল শকতি॥
তেহে ঘোৰতৰ কৰিলন্ত অঙ্গীকাৰ।
তেহে ৰলে জিনি মাৰে সৈন্যক আমাৰ॥

সমৰত ভঙ্গ আৰু দেখায় সংশয়।
ভীমসেন সাত্যকীয়ে ৰনত দুৰ্জ্জয়॥
দ্ৰোণৰ বধক উপজিলা ধৃষ্টদ্যুম্ন।
তেসম্বে আছন্ত কেন হাৰিবেক ৰণ॥

মুহি এবে এসম্বাক নিবাৰিবে ৰণে ।
কি কাৰণে মহাৰঙ্গ কৰে কুৰুগণে ॥
অঙ্গীকাৰ সফল কৰিয়া গুৰু দ্ৰোণে ।
যুধিষ্ঠিৰ ৰাজাক ধৰিবে ঘোৰ ৰণে ॥

তাহাৰ আভাস সবে সমৰ এড়য় ।
পলাই সেনাগণ সবে হুয়া মহাভয় ॥
কিবা নৰ্কাসুৰ বীৰ পৃথিবীৰ নাতি ।
কামৰূপে ৰাজা ভগদত্ত নৰপতি ॥

দুৰ্ব্বাৰ দাৰুণ হস্তী কন্ধে চৰি বীৰ ।
পাণ্ডৱী সেনাক সবে কৰিয়া অথিৰ ॥
হেন মোৰ মনে লয় শুনা ধনঞ্জয় ।
ঘৃত পাই অগ্নি যেন জ্বলন্তে আছয় ॥

বোলা ভগদত্ত সম বীৰ নাহি কেৱ ।
তাৰ মোৰ ঘোৰ যুদ্ধ কৰায়ো কেশৱ ॥
যথা আছে ভগদত্ত হস্তীৰ কন্ধত ।
অৰ্জ্জুনে বোলন্ত হৰি চলাওক ৰথ ॥

শীঘ্ৰ কৰি ডাকা ৰথ চলোহো এখনে ।
স্বৰূপ জানিলোঁ ৰাজা সাজি আইল ৰণে
কিঞ্চিত সমৰে তাত নাই বুদ্ধি বল ।
পুৰন্দৰ সমসৰ বলেও কুশল ॥

ধৰণী তলত পেলাবোহো বীৰ বাচি ।
ভগদত্ত সুশৰ্ম্মা গৰজে সব্যসাচী ॥
যেবে মহাবীৰৰ লাগিল ময়মত্ত ।
নাহি পৃথিবীত তুল্য সম সমৰত ॥

ঐৰাৱত সমতুল্য গজ নাহি যাৰ ।
কেমন শকতি তাক ৰণে জিনিবাৰ ॥
সমৰক যতন কৰিয়া মহাক্ৰোধে ।
বিংশতি সাৰথি ৰথ চলে যুথে যুথে ॥

একৈক দন্তাল তিনি তিনি প্ৰহৰৰ।
ৰথে চড়ি আগ ভৈলা কুলিশ সমৰ॥
সেনাক ভাঙ্গিতে বীৰ ক্ৰোধ কৰি মনে।
মহাক্ৰোধে ধনুশৰ ধৰি তেতিক্ষণে॥

লগতে আসিল মহা চতুৰ্দ্দশ যূথ।
আপোন জ্যোতিক কৃষ্ণে কৈল উপক্ৰোদ্ধ॥
যত সৈন্য চতুৰ্ভুজ সৱে নিৰন্তৰে।
চক্ৰ ধৰি গদা কেহো সবে খড়গ ধৰে॥

হেন কোটি সেনা সব সংসপ্তকগণ।
তাহাক সন্মুখে কেনে কৰিবেক ৰণ॥
ত্ৰিংশসপ্ত সেনা লৈয়া সুশৰ্ম্মা নৃপতি।
ৰণ কৰিবন্ত সিতো ঘোৰতৰ আতি॥

গুৰু দ্ৰোণে সিঠাৱন্তে সত্য কৰিলন্তি।
যুধিষ্ঠিৰ ৰাজাক জীৱন্তে ধৰিবন্তি॥
আলোচি কৃষ্ণক হেন বুলিলা বচন।
কোন বুদ্ধি কৰিবো বুলিও নাৰায়ণ॥

কিবা সংসপ্তক সেনা যূথক এৰিবো।
যুধিষ্ঠিৰ নৃপতিক কিবা খেদি যাইবোঁ॥
হেন শুনি মাতিলন্ত দৈৱকী তনয়।
সংসপ্তকগণ মুহিয়োক ধনঞ্জয়॥

মোহ লাজ বাণে মোহিয়োক সৈন্যগণ।
যুধিষ্ঠিৰ পাশে পাছে কৰিয়ো গমন॥
হেৰা দেখা আমাদেৰ যত সৈন্যবল।
কৌৰৱৰ বল দেখোঁ আমাৰ নিৰ্ব্বল॥

ভগদত্ত বীৰে ঘোৰ কৰিলা সমৰ।
হেন দেখা সৈন্যক পীড়িলে নিৰন্তৰ॥
হেন জানি ধনঞ্জয় কৰিবো সমৰ।
সংসপ্তগণক কৰিয়োক ধাৰে শৰ॥

কৃষ্ণৰ বচনে তান ছেদিলা সংশয়।
মাৰো সংসপ্তকগণ বোলে ধনঞ্জয় ॥
ৰথ বাহুড়াইয়া যে অৰ্জ্জুন মহাবীৰ।
সহস্ৰেক ৰথ মাৰিলেক একেশ্বৰ ॥

দেখি কৌৰৱৰ পাছে মনে মহাৰাগ।
কৰ্ণ দুৰ্য্যোধন সেনা ভৈলা দুই ভাগ ॥
আউৰক আউৰে কৰিলেক শৰ চয়।
ভয়হন্তে সাৰথি গুচিলা আতিশয় ॥

হেন দেখি কিৰীটি ধনুক বলে টানি।
সবাহাঙ্কে ধনঞ্জয় পঠাইলেক হানি ॥
সেহি শৰে সবাকো ভেদিলা মহাবীৰ।
হয় হস্তী ৰথক কাটিলা বাহু জোৰে ॥

টোণ বাণ সবাৰো কাটিলা অঙ্গনাথ।
কাটিলন্ত ধনু সমে ধ্বজ অসংখ্যাত ॥
অগম্য ভৈলেক ৰণ ঘোৰতৰ ভৈলা।
দেখি মাধৱৰ মনে বিস্ময়ক লৈলা ॥

আগে কৰযোৰে বোলে বদতি দৈত্যাৰি
তুমি যে কৰিলা যম কুবেৰ নপাৰি ॥
আপুনি সাজিয়া যেবে আসে দেৱৰাজ।
তাহান শকতি নাই কৰে হেন কাজ ॥

লক্ষ কোটি সেনা এক লগে ভৈলা হত
এবে ৰথ বাঢ়া যথা আছে ভগদত্ত ॥
অৰ্জ্জুনক কৃষ্ণে প্ৰশংসিল মহাশয়।
কৃষ্ণে সম্বোধিয়া মাতিলন্ত ধনঞ্জয় ॥

দেখিলাহা সংসপ্তগণক ৰণে হত।
ৰথবাহা যথাত আছয় ভগদত্ত ॥
মহামন পবন ৰথত হয় চাৰি।
বায়ুবেগে চলিলা ৰথক চাতি মাৰি ॥

চিকিমিকি কৰে ৰথ সুবৰ্ণ পাথৰ।
যথা আছে বীৰ ভগদত্ত নৃপবৰ ॥
আছন্ত পাণ্ডৱ যেবে দ্ৰোণ পৰাভৱ।
পাচত সুশৰ্ম্মা খেদি আসে সবান্ধৱ ॥

হেন শুনি সব্যসাচী সাৰথি মাতিল।
দেখা দেখা সুশৰ্ম্মাযে মোক খেদি আইল ॥
উত্তৰৰ ৰাজা ভগদত্ত ভাৱে ভাৱে।
সামৰাজ লৈয়া সিতো মহাক্ৰোধে ধাৱে ॥

ইহাক যুজন্ত পৰিবন্তি লাগে ভয়।
ইহাক গুণন্তে হৰি দগধ হৃদয় ॥
অৰ্জ্জুন বদতি শুনিয়োক হৃষিকেশ।
মনে গুণি আপুনি দিওক উপদেশ ॥

বুলিয়োক মনে গুণি আপুনি শাশ্বত।
জানি শুনি কৃষ্ণে আগ বাঢ়ি দিলা ৰথ ॥
যুদ্ধত আছন্ত ত্ৰিজগত অধিপতি।
পবন সঞ্চাৰে ৰথ বাঢ়িলা সাৰথি ॥

প্ৰথমতে অৰ্জ্জুনে মাৰিলা শত শৰ।
দূৰতে ভেদিলা সুশৰ্ম্মাৰ কলেবৰ ॥
ধনুখান টানিয়া অপৰ তিনি শৰে।
ছয় শৰে ভেদিলন্ত আত অনন্তৰে ॥

ৰথ ধ্বজ সাৰথি সবাকো ৰৰবাগে।
দশ শৰে ৰাজাক তাৰিলা মহাবেগে ॥
শৰে ফুটি সুশৰ্ম্মাৰ কুপিত হৃদয়।
দীঘল বৰ্ত্তুল স্থূলন্তৰ লোহাময় ॥

হানিলা শকতি সৰ্পৰাজ সমসৰ।
অৰ্জ্জুনক লাগি বায়ু বেগে যাই খৰ ॥
আনো তাৰ মহাৰথী পৰিলেক ৰণে।
অবিৰোধে একো বীৰ নথাকিল মনে ॥

সবাহাকে একেশ্বৰে তাৰি ধনঞ্জয়।
কৌৰবৰ বৰ ভয় মিলিল সংশয়॥
অৰ্জ্জুন ভৈলন্ত বহ্নি কুৰুবল বন।
সহিতে নপাৰে তাৰ শৰৰ দহন॥

সৈন্যক কাটিয়া বৰষিলা শৰচয়।
যথাৱত কৰিয়া বধিলা ধনঞ্জয়॥
পুনৰপি অৰ্জ্জুনে গাণ্ডিৱ ধৰি কৰে।
মোহন বাণক মাৰিলেক মহাবীৰে॥

সংসপ্তগণক মুহিলেক ধনঞ্জয়।
যথা আছে ভগদত্ত মিলিলন্ত তয়॥
সৰ্প দেখি গৰুড়ে ধাৱয় যেন ময়।
ভগদত্ত ৰাজাক ধাইলেক ধনঞ্জয়॥

বৈৰ মান সদন বদন পৰায়ণ।
অৰ্জ্জুনে কৰন্তে শৰ সবাকে নিৰ্য্যাণ॥
শৰ চাপ সুদৃঢ় ধৰিলা ধনু শৰ।
দেখি ভয় ভৈলা সবে কৌৰব কিঙ্কৰ॥

বিবৰ্ণ বদন প্ৰজা তবধ পৰাই।
ইন্দ্ৰে যেন পৰ্ব্বত ভেদিলা বজ্ৰ ঘাই॥
বিজয়ক ভয় যিটো পৰাজয় পাই।
সহস্ৰ যুজাৰু বীৰ আলোচি উপায়॥

দশো দিশ ঢাকিয়া তাৰিলা বাণ ঘাই।
মহাবীৰ অৰ্জ্জুনে হানিলা সেহি প্ৰায়॥
মহাপ্ৰলয়ৰ যেন প্ৰচণ্ড পবন।
সেহি মতে কৌৰব দলক কৈলা ছন্ন॥

কৌৰবী সেনাক সব্যসাচী সেহি মতে।
সৈন্য ভঙ্গ দেখি ৰাজা ধাইলা ভগদত্তে॥
আগে ভগদত্ত গজ কন্ধে চড়ি যাই।
পাছে সেহি গজে অৰ্জ্জুনক লাগ পাই॥

অৰ্জ্জুনৰ ৰথে লগাই কৰে হুলস্থূল।
গজ বাজী ধ্বজে লাগি গৈলেক তুম্বুল॥
সজল জলদ নীল সদৃশ কুঞ্জৰ।
তাৰ কন্ধে ভগদত্ত যেন পুৰন্দৰ॥

অৰ্জ্জুনক শৰ কৰিলেক বৰটানে।
অৰ্জ্জুনৰ ললাটত ফুটিলা সন্ধানে॥
শৰ ফুটালন্ত ভগদত্ত অন্ধকাৰে।
বাঢ়িলন্ত গজ ৰথ পবন সঞ্চাৰে॥

কুপিত শৰীৰে বাঢ়ি আসে ভগদত্ত।
তাক প্ৰহাৰিবে লাগি বাঢ়িলেক ৰথ॥
দেব দ্বিজ গুৰুক সুমৰি ধনঞ্জয়।
ৰণক সম্মুখে বাঢ়িলন্ত ধনঞ্জয়॥

ভগদত্ত ৰাজা আসি পাইলা গজ কন্ধে
প্ৰলয় মিলিল মহা দুইৰো ঘোৰ দণ্ডে॥
নৃপতি বদতি শুনিয়োক মোৰ বাণী।
সংশয় ছেদিয়া মোত কহিয়ো কাহিনী॥

পাণ্ডু ভগদত্ত প্ৰবেশিলা যুজিবাক।
দুয়ো মহাৰথী ৰথে কি কৰিলে কাক॥
সঞ্জয় বদতি ধৃতৰাষ্ট্ৰক শুনাই।
গৈলা ভগদত্ত ৰাজা অৰ্জ্জুনক ধাই॥

দুয়ো প্ৰবেশিলা যেন যমৰ পুৰত।
দেখি প্ৰজাগণে সবে বৰ ভয় ভীত॥
পুনৰপি ভগদত্ত ৰাজা মহাশয়।
অৰ্জ্জুনক ধাইলা যেন অগনি পৰ্বায়॥

ত্ৰিপুংস সদৃশ শৰ অগনি সমান।
সাৰথিক প্ৰতি প্ৰহাৰিলা সেহি বাণ॥
ফুটিলা দৈবকী সুত ভগদত্ত শৰে।
ৰথত আছন্তে অতিশয় ব্যথা কৰে॥

কর্ণপুৰি মাৰিলা সৰকি গৈল বাণ।
ভল্লশৰে অর্জ্জুনে কৰিলা খান খান॥
কৰে ধৰি আছন্তে কাটিলা শৰ ধনু।
কাটিলন্ত কবচ উদাস ভৈলা তনু॥

পৰিহাস কৰি ধনঞ্জয়ে বোলে বাক।
এবে ভগদত্ত ৰাজা যুজিবি কাহাক॥
চতুর্দ্দশ শৰ যে গুণত দিলা আনি।
ৰত্ন বিৰচিত যেন জ্বলন্তে অগনি।

অর্জ্জুনৰ শৰ যে ৰাজাক যাই খেদি।
একৈকক তিনি খণ্ড কৈলা বীৰে ছেদি॥
ৰাজাৰ গাৱক ঢাকি বহয়ে ৰুধিৰ।
পর্ব্বতৰ পৰা যেন বহে গেৰুধাৰ॥

সেই গজে বিমৰষি চড়ি মহাশয়।
সাৰথিক প্রতি প্রহাৰিলা লোহাময়॥
অর্জ্জুনে দেখন্ত শৰীৰক আগে ধাই।
পথতে শকতি কাটিলন্ত বেলগাই॥

ৰথক ধ্বজক সাৰথিক বৰ টানে।
দশ শৰ সাৰথিক হানি মর্ম্মস্থানে॥
দুনাই হানিলেক কঙ্ক পত্র শৰচয়।
ৰাজাৰ শৰীৰে ফুটিলেক আতিশয়॥

ৰাজাও মাৰিলা কঙ্ক পত্র এক শৰ।
অর্জ্জুনৰ মাথাত পৰিলা নিৰন্তৰ॥
মাথাৰ উপৰে আছে এক অলঙ্কাৰ।
সর্ব্বজনে বাখানে কিৰীটি নাম যাৰ॥

উফৰি পৰিলা সেহি কঙ্ক পত্র শৰে।
দুনাই অর্জ্জুনে তাক আনি পিন্ধি শিৰে॥
অর্জ্জুনে বোলয় শুন ৰাজা ভগদত্ত।
কার্য্যত জানিলো তোৰ যিদূৰ শকত॥

তোমাৰ সমান ধনুৰ্ব্বেদী আন নাই।
অস্ত্ৰে শস্ত্ৰে শাস্ত্ৰে সৰ্ব্ব কাৰ্য্যত জনাই॥
একশৰে মাথাৰ কিৰীটি পালটাইলা।
বীৰত্ব দৰশি মান বহুতৰ পাইলা॥

পৰিহাস কৰিয়া মাতন্ত ধনঞ্জয়।
শুনি ভগদত্ত ৰজা আনন্দ কৰয়॥
অৰ্জ্জুনক সাৰথিক কৰি শৰ বৃষ্টি।
ঢাকিলেক দিশ পাশ অন্ধকাৰ দৃষ্টি॥

শৰ সহি অৰ্জ্জুনে আপুনি নিলা বাণ।
ভগদত্ত ৰাজাৰ কাটিলা ধনু খান॥
কাটিলন্ত টোণ বাণ অৰ্জ্জুনৰ শৰে।
শৰে মৰ্ম্ম স্থানক ভেদিলা নিৰন্তৰে॥

মৰ্ম্ম স্থান ভেদিয়া ব্যথিত ভৈলা তান।
ভগদত্তে লৈলা বাচি অস্ত্ৰ নাৰায়ণ॥
মন্ত্ৰ অভিষেক কৰি অগ্নি সম জ্যোতি।
ক্ষেপিলন্ত শৰ পাছে অৰ্জ্জুনক প্ৰতি॥

সমস্তকে ব্যাপি আছে শৰ সমুদায়।
মহা বহ্নি কুণ্ড যেন জ্বলন্তে আছয়॥
মাধৱে জানিলা অৰ্জ্জুনক আসে ধাই।
অৰ্জ্জুনক পাছ কৰি আগ ভৈলা যাই॥

অৰ্জ্জুনক ঢাকি গোপৰূপ ধৰি হৰি।
আপোনাৰ হৃদয় পাতিলা ভালকৰি॥
শৰ পৰি কৃষ্ণৰ দুগুণ ভৈল কালা।
হৃদয়ৰ মাঝে যেন বৈজয়ন্তি মালা॥

অৰ্জ্জুনে বুলিলা তাক কোপ কৰিমন।
হে কৃষ্ণ! অন্যায় কৰিলা কি কাৰণ॥
ৰথৰ সাৰথি ৰথ বাঢ়িবাক কাজি।
কেমন কাৰণে আগ হুয়া যুজা আজি॥

কিবা মই অশকত আকলিয়া মনে।
কিবা পৰাজয় মোৰ দেখিলা আপনে ॥
তিনি লোকত সুৰ মুনি যত লোক।
আমি ধনুৰ্দ্ধৰ তিনি জগতে বেকত ॥

লগত আছয় টোণ গাণ্ডিৱ কৰত।
আনি যত মান তাক যুজিতে শকত ॥
তোমাৰ আগত আমি থিত ভগদত্ত।
মোক আগ কৰি হৰি যুজা কেন মত ॥

কৃষ্ণক সম্বোধি পাছে বিজয়ে বদতি।
পূৰ্ব্বত বুলিলা মই ৰথৰ সাৰথি ॥
সিসব বচন কেনে সবে পাসৰিলা।
প্ৰতিজ্ঞাক নৰাখিয়া কি কৰ্ম্ম কৰিলা ॥

গোবিন্দ ৰদতি শুনিয়োক সব্যসাচী।
ভগদত্তে শৰ পাত প্ৰহাৰিলা বাচি ॥
ইহাক ৰাখন্তা নাহি ত্ৰিভুবন মাঝে।
হেন শৰৰাজ নাহি কেহো সমৰাজে ॥

সম্প্ৰতিকে কহোঁ মই পূৰ্ব্বৰ যত কথা।
এহি শৰ পাত ভগদত্তে পাইলে যথা ॥
চাৰি বিধ ৰূপ আপোনাৰ যেন ঠান।
অৰ্জ্জুনে শুনন্ত কথা কহে ভগৱান ॥

একৰূপে আমি তাৰ তপক আচৰো।
আউৰ ৰূপে আমি জগতৰে কৰ্ম্ম কৰোঁ ॥
আউৰ ৰূপে মনুষ্য লোকত লওঁ ঠাৱ।
সেহি কৰ্ম্ম চিন্তোহো যাহাৰ যেন ভাৱ ॥

অপৰেক ৰূপ ধৰো তাত অনন্তৰে
সহস্ৰ বৰিষ থাকো জলৰ ভিতৰে ॥
সহস্ৰ বৎসৰে অনন্তৰ সিঠাৱত।
আমাত ভকতি সুৰাসুৰ নৰ যত ॥

সেহি বৰ দিবোহোঁ যাহাৰ যেন কাম।
পৃথিবীৰ তনয় নৰকাসুৰ নাম॥
তাক লাগি বৰক মাগিলা আতিশয়।
দেব দানবক জিনে আমাৰ তনয়॥

হেন শুনি অস্ত্ৰক সৃজিলো মই তাক।
দেৱাসুৰে নপাৰয় তাৰ মহিমাক॥
পৰম পাৰক অস্ত্ৰ শস্ত্ৰ মধ্যে সাৰ।
বৰ পাইয়া বসুমতী আনন্দ অপাৰ॥

বৰ পাইয়া সন্তোষে জগতী ছুলি গৈলা।
বৈৰমান মৰ্দ্দন নৰকাসুৰ ভৈলা॥
এহি অস্ত্ৰে জিনিলেক তিনিও জগত।
ত্ৰিভুবনে তাক সম নভৈলা ৰণত॥

পূৰ্ব্বতা দেৱৰ অস্ত্ৰে হিতাগত চিন্তি।
মাৰিলোঁ নৰকাসুৰ সমৰে বিগুটি॥
এবে ভগদত্তক মাৰিও ঘোৰ শৰে।
এতেক বচন বুলিলেক দামোদৰে॥

নৰকাসুৰৰ অস্ত্ৰ পাইলা ভগদত্তে।
অমোঘ শকতি তাক জানা ভালমতে॥
এহি অস্ত্ৰে জিনিলেক তিনিও জগত।
গোবিন্দে বোলন্ত কথা কহিলোঁ সমস্ত॥

কৃষ্ণে হেন কহিলেক পূৰ্ব্ব কথা যত।
হেন শুনি অৰ্জ্জুনও বঙ্গ ভৈলা চিত্ত॥
হানিল সহস্ৰ বাণ ফুটি সৰ্ব্ব গাৰে।
সামৰিবা ভগদত্ত বুলি দীৰ্ঘৰাৱে॥

অপৰ নাৰাচ পাত হানি মহাবীৰে।
ভেদিলা গজৰ দুই কুম্ভৰ ভিতৰে॥
নিশিত দুৰ্ব্বল হস্তী ভৈলা বৰ টানে।
যেন মহাগিৰিত পৰিলা বজ্ৰবাণে॥

শৰ ঘাৱে হস্তী চয় ভৈগেল দুৰ্ব্বল।
ভূমি আৰোহিল নিয়া দশন যুগল।
সেহি সময়ত মাতিলন্ত দামোদৰে।
হস্তীবৰ পৰে শিৰ ছেদিয়ো সত্বৰে॥

গদাধৰি ভূমিত নামিলে ভগদত্ত।
কেহো সমৰক আৰ নুহিবে শকত॥
পৃথিবীত নহৌক যে দিয়া আছো বৰ।
মোহোৰ উপৰে মৃত্যু নহৌক সত্বৰ॥

হেনবৰ পাইলা সিতো বীৰ ভগদত্তে।
কাহাকো নগণে ৰণে দেখে তৃণৱতে॥
দেখন্তে অৰ্জ্জুনে গজ নিজম পৰিলা।
গজ হত দেখি পুনৰপি শৰ লৈলা॥

আৰু ভগদত্তক পীড়িলা ধনঞ্জয়।
অৰ্দ্ধচন্দ্ৰ হানি তাৰ ভেদিলা হৃদয়॥
কাখ বক্ষস্থল পিঠি কটি চাৰি পাশে।
গিৰিৰ উপৰে যেন তুলিলা পলাশে॥

শৰ হানি ভগদত্ত শিৰ গোটা ভেদি।
সম্পূৰ্ণ কমল যেন পেলাইলেক ছেদি॥
গজকন্ধে চড়িয়া পড়িল অহংকাৰে।
যেন পৰ্ব্বতৰ বৃক্ষ উঘৰিয়া পৰে॥

গজকন্ধে চড়ি ভগদত্ত পৰি গৈল।
বৈৰীহত দেখি অৰ্জ্জুনৰ ৰঙ্গ ভৈল॥
পুংখিত কৰ্ণক তাৰ আতি স্থূলন্তৰ।
ভাগিয়া পৰিল যেন গিৰিৰ শিখৰ॥

সেহি মতে ভগদত্ত পৰি থূলন্তৰ।
মহামত্ত গজে চড়ি পৰে আথান্তৰ॥
হস্তী সমে ভগদত্ত পৰিবাৰ দেখি।
কেশৱ বদতি শুনিয়োক প্ৰাণ সখি!॥

বচনেক বোলো তাক শুনিয়ো সাম্প্ৰত।
হেন জানি প্ৰাণ সখি চিন্তিয়ো মনত ॥
কাতৰ বচনে মাতিলন্ত ধনঞ্জয়।
আমি নজানোহো প্ৰভু ইহাৰ অন্বয় ॥

যেন মতে ৰক্ষা যাই তযু সৈন্যগণ।
আপদে উদ্ধাৰা প্ৰভু তুমি নাৰায়ণ ॥
অৰ্জ্জুনৰ বচনে মাতিলা দামোদৰ।
ভীমক সম্মুখি পাছে বুলিলা সত্বৰ ॥

ইতো ৰথ আসি যেবে পড়ে ৰণস্থল।
আমাৰ সৈন্যক তেবে মাৰিবে সকল ॥
হেন জানি তুমি বীৰ পবন নন্দন।
আপোন পিতৃক তুমি কৰিয়ো স্মৰণ ॥

তব পিতৃ সখা আসি হৈব অনুবল।
গদা আগে ক্ষেপা তুমি গগণ মণ্ডল ॥
ভীমৰ মনত ভৈলা কৃষ্ণৰ বচনে।
আপোন পিতৃক ভীমে কৰিলা স্মৰণে ॥

মাৰুতৰ পগে বায়ু জানিয়া তেখনে।
ভীমৰ আগত আসি ভৈলা উপাসন্নে ॥
পিতৃক দেখিয়া বীৰে কৰি নমস্কাৰ।
পাযুগৰ ধূলি শিৰে লৈলেক পিতাৰ ॥

যি বলে ভাঙ্গিলা পিতৃ মেৰুৰ শিখৰ।
গগণ মণ্ডলে ৰথ ক্ষেপিয়ো সত্বৰ ॥
পুত্ৰৰ বচন শুনি চলিলা পবন।
প্ৰলয়ৰ বায়ু যেন ভৈলা তাৎক্ষণ ॥

কেশৱ বদতি যে ভীমৰ মুখ চাই।
গদাপাতি ৰথ খান তোলা আলগাই ॥
অধৰ কামুৰি ভীম সেন ধনুৰ্দ্ধৰ।
গদাৰ আগত ধৰিলন্ত ৰপৰৰ ॥

ভগদত্ত মুখ চাই বোলে ভীম সেন ।
মোক সম বীৰ নাই তিনিও ভুবন ॥
এহি বুলি ৰথৰ আগত গদা দিলা ।
ছত্ৰৰ আকাৰ কৰি তুলিয়া ধৰিলা ॥

উৰ্দ্ধক ক্ষেপিলা যেন তাৰা সঞ্চৰিল ।
সাতবাৰ মাথাৰ ওপৰে পাক দিল ॥
অনুবল দিতে কৃষ্ণে দিলা বাম হাতে ।
চমূৰণে উকৱাইলা মাৰুতৰ পথে ॥

সঞ্জয় বদতি শুনিয়োক কুৰুপতি ।
দেখিয়ো ভীমৰ কেনে বলৰ শকতি ॥
তিনি প্ৰহৰৰ পথ এৰৈকক দন্তাল ।
হেন সহস্ৰেক হস্তী প্ৰমত্ত বিশাল ॥

হেন ৰথ গদাৰ আগত লৈলা তুলি ।
উৰাই পঠাইলেক ৰথ আকাশক বুলি ॥
মাৰুতৰ পথে গৈয়া পড়িল সমস্তে ।
সদাই ফুৰন্ত সিতো ভ্ৰমন্তে ভ্ৰমন্তে ॥

ৰথক উড়াইলা দেখি পাছে হুৰ্য্যমন ।
থাকিলন্ত আস্ফোট কৰিয়া ভীমসেন ॥
কৌৰৱৰ সেনায়ে দেখিয়া ভৈল ভয় ।
পাণ্ডৱৰ সেনা সবে কৰে জয় জয় ॥

সঞ্জয় বদতি শুনিয়োক কহো কথা ।
ভগদত্ত বিনাশত যি ভৈল অৱস্থা ॥
তোমাৰ তনয়ে মহা মনো দুঃখে আতি ।
ভূমি চাই ক্ষণেক আছিলা নৰপতি ॥

ৰাজায়ে বোলন্ত শুনিয়োক পাত্ৰ চয় ।
অৰ্জ্জুন মনুষ্য নুহি জানিবা নিশ্চয় ॥
এতেকে জানিবা যাৰ কেশৱ সাৰথি ।
তাহাক জিনিবে কাৰ বাপৰ শকতি ॥

যাহাক সমুখ নুহি ইন্দ্ৰ দেৱৰাজ।
ভগদত্ত বিনে মোৰ নোশোভে সমাজ ॥
কাহাত কহিবো বুলি আলোচন্ত মনে।
কৃষ্ণ অৰ্জ্জুনক কোনে সম হৈব ৰণে ॥

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
ধৃতৰাষ্ট্ৰ নৃপতিত কহন্ত সঞ্জয় ॥
এহি মতে শোকাকুলে আছন্ত নৃপতি।
দুৰ্য্যোধন ৰাজা বোলে মনো দুঃখে আতি ॥

মহাবীৰ ভগদত্ত গৈলা যমালয়।
জানিলো আমাৰ আবে মিলিল সংশয় ॥
ভগদত্ত ৰাজাৰ শোকত দুৰ্য্যোধন।
বিস্ময় লভিয়া পাছে কৰন্ত ক্ৰন্দন ॥

সঞ্জয় বদতি শুনিয়োক নৰপতি।
প্ৰথম দিনৰ যুদ্ধ ভৈল সমাপতি ॥
শুনিয়োক সভাসদ পদ ভাৰতৰ।
ৰাম ৰাম বুলি গতি সাধা নিৰন্তৰ ॥



# ৺কলিৰাম ৰায় দাস।

গুৰুলীলা।

দুলড়ী।

এহি মতে তৈতে আছা দ্বিজবৰ,
পৰম সন্তোষে আতি।
পাছে যেন কথা তথাত ভৈলেক,
শুনিয়োক কৰ্ণ পাতি॥
শঙ্কৰ সহিতে বসিয়া হৰিষে,
কহা ধৰ্ম্ম ভাগৱতী।
হৰি কথা তথা শুনন্ত সৰ্ব্বথা
শঙ্কৰেয়ো কৰ্ণ পাতি॥
কত দিনে পাছে দামোদৰ পত্নী,
জন্মাইলন্ত কন্যাখানি।
প্ৰসুতি বায়ুৰে শৰীৰ পীড়ায়ে,
তেজিলা প্ৰাণ আপুনি॥
পাছে কন্যা খানি মৰিলেক তথা,
দামোদৰে দেখিলন্ত।
মনত হৰিষে ভাৰ্য্যাৰ তথাত,
প্ৰেতকাৰ্য্য কৰিলন্ত॥
প্ৰেত কাৰ্য্য কৰি, তথা হন্তে পাছে,
শঙ্কৰৰ পাশে গৈলা।
দামোদৰ আগে, পত্নী মৰিবাৰ,
শঙ্কৰে পাছে পুছিলা॥

'দামোদৰ বোলে, কালৰূপে হৰি,
সংহৰিলে সমুদাই।
হৰি যি কৰিবে, তাক নিবাৰিবে,
আনৰ সমৰ্থ নাই॥
হেন বাক্য শুনি, শঙ্কৰে বুলিলা,
মনত হৰিষ কৰি।
জানা যেবে হৰি, কৰিলন্ত তেবে,
থাকা মন ৰঙ্গ কৰি॥
আপুনি সৰ্ব্বজ্ঞ কি কবো তোমাক,
মন স্থিৰ কৰিয়োক।
সুধৰ্ম্মক চাই লোকক কৃপায়,
ভক্তি ধৰ্ম্ম ৰাখিয়োক॥
হেন বাক্য শুনি বোলন্ত আপুনি,
উচিত তোমাৰ বাক্য।
আমাৰ মনত আছয় সৰ্ব্বথা,
কৃষ্ণ কথা কহিবাক॥
এহি হৌক বুলি শঙ্কৰ গোমস্তা,
তথা হৈতে গৃহে গৈলা।
তৈৰ পৰা পাছে আসি দামোদৰে,
মুকুন্দ শুনা বুলিলা॥
শুনিয়ো মুকুন্দ আমাৰ বচন,
হৰি কথা কহোঁ আমি।
ভাতিজা সহিতে পৰম আনন্দে,
ৰৈলা দামোদৰ স্বামী॥
এহি হৌক বুলি মুকুন্দ ভাতিজে,
তথাত ৰৈলা হৰিষে।
পাছে দামোদৰে কৃষ্ণ কথামৃত
কহিলন্ত অহৰ্নিশে॥

ভাগৱত ধৰ্ম্ম                    অতি অনুপম;
প্ৰৱৰ্ত্তাইলা মহামতি।
যাহাৰ শ্ৰৱনে                    জন্ম অন্ধ গুচে,
নবাচে জাতি অজাতি ॥
সৰ্ব্ব ধৰ্ম্ম সাৰ                    ধৰ্ম্ম ভাগৱত,
কলি মল ধূমকেতু।
নাহিকে প্ৰয়াস                    ভকতৰ ধন,
এহিসে তৰণ হেতু ॥
সৰ্ব্ব ধৰ্ম্ম বজা                    সাৰতে যে সাৰ,
জানি ধৰা বুধজন।
শুনিব মাত্ৰকে                    তাপ পাপ হৰে,
বিষয় বিষ নিৰ্য্যাণ ॥
বৈকুণ্ঠৰ শাস্ত্ৰ                    জানা ভাগৱত,
দামোদৰ ৰূপে হৰি।
আপুনি পঢ়িয়া                    লোকে প্ৰচাৰিলা,
শুনা সবে কৰ্ণ ভৰি ॥
ইকথা থাকোক                    আত অনন্তৰে,
শুনিয়োক যেন কথা।
শঙ্কৰে বোলন্ত                    শুনা দামোদৰ,
ভক্তি বিনে সবে বৃথা ॥
হেনয় ভকতি                    ভাগৱত বিনে,
শোভা নকৰয় আতি।
তযু মুখে আজি                    শুনি ভাগৱত,
সন্তোষ ভৈলোঁ সম্প্ৰতি ॥
জন্ম সাফলিলোঁ                    তযু সঙ্গ পায়া,
সবে ধৰ্ম্ম ভৈল পূৰ।
যেন জানা দুগ্ধ                    স্বভাৱে মধুৰ,
মধু সঙ্গে স্বাদ বৰ ॥

ভক্তি ভাগৱত সেহি পতন্তৰ,
থৈলোঁ শঙ্কৰ বচন।
এহিমতে নিতে প্ৰভু দামোদৰ,
কৰে ভাগৱত ধ্যান॥

---

## ছবি

শুনিয়োক সভাসদ ইটো দামোদৰ পদ,
পৰম ৰহস্য হেন জানি।
অমৃত সমান ইতো শুনন্তে আনন্দ দেই,
জানা ইতো পাপৰ অগনি॥
শুনন্তে নাহিকে শ্ৰম অমৃত বৰিষে যেন,
সঘনে পিয়োক দিনে ৰাতি।
পাপ সংহৰিয়া পাছে পাৱয় মুকুতি সুখ,
কৃষ্ণ পাৱে মিলয় ভকতি॥
হেন জানি সৰ্ব্বজনে শুনিয়োক অনুক্ষণে,
দামোদৰ চৰিত্ৰ পয়াৰ।
শুদ্ধ ভাৱে শুনে যিটো তাহাৰ তেখনে হয়,
কোটি কোটি পুৰুষ উদ্ধাৰ॥
হেন জানি নৰলোক আন চিন্তা এৰিয়োক,
এৰা সবে ভাষভুষ কাম।
আপুনি নিস্তাৰ হোৱা পুৰুষ উদ্ধাৰ কৰা,
নিৰন্তৰে বোলা ৰাম ৰাম॥

---

## পদ

আত অনন্তৰে।শুনা ভৈলা যেন কথা।
সংক্ষেপিয়া পূৰ্ব্বাপৰ কহিবো ব্যৱস্থা॥
এহিমতে দামোদৰ বসিয়া আছন্ত।
শঙ্কৰ সহিতে কৃষ্ণ কথা আলোচন্ত॥

ৰামৰাম গুৰু যে মাধৱ নাৰায়ণ।
পৰম আনন্দে থাকা আৰা তিনজন॥
শঙ্কৰ সহিতে আৰা বসিয়া আছন্ত।
পৰম হৰিষে কৃষ্ণ কথাক চৰ্চ্চন্ত॥
সংক্ষেপিয়া ইটো কথা এহি মানে থওঁ।
শুনিয়োক যেন ভৈলা তাক আৱে কওঁ॥
ৰামৰায়ে বোলন্ত শুনা বেদৰ বচন।
গুৰু বিনে যত দেখা সবে অকাৰণ॥
গুৰু বিনে নহে জানা হৰিত ভকতি।
শাস্ত্ৰে কহি আছে ইতো পৰম যুগুতি॥
এহিমতে দুয়ো জনে আলচ কৰিলা।
তথাহন্তে ৰঙ্গমনে মণিকুটে গৈলা॥
তথাহন্তে দুয়ো মাধৱক বিচাৰিলা।
পশ্চিমক গৈয়া ৰত্ন পীঠক পাইলা॥
তথাহন্তে দুয়ো পাছে পশ্চিমক গৈলা।
ব্ৰহ্মহৰিদাসক যে দৰিশন পাইলা॥
পৰম হৰিষে তিনিয়ো কথা কহিলন্ত।
তথা হৈতে গৈয়া চৈতন্যক দেখিলন্ত॥
কণ্ঠ ভুষনৰ মুখে শুনিছে শঙ্কৰ।
কৃষ্ণ যে চৈতন্য হুয়া হৈছে অৱতাৰ॥
ব্ৰহ্মানন্দ আচাৰ্য্যেয়ো কহিছে পূৰ্ব্বত।
ব্ৰহ্মহৰিদাসে পাছে কৈলা শঙ্কৰত॥
সেহি কথা সুমৰি শঙ্কৰ মৌন ভৈলা।
ৰামৰাম গুৰু সমে ওচৰ চাপিলা॥
অবনত হুয়া দুয়ো নমিলা সাক্ষাৎ।
পূৰ্ব্বাপৰ পুছিলন্ত কথা যত যত॥
শঙ্কৰৰ আগে নমাতিলা মহাজ্ঞানী।
কমণ্ডলু জল ঢালি বুজাইলা আপুনি॥
শঙ্কৰেও বুজিলন্ত সেই অনুমানে।
এক যে শৰণ ধৰ্ম্ম চৈতন্যৰ স্থানে॥

তিনি দিন অন্তৰে বিদাই কৰিলা।
ৰামৰায় শুনা বুলি চৈতন্যে মাতিলা॥
এহি বস্তু আমি দেওঁ হাতত তোমাৰ।
স্বৰূপ বচন বুলো আগে তোমাসাৰ॥
ইটো পুস্তকত যে তোৰাৰ কাৰ্য্য নাই।
অবশ্যে নিয়া দিবা দামোদৰৰ ঠাই॥
এহিবুলি সংহিতা পুস্তক খানি দিলা।
তৈৰ পৰা তাৰা দুয়ো গৃহক আসিলা॥
ৰামৰায় গুৰু শঙ্কৰ দুই জন।
দামোদৰদেৱ পাশে কৰিলা গমন॥
ব্যাস যে পুৰত দামোদৰ আছে বসি।
প্ৰকাশন্তে আছে যেন পূৰ্ণিমাৰ শশী॥
আগ হুয়া দুয়ো জনে পুস্তকক দিলা।
দেখি দামোদৰে বৰ হৰিষ লভিলা॥
ইহাৰ ৰহস্য যে আমাৰ ঠাই আছে।
দামোদৰে তাৰাক বিদায় দিলা পাছে॥
ইটো কথা এহিমানে সংহৰিয়া থওঁ।
তাত পাছে যেন ভৈলা তাৰ কথা কওঁ॥
শঙ্কৰ গৈলন্ত দামোদৰৰ পাশক।
শৰণ কৰায়ো তুমি আমাৰ বংশক॥
নমস্কাৰ কৰিলন্ত এহি বাক্য বুলি।
দামোদৰ তেতিক্ষণে ধৰিলা আকুলি॥
নিকটে বসাইলা নিয়া পৰম সাদৰে।
সমজ্যাৰ আগত বুলিলা শঙ্কৰে॥
নাৰায়ণ বদতি হৰ গৌৰী সংবাদত।
পাৰ্ব্বতী পুছিলা প্ৰণিপাতে শঙ্কৰত॥
কোন গতি হৈবে আৰে কলিত লোকৰ।
হেন শুনি পাৰ্ব্বতীত কহিলা শঙ্কৰ॥
দামোদৰ নামে দ্বিজ হৈব জাত।
সিটো দ্বিজে তাৰিবে লোক অসংখ্যাত॥

বৰাহ কুণ্ডৰ যেবে পূৰ্ব্ব যে দিশত।
জন্ম লভি হৈব পাছে স্থিত পশ্চিমত॥
কলিত প্ৰখ্যাত হৈব নাম দামোদৰ।
তান উপদেশে লোক তৰিবে বিস্তৰ॥
পাৰ্ব্বতীৰ আগে এহি বুলি মৌন ভৈলা
সেহি দামোদৰ আসি কলিত জন্মিলা॥
শঙ্কৰে এহি বুলি তাৰাত কহিলা।
তাৰা সবে শুনি অনুমোদন কৰিলা॥
উঠি উঠি নমস্কাৰ কলিৰা তথাত।
হৰি গুৰু কৰিলন্ত আগে দণ্ডৱত॥
এহি মতে তথাতযে আনন্দ মিলিলা।
তাসম্বাকে দামোদৰে আশ্বাস কৰিলা॥
প্ৰসঙ্গ কৰিয়া দামোদৰক নমিলা।
আনন্দত উঠি পাছে সবে গৃহ গৈলা॥
দামোদৰ ৰহিলন্ত আপুন গৃহত।
কৃষ্ণ ৰাম নাম পাছে জপিলা মনত॥
তথা হন্তে যত লোক আসে অসংখ্যাত।
দণ্ডৱত কৰে দামোদৰ চৰণত॥
এহিমতে তথাত আছন্ত দামোদৰ।
শৰণ হৈলন্ত আৰু পত্নী শঙ্কৰৰ॥
এক দিনা ৰামৰায় তথায় আছন্ত।
দেখিলেক দামোদৰ বসিয়া আছন্ত॥
দামোদৰ চৰণে কৰিয়া দণ্ডৱত।
পাছে ৰামৰায় বসিলেক অবনত॥
কথামাতে বসি তথা আছে কতক্ষণ।
ৰামৰায় হেন পাছে বুলিলা বচন॥
শুনিয়োক প্ৰভুদেৱ বচন আমাৰ।
ভাল কৰি সত্ৰ তুমি কৰাঁ আপুনাৰ॥
দামোদৰে শুনি হাসি বুলিলা বচন।
আপুনি দিয়োক সত্ৰ বান্ধিবাৰ স্থান॥

ভাল বুলি ৰামৰায় তথায় আছন্ত।
দামোদৰে এক তোলা ৰূপক দিলন্ত॥
ৰূপ তোলা দিয়া পাছে বচন বুলিলা।
ধৰ্ম্ম অৰ্থে মাটি খিনি আপুনি কিনিলা॥
ভাল বুলি ৰামৰায়ে তেখনে উঠিলা।
দামোদৰ চৰণক বন্দন কৰিলা॥
সত্ৰ বান্ধিবাৰ পাছে মাটি দেখিলন্ত।
দামোদৰ সেই স্থানে সত্ৰ বান্ধিলন্ত॥
শঙ্কৰেয়ো দেখি বৰ আনন্দ লভিলা।
দামোদৰ লগে বৰ হৰিষক পাইলা॥
শঙ্কৰে বুলিলা বৰহৰিক বচন।
দামোদৰ পাৱে তুমি কৰিবা অৰ্চ্চন॥
এহি বাক্য বুলিয়া শঙ্কৰ মৌন ভৈলা।
বৰহৰি পাছে দামোদৰ পাশে ৰৈলা॥
এহি মতে দামোদৰে সত্ৰ বান্ধিলন্ত।
ভক্তগণ সমে পাছে তথাক গৈলন্ত॥
বাৰ জনে ভক্ত সমে বসি অনুক্ষণ।
পৰম আনন্দে গাৱে হৰি গুণগান॥
হৰি কথা গাইয়া তথা বসিয়া সদাই!
তাসম্বাৰ নাম আবে শুনিয়ো লোকাই॥
ৰামৰায় জানিবাহা আৰু একজন।
ৰামানন্দ আৰু হৰি ৰঘুনাথ তথা॥
জগন্নাথ ৰামদাস শুনে হৰি কথা।
বিষ্ণুদাস পয়োনিধি পৰমা যে নন্দ॥
ৰাতুলচৰণ মধু আৰু কৃষ্ণানন্দ।
আৰা সবে হৰি কথা শুনা অনুক্ষণ॥
ভ্ৰমৰে গুঞ্জৰে যেন হৰি নাম গাৱে।
আন ভক্তগণ সবে চাপৰি বজাৱে॥
আয়াযাত কৰে তথা লোক অসংখ্যাত।
শৰণ পশয় দামোদৰ চৰণত॥

এহি মতে লোক তথা আয়াযাত করে।
লোক ঘঞ্চাল শুনি আনন্দিত শঙ্কৰে॥
নির্ঘবিষ প্রসঙ্গ যে হোৱয় তথাত।
আন ভক্ত সব বসি থাকয় তথাত॥
আৰু এক কথা কহো শুনিয়ো লোকাই
ছোৱাল ভকত এক নামত কৃষ্ণাই॥
হৰি কথা শুনে তথা আনন্দে ঝুৰয়।
ভকতে পুছিলে কহিবাক নপাৰয়॥
কাহাৰ চৰিত্র কিবা পঢ়য় পুস্তক।
প্রপঞ্চিয়া কথাক নপাৰে কহিবাক॥
ভকত সকলে কহে দেৱৰ আগত।
ছোৱাল ভকতে হৰি কথা শুনে নিত॥
ভকতে পুছিলে কহিবাক নপাৰয়।
তথাপিতো দেখোঁ তথা ঝুৰিয়া থাকয়॥
দামোদৰে শুনি তাক লক্ষ্য কৰিলন্ত।
সমস্ত ভকত এক দিনা বসিলন্ত॥
ভকত লক্ষণ পাছে দেখি দামোদৰ।
সঘনে ঝুৰয় নীৰ দুয়ো নয়নৰ॥
প্রসঙ্গ সামৰি পাছে পুছয় ভক্তত।
কাহাৰ প্রসঙ্গ গৈল কহিয়ো সাম্প্রত॥
দণ্ডৱতে পড়িলন্ত কহিবে নপাৰি।
গদগদ বাক্যে মাতে কৃতাঞ্জলি কৰি॥
শুনিয়োক প্রভু দেৱ নপাৰো কহিতে।
কহিলাহা এথা তুমি কাহাৰ চৰিত্রে॥
কিবা হেতু লোতক যে ঝুৰয় নয়নে।
ইহাৰ কাৰণ কহিয়োক এতিক্ষণে॥
কৃষ্ণ নিগদন্তি প্রভু শুনিয়োক দেৱ।
তোমাৰ চৰণে কৰো লক্ষ কোটি সেৱ॥
কৃষ্ণ হেন নাম ইতো লোকত কহয়।
তাহাঙ্ক স্মৰি মোৰ নয়ন ঝুৰয়॥

হেন শুনি দামোদৰে বাক্য বুলিলন্ত।
কৃষ্ণগুণগণ তোৰ হৌক হৃদিগত ॥
কৃষ্ণক জানিল যিতো তাৰ কিবা বৈল।
হৰি ভজিবাৰ পাত্ৰ সি সি জন ভৈল ॥
শুনি শিশু দণ্ডৱত কৰিলা তথাত।
তাতে হন্তে কৃষ্ণ কথা ভৈলা অন্তৰ্গত ॥
দামোদৰে থৈলা তথা কৃষ্ণানন্দ নাম।
কৃপাবাক্যে তান পাছে ভৈল পূৰ্ণকাম ॥
ভকত সকলে পাছে যিবা প্ৰশ্ন কৰে।
বিনা প্ৰয়াসত তাক কহয় সত্বৰে ॥
এহি মতে দামোদৰ আছন্ত তথাত।
হৰি কথা শুনে বসি সমস্তে ভকত ॥
দামোদৰে ভক্ত সমে প্ৰকাশন্ত অতি।
দেৱৰ সভাত যেন শোভে সুৰপতি ॥
তিনি প্ৰসঙ্গৰ তিনি কথা কৰিলন্ত।
ভকত সকলে তিনি প্ৰসঙ্গে বসন্ত ॥
নক্ষত্ৰৰ মাঝে যেন চন্দ্ৰ প্ৰকাশন্ত।
ভকতৰ মাঝে এক সূৰ্য্যক দেখন্ত ॥
সৰোবৰ মাঝে যেন পদ্ম প্ৰফুল্লিত।
সেহি মতে ভকতৰ মাঝে প্ৰকাশিত ॥
সন্ত সৰোবৰ অতি প্ৰকাশ কৰন্ত।
বৈকুণ্ঠত প্ৰকাশয় যেন লক্ষ্মীকান্ত ॥
ভকত সকলে তথা আয়াযাত কৰে।
চতুৰ্ভুজ সেনা যেন বৈকুণ্ঠ নগৰে ॥
চাৰি দিন অন্তে তথা শঙ্কৰ বসন্ত।
লোক যাত্ৰা দেখি বৰ আনন্দ কৰন্ত ॥
তিনিয়ো প্ৰসঙ্গ তথা শঙ্কৰে দেখিলা।
নামৰ প্ৰসঙ্গ দেখি আনন্দ পাইলা ॥
এহিমতে শঙ্কৰেয়ো আয়াযাত কৰে।
ভক্ত সমে আনন্দ লভয় দামোদৰে ॥

সদাই হৈলেক তথা লোক মহোৎসৱ।
লোকৰ মুখত মাত্র শুনি হৰি ৰাৱ॥
দ্বিতীয় বৈকুণ্ঠ যেন প্রকাশ কৰয়।
তৈত থাকে তথা লোকে হৰি উচ্চৰয়॥
সৰোবৰে পড়ি যেন হংসৰ কল্লোল।
সেহি মতে তৈতে থাকি শুনি হৰি বোল॥
আয়াযাত কৰে তথা যত নৰ নাৰী।
শোভা কৰে সৰোবৰে যেন হংস সাৰি॥
শুনিয়োক সভাসদ ইতো কথা সাৰ।
যাহাৰ শ্রৱণে তৰি দুৰ্ঘোৰ সংসাৰ॥
হৰি কীৰ্ত্তন আৰে কৰিয়োক সদায়।
হৰি ভজি লৈয়ো সবে বৈকুণ্ঠত ঠাই।
সাধুৰ সঙ্গত থাকি হৰিক ভজিয়ো।
আপুনি সংসাৰ তৰি বংশ উদ্ধাৰিয়ো॥
হৰি নাম বিনে নাই সংসাৰ তৰণ।
কৃষ্ণৰ চৰণে লৈয়ো সত্তৰে শৰণ॥
সন্ত উপদেশে লোক সংসাৰ তৰিয়ো।
সাধু সঙ্গ লৈয়া কৃষ্ণ চৰণ ভজিয়ো॥
আপুনিয়ো তৰা সবে পুৰুষ উদ্ধাৰি।
নিৰন্তৰ নৰে ডাকি বোলা হৰি হৰি॥

---

## ঝুলড়ী

আত অন্তৰে শুনা সৰ্ব্বজনে,
যৈত যেন কথা ভৈলা।
বংশী যে নামত অসম ৰাজ্যৰ,
যিমতে শৰণ লৈলা॥

সি ৰাজ্যক পৰা আসিলা ইথান,
শৰণ লইব শঙ্কৰে।
পাছে যেন কথা শুনিয়োক কহোঁ,
ভৈলা আত অনন্তৰে॥
তিনি নাও ভৰি স্বৰ্ণ আদি কৰি,
উপায়ণ দ্ৰব্য যত।
শঙ্কৰ গোমস্তা অন্বেষণ কৰি,
পুছিয়া আসে লোকত॥
শুনিয়ো লোকাই কোন স্থানে ঐত,
শঙ্কৰ সাধু আছন্ত।
এহি মতে তথা সুধি যাই কথা,
শঙ্কৰক দেখিলেক॥
পাট বাউসীক য়ায়া পাছে তাৰা,
নিচিনিলা শঙ্কৰক।
স্নান কৰিবাক জলত নামিছে,
তাত পাছে দেখিলেক॥
শুনিয়ো আতাই কোন থানে ঐত,
শঙ্কৰ সাধু আছন্ত।
শুনি হেন বাণী কিসক পুছিলা,
শঙ্কৰে মাতি পুছন্ত॥
কৈৰ পৰা তুমি কি কাৰ্য্যে আসিছা,
কোৱা মোত শীঘ্ৰ কৰি।
হেন শুনি পাছে উঠি বংশীদেৱে,
মাতিলা আতি সাদৰি॥
উত্তম পুৰুষ দেখহু তোমাকে,
আমাত কহিয়ো সচাঁ।
বংশী নাম মোৰ পূৰ্ব্বহন্তে আসো,
তান্তে শৰণক বাঞ্চা॥

শঙ্কৰ গোমস্তা বুলিলন্ত তথা,
স্বৰূপ শুন বচন।
আমাত মাগিলা শৰণৰ থান,
দেখাওঁ নিয়া বিদ্যমান॥
তথা হন্তে পাচে নাওঁত চৰিয়া,
ঘাটে নাওঁ লগাইলন্ত।
নাওঁত ৰাখিয়া তাৰা সমস্তক,
শঙ্কৰ উঠি গৈলন্ত॥
দামোদৰে পাছে দেখন্ত শঙ্কৰ,
আসে হতে লোটা ধৰি।
স্নানক উদ্যমে যিমতে আছিলা,
আসিলা নাওঁত চৰি॥
দামোদৰে দেখি পুছিলন্ত কথা,
শঙ্কৰে সমস্তে কৈলা।
বংশী দ্বিজ এক শৰণ হৈবাক,
আপোনাৰ স্থানে আইলা॥
আপুনি শৰণ কৰায়োক দেৱ,
স্বৰূপ বোলো বচন।
এহি কথা কহি গৃহক গৈলন্ত,
তথাতে কৰি ভোজন॥
দামোদৰে পাছে ভকত পঠাই,
তাসম্বাক নিয়াইলন্ত।
কথা বাৰ্ত্তা পুছি ৰহিবাক তথা,
বাসাক পাছে দিলন্ত॥
যথাযোগ্যে পাছে ভোজন কৰাইলা,
মনত সন্তোষে আতি।
পৰম সাদৰে হৰি কথা শুনি,
আনন্দে ৰঞ্জিলা ৰাতি॥

প্ৰভাত হৈলেক স্নান কৰিলেক,
প্ৰসঙ্গে বসিলা তথা।
আনন্দ লভিলা মনত হৰিষে,
শুনিলন্ত হৰি কথা ॥
প্ৰসঙ্গ থৈলেক ভকত সকল,
বসিয়া তথা আছন্ত।
সেহি সময়ত মধুৰ বচনে,
বংশীত মাতি সোধন্ত ॥
শুনিয়োক বংশী পূৰ্ব্ব হন্তে তুমি,
কি কাৰ্য্যে আসিলা এথা।
বংশীদেৱে পাছে দামোদৰ আগে,
কহিলা সকল কথা ॥
শৰণ লৈবাক আসিছোঁ ইথানে,
কৈলোঁ তযু চৰণত।
শৰণ কৰায়ো আমাক সম্প্ৰতি,
হেৰা কৰো দণ্ডৱত ॥
এহি বুলি পাছে কৰি দণ্ডৱত,
আগত পড়িল তথা।
দামোদৰে পাছে পৰম কৃপায়ে,
কহিলন্ত তত্ত্ব কথা ॥
তিনি দণ্ডৱত কৰি বংশীদেৱ,
কৃতাঞ্জলি কৰি ৰৈলা।
যথাযোগ্য পাছে শৰণৰ ক্ৰম,
বংশীৰ আগে কহিলা ॥'
সন্ত গুৰু সমে ঈশ্বৰক ভিন্ন,
নকৰিবা কদাচিত।
হৰি নামে ৰতি ভকতত প্ৰীতি,
কৰিবা একান্ত চিত ॥

এহি শিক্ষা দিয়া দামোদৰ তথা,
ৰহস্য মন্ত্ৰক দিলা।
পৰম তত্ত্বক তাহান আগত,
শীল শিক্ষা প্ৰকাশিলা ॥
ভক্তি ভক্ত জানা ভগৱন্ত এক,
বস্তু কৰিবাহা সাৰ।
এহি শিক্ষা ধৰি ধৰ্ম্ম আচৰিবা,
নাহি বস্তু আতপৰ ॥
পৰম ৰহস্য তত্ত্বক লভিয়া,
হৰিষ ভৈলেক মন।
পৰম সাদৰে দামোদৰ পাৱে
বংশী কৰিলা প্ৰণাম ॥
হৰিষে লোতক বহে নয়নৰ,
শৰীৰ ৰোমাঞ্চ ভৈলা।
তথা হন্তে উঠি অবনত হুই,
আসনে আসি বসিলা ॥
বংশী সঙ্গে তথা যতেক মনুষ্য,
সবেয়ো শৰণ লৈলা।
দামোদৰে পাছে ভক্ত সমে তথা,
উঠিয়া গৃহক গৈলা ॥
তথা হন্তে বংশী বাসাঘৰে গৈ,
ভোজন কৰিলা ৰঙ্গে।
ভোজন কৰিয়া আনন্দ লভিয়া,
বসি ভকতৰ সঙ্গে ॥
ভক্ত সমন্বিতে কৃষ্ণ কথা চৰ্চ্চি,
হৰিষে বসি থাকন্ত।
প্ৰসঙ্গে বসিয়া এহি মতে তৈত,
হৰি কথা সুমৰন্ত ॥

শুনা সভাসদ্ দামোদৰ পদ,
শ্ৰদ্ধায়ে শুনিয়ো আক।
পৰম অমৃত দামোদৰ কথা,
তেবে পাবা বৈকুণ্ঠক॥
কলিত সম্প্ৰতি নাই আন গতি,
শ্ৰৱণ কীৰ্ত্তন বিনা।
সন্ত সেবা কৰি আন কথা এড়ি,
তথা হৰি কথা শুনা॥
আপুনিয়ো তৰা পুৰুষ উদ্ধাৰা,
এড়ি সবে আন কাম।
উৰ্দ্ধ বাহু কৰি মুখ ভৰি ভৰি,
ডাকি বোলা ৰাম ৰাম॥

পদ।

এহি মতে কত দিন আছন্ত তথাত।
পৰম আনন্দে মন মগ্ন ভৈলা তাত॥
দামোদৰ চৰণত কৰিয়া বন্দন।
কাকুতি কৰিয়া পাছে বুলিলা বচন॥
শুনিয়োক প্ৰভু দেৱ স্বৰূপ বচন।
লোণ চাউল গুৱা পাণ আছে কিছুমান॥
স্বৰ্ণ স্থালুকাদি কৰি আনিছো যতেক।
আজ্ঞা কৰিয়োক দ্ৰব্য কত তুলিবেক॥
হেন শুনি দামোদৰে বুলিলা বচন।
যি কিছু আনিছা নাৱে থাকোক এখন॥
বংশীয়ে গৈলন্ত পাছে শঙ্কৰৰ থান।
বিয়েলি প্ৰসঙ্গে বসিচন্ত বিদ্যমান॥
বংশীদেৱ দ্বিজ মহা পৰম উদাৰ।
শঙ্কৰেও তাঙ্ক দেখি কৰিলা সাদৰ॥
তাহাঙ্ক দেখিয়া প্ৰসঙ্গক সাম্বৰিলা।
কিসক আসিলা বুলি শঙ্কৰে পুছিলা॥

যথাবৃত কথা কহিলন্ত মহাধীৰ।
আনন্দ লভিয়া শুনি আছন্ত শঙ্কৰ ॥
বংশীয়ে কহিলা দামোদৰৰ বচন।
পাছে আনিবাহা দ্ৰব্য থাকোক এখন ॥
তাসন্বাৰ মনে বৰ সংশয় মিলিলা।
বংশীক সম্মুখি পাছে বচন বুলিলা ॥
শুনিয়োক বংশী তুমি বচন আমাৰ।
দামোদৰ পূজা জানা সমস্তে লোকৰ ॥
পৰম ঈশ্বৰ জানিবাহা দামোদৰ।
জানিবাহা মোকে বোলে গোমস্তা শঙ্কৰ ॥
এহিবুলি তথাত যে মৌন হুয়া ৰৈলা।
পৰম আনন্দ বংশী মনত লভিলা ॥
বংশীদেৱ সহিতে শঙ্কৰ আসিলন্ত।
দামোদৰ পাৱে নমস্কাৰ কৰিলন্ত ॥
শঙ্কৰ বদতি শুনিয়োক দামোদৰ।
দ্ৰব্য খানি ঘ্ৰাণিয়োক বংশী যে দেৱৰ ॥
দামোদৰ বদতি যে শুনিয়ো শঙ্কৰ।
আনায়োক দ্ৰব্যখানি তুলিয়া নাৱৰ ॥
হেন শুনি শঙ্কৰ যে ত্বৰিত গমনে।
লোক পাঞ্চি দ্ৰব্য যে অনাইলা তেখনে ॥
শঙ্কৰেও নিয়া দামোদৰ আগে দিলা।
বিভাগিয়া দিয়া কিছু আপুনি ৰাখিলা ॥
তথাহন্তে শঙ্কৰেয়ো গৃহক গৈলন্ত।
বংশীদেৱ দামোদৰ স্থানে ৰহিলন্ত ॥
দামোদৰ স্থানে কতদিন বংশী ৰৈলা।
পৰম সন্তোষে তিনি প্ৰসঙ্গে বসিলা ॥

---

পদ

আত অনন্তৰে দেৱ দামোদৰ শান্ত।
শুনা যেন মতে প্ৰভু বেহাৰে গৈলন্ত ॥

কামেশ্বৰ গিৰি নামে সন্ন্যাসী আছিলা।
শিৱবৰ দৈবজ্ঞ সহিতে আলোচিলা॥
দুয়ো বৈষ্ণৱক দেখে পৰম পামৰ।
হৰি ভক্তি পন্থে বাদ কৰে নিৰন্তৰ॥
ৰজাত জানাইলা দুৱো আলোচিয়া কাৰ্য্য।
শুনা মহাৰাজ নষ্ট ভৈলা তযু ৰাজ্য॥
ৰজা হুয়া তুমি চেষ্টা নকৰা ৰাজ্যৰ।
অন্যায় প্ৰবৰ্ত্তে তযু প্ৰজা নিৰন্তৰ॥
গোসানীৰ ৰাজ্য কামৰূপ নামে খ্যাত।
তযু মাতৃ কামাখ্যা জগত প্ৰখ্যাত॥
চৰাচৰ জগত স্ৰজিলা দুৰ্গাদেবী।
ব্ৰহ্মা আদি দেৱে সিদ্ধি পাৱে যাক সেৱি॥
চৰাচৰ জগতৰ দুৰ্গা সে কাৰণ।
হেন দুৰ্গা পূজা নকৰয় একজন॥
তযু ৰাজ্য নষ্ট ভৈল জনালোঁ তোমাত।
যেন মনে লোৱে তাকে কৰিয়ো সাম্প্ৰত॥
শুনি নৰপতি আতি ক্ৰোধ বৰ ভৈলা।
দুহান্তক মাতি কথা পুছিবাক লৈলা॥
শুনা কামেশ্বৰ শুনিয়োক শিৱবৰ।
কোনজনে দেবীপূজা খণ্ডাইলা লোকৰ :
কোনে নুপূজয় দুৰ্গা ৰাজ্যত আমাৰ।
সত্বৰে কহিয়ো মই সাধো প্ৰতিকাৰ॥
শুনি দুয়োজনে পূৰ্ব্বাপৰ কহিলেক।
দামোদৰ নামে আছে জানা পুৰুষেক॥
বিশিষ্ট ব্ৰাহ্মণ কুলে উৎপত্তি ভৈলা।
কামৰূপে বড়পেটা গ্ৰামে সত্ৰ কৈলা॥
তেহোঁ এক শৰণ লগাইলা লোকক।
শৰত কালৰ পূজা লোকে এড়িলেক॥
আন দেৱতাৰ নাম নুশুনয় কাণে।
ভাগৱত ধৰ্ম্ম প্ৰবৰ্ত্তাইলা থানে থানে॥

এহি মতে দুয়ো জনে সুচাই কহিলা।
পণ্ডিত সকলে অনুমোদন কৰিলা॥
সুচকৰ বাক্য ৰাজা ধৰিলা মনত।
নৃপতিৰ ৰাজ্য ভঙ্গ যোগ উপাগত॥
হৰি ভকতক দ্বেষ কৰিবাক মনে।
ধোপধৰা সবক বুলিলা তেতিক্ষণে॥
চলা ধোপধৰা দামোদৰৰ পাশক।
কি কাৰণে নুপূজয় জগত-মাৱক॥
যদি দেবী পূজয় থাকোক সেহি থান।
নুহি তেবে মোৰ থানে শীঘ্ৰ কৰি আন॥
শুনি ধোপধৰা তেতিক্ষণে চলি গৈলা।
কতিপয় দিনে বড়পেটা আসি পাইলা॥
হৰি মন্দিৰত প্ৰভু বসিয়া আছন্ত।
পূৰ্ণিমাৰ চন্দ্ৰ যেন প্ৰকাশ কৰন্ত॥
চাৰিপাশে বেঢ়িয়া আছন্ত ভক্তগণ।
সেহি বেলা ৰাজ দূত আসি উপাসন্ন॥
তাসম্বাক বৈষ্ণৱৰ তেজে ধৰষিলা।
দণ্ডৱতে পড়ি সবে প্ৰণাম কৰিলা॥
তাৰা সমস্তক প্ৰভু আশ্বাস কৰিলা।
আসনক দিয়া পাছে কুশল পুছিলা॥
হৰিৰ নিৰ্ম্মাল্য পুষ্প চন্দন দিলন্ত।
তাম্বুল প্ৰসাদ দিয়া ৰঙ্গে পুছিলন্ত॥
কিবা কাৰ্য্যে ইথানক আসিছা আপুনি।
দূত সবে বচন বুলিলা হেন শুনি॥
নমো নমো দামোদৰ তোমাৰ চৰণে।
ৰাজ আজ্ঞা কহো প্ৰভু শুনা এক মনে॥
দুৰ্জ্জনে ৰাজাৰ আগে লগালেক খল।
দেবীপূজা এড়াইলা লোকৰ সকল॥
গঙ্গাক নমানে পিতৃশ্ৰাদ্ধ এড়িলেক।
শুনি নৃপতিৰ ক্ৰোধ ভৈল অতিৰেক॥

আমাক আদেশ কৰিলন্ত নৰেশ্বৰ।
দামোদৰ গুৰু পাশে চলিয়ো সত্বৰ॥
মোৰ আজ্ঞা কহিবি তাহান আগে যাই।
বলি কাটি দুর্গাক পূজিয়ো সেহি ঠাই॥
যদি বলি নকাটে আনিবি ইঠাইক।
এহি প্রয়োজনে আহিলোঁ তযু চৰণক॥
যদি দেবী পূজিবে পাৰিবে তুমি মনে।
নপাৰিলে যাইতে লাগে ৰজাৰ থানে॥
প্রচণ্ড নৃপতি দণ্ড কৰিবে আমাক।
নগৰে চলিয়ো মানি ৰজাৰ আজ্ঞাক॥
এহি বুলি দূতে মৌন হুয়া ৰহিলেক।
ৰাজাৰ আদেশ প্রভু শুনিয়ো প্রত্যেক॥
কিঞ্চিত মলিন মুখ কৰি মহাশান্ত।
ৰজাক দুর্গতি পাইলে মনে গুণন্ত॥
হৰি হৰি নৃপতিৰ কিনো মন ভৈলা।
হৰি ভকতিত বাদ কৰিবাক লৈলা॥
জগত ঈশ্বৰ যিবা কৰিবেক যাক।
কোন জন আছে হেন বাধিবেক তাক॥
নৰ নাৰী গো ব্রাহ্মণক কৰিয়া সেৱ।
মধুৰ বচনে পৰিচ্ছেদ দিলা দেৱ॥
শুনিয়োক ৰাজদূত আমাৰ বচন।
তিনিয়ো লোকৰ যিতো লক্ষ্মী নাৰায়ণ।
তাতপৰ আন কোনো পাৰো পূজিবাক।
বলিৰ লগত যদি কাটয় আমাক॥
মোৰ গল উপৰ বলিৰ গল তল।
কাটা যদি আছয় তোহৰ গাৱে বল॥
ৰজাৰ পাশক যাইবো নকৰিবো পূজা।
হৰি বিনে আছয় আমাৰ কোন পূজ্য॥
এহিবুলি পৰম পুৰুষ ভগৱন্ত।
বিজয়পুৰক যাইবে ইচ্ছা কৰিলন্ত॥

দিবা অবসানে পাছে ৰাত্রি আসি ভৈলা।
বৰ বৰ বৰুয়া প্রভুৰ আগে গৈলা ॥
প্রণমি বোলয় শুনা প্রভু দামোদৰ।
বৰ বৰ লোক আছো তোমাৰ কিঙ্কৰ ॥
আমি বলি কাটিয়া তোমাৰ নাম কৰোঁ।
তথাপি নাযাবা নাথ চৰণত ধৰোঁ ॥
বিষ্ণু বিষ্ণু বুলি প্রভু দিলা সমিধান।
কিসব ই বোল বোলা ছোৱাল বচন ॥
আমাৰ বদল তুমি বলিক কাটিবা।
আমি কেনে এড়াইলোঁ ইকথা নকৰা ॥
ৰজাৰ পাশক যাবোঁ যেহি লাগে হৌক।
পালিবাহা সত্রখান দয়া কৰি মোক ॥
প্রভু দামোদৰে হৰি আতাক বোলন্ত।
তুমি বৃদ্ধ বৈষ্ণৱ পৰম বুদ্ধিমন্ত ॥
সত্রখানি পালিবাহা মোহৰ যে মত।
ৰজাৰ চেষ্টাক বুজিবাহা ভাল মত ॥
জগত ঈশ্বৰে মোক কৰিলা আদেশ।
ডুনাই আৰ ইথানত নাহিকে প্রবেশ ॥
আন ভকতক প্রভু কৰিলা আশ্বাস।
বুজন নযায় বাপু ঈশ্বৰ বিলাস ॥
হৰি আতা সমে এক প্রণালী যে কৰি।
থাকিয়ো সমস্তে মোক খেদ পৰিহৰি ॥
ভগবান নাৰায়ণ শুনা মনোহৰ।
তোৰা সবে আমাৰ শৰীৰ সমসৰ ॥
বড়পেটা সত্রক সততে আসিবাহা।
হেলা নকৰিয়া সত্রখন পালিবাহা ॥
মম ভ্রাতৃ পুত্র শ্রীকৃষ্ণ পালিবা।
শুনা শ্রীকৃষ্ণ মোক শোক নকৰিবা ॥
ভকতৰ সঙ্গে প্রীতি নকৰিবা ভঙ্গ।
মোক স্নেহ আছে যেবে নেৰিবা প্রসঙ্গ ॥

শুনা কবিৰত্ন তুমি ব্যাস সমসৰ।
তুমি মোৰ বান্ধৱ অপৰ দামোদৰ ॥
আমাৰ বচন এড়ি অহা নগৰক।
আসিবাহা তুমি বৰপেটাৰ সত্ৰক ॥
ভাগৱত ব্যাখ্যা তুমি আপুনি কৰিবা।
লোকক হৰি ভক্তি উপদেশ দিবা ॥
ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেকুৰাবা।
আপুনিয়ো স্নান সন্ধ্যা পূজা আচৰিবা ॥
আপুনি শুনিলা নৃপতিৰ দুঃচেষ্টাক।
কৰ্ম্ম এড়িলেক বুলি নিয়াই আমাক ॥
একাগ্ৰ ভকতি কৰিবাহা মহাভাগ।
তেবে একো উপসৰ্গ নপাবেক লাগ ॥
আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰা।
কথা বন্ধে এক খণ্ড ভাগৱত কৰা ॥
পূৰ্ব্বে মহাপুৰুষে কৰিলা দশস্কন্ধ।
কীৰ্ত্তন ভটিমা চবি তুলড়ী সুছন্দ ॥
তাত কৰি সুগম কৰিয়ো ভাগৱত।
স্ত্ৰী শূদ্ৰে সৰ্ব্বলোকে বুঝে যেন মত ॥
মোক লাগি তোৰা সবে চিন্তা এড়িয়োক
সবাৰ কল্যাণ জগদীশ্বৰে কৰোক ॥
হেন শুনি তাৰাৰ সন্তাপ আতি ভৈলা।
চৰণত পড়ি সবে কান্দিবাক লৈলা ॥
চতুস্পাশে ভকতে কান্দয় বেঢ়ি বেঢ়ি।
হা প্ৰভু দামোদৰ কৈক যাহা এড়ি ॥
স্ত্ৰী বালক বৃদ্ধ সবে পড়ি পড়ি কান্দে।
কত দুই চৰণক বুকে আনি বান্ধে ॥
প্ৰাণৰ ঈশ্বৰ প্ৰভু দেৱ দামোদৰ।
আমাক এড়িয়া যাহা বিজয় নগৰ ॥
তুমি অবিহনে কেনে ধৰিবোঁ জীৱন।
আবে কাৰ চৰণক কৰিবো সেৱন ॥

আমাক কাহাক দিয়া যাহা প্ৰাণনাথ।
এহি বুলি পৃথিবীত আফালন্ত মাথ ॥
বড়পেটা জুৰিয়া ক্ৰন্দন উৰ্ম্মি ভৈলা।
আমাৰ কুশল আজি হন্তে দূৰ গৈলা ॥
এহি বুলি বিলাপ কৰন্ত ভক্তগণে।
প্ৰভুদেৱে আশ্বাসন্ত মধুৰ বচনে ॥
নাকান্দা ভকত সব এড়া কষ্ট মন।
শুনা সাৱধানে সবে মুখ্য প্ৰয়োজন ॥
তিনি গুটি প্ৰসঙ্গক কৰিবা সন্তত।
দ্বাদশ প্ৰসঙ্গ আছে তাৰ অন্তৰ্গত ॥
একাদশী সংক্ৰান্তিত মোৰ সপ্ৰসঙ্গ।
কিন্তু অন্যে অন্যে প্ৰীতি নকৰিবা ভঙ্গ ॥
তেবে আসি তোৰাৰ সঙ্গত সৰ্ব্বক্ষণ।
থাকিবোহু নিষ্টে মই কহিলো বচন ॥
এহি বুলি দামোদৰ ৰূপে ভগৱন্ত।
সবাক আশ্বস কৰি তাম্বুল দিলন্ত ॥
আশ্বাসিয়া ভকত সৱক স্থাপি থৈলা।
কৃষ্ণক হৃদয়ে ধৰি শুভ যাত্ৰা কৈলা ॥
ৰান্ধনি গোঁসাই আৰু পাঠক গোঁসাই।
ৰঘুনাথ আতা আৰু কৃষ্ণাই ৰামাই ॥
ৰামদাস হৰিদাস প্ৰমুখ্য ভকত।
ষাঠি জন কেউলীয়া লৰিলা লগত ॥
হৰি আতা কমলাকান্তক স্থাপি থৈলা।
ধৰ্ম্মৰ সাধনে লাগে মানে তাঙ্ক দিলা ॥
যাত্ৰা কালে হৰি নাম পৰম মঙ্গল।
চতুষ্পাশে বেঢ়ি গাৱে ভকত সকল ॥
স্ত্ৰী বালক বৃদ্ধ সবে বেঢ়ি নাম গাৱে।
খোল কৰতাল বেণু শঙ্খ শিঙ্গা বাৱে ॥
চতুষ্পাশে হৰিধ্বনি শবদ উঠিল।
আগবঢ়াইবাক লাগি সমস্তে লৰিল ॥

কত দূৰ হন্তে আশ্বাসিয়া সমস্তক।
নিবৰ্ত্তায়া পুনৰপি পঠালা ঘৰক ॥
কংসৰ আদেশে যেন আসিলা অক্রূৰ।
ৰাম মাধৱক লৈয়া গৈলা মধুপুৰ ॥
সিবেলাত গোপ গোপী সবৰ বচন।
লগতে নিলন্ত প্ৰভু আমাৰ লোচন ॥
যেন প্ৰাণ গৈলা তনু চেষ্টা নকৰয়।
বড়পেটা থানৰ লোকৰ সেহি নয় ॥
সেহি মতে দেৱ দামোদৰৰ লগত।
প্ৰাণ মন গৈলা সবে মৰা যেন মত ॥
ভকতৰ দুঃখে প্ৰভু মনে খেদ কৰি।
কতিপয় দিনে পাইলা বিজয় নগৰি ॥
শুনা সাধু সব দামোদৰৰ চৰিত্ৰ।
বিষ্ণু বৈষ্ণৱৰ কথা সাক্ষাৎ অমৃত ॥
ভকতিৰ কল্পতৰু দেৱ দামোদৰ।
শ্ৰদ্ধাৰূপে যিতো জনে চাপয় ওচৰ ॥
তাৰ কাৰ্য্য নিসিজিবে হেন শঙ্কা নাই।
অৱশ্যেক প্ৰথমতে ভক্তি ফল পাই ॥
তাহান চৰণ চিন্তি এৰায়ো দুৰ্গতি।
হৰি হৰি বুলিয়া সাধিয়ো আত্মগতি ॥

---

এক সময়ত ৰজাৰ সভাত,
যি ভৈলা শুনিয়ো তাক।
কামেশ্বৰ গিৰি ৰজাক বোলয়,
নৃপতি শুনা প্ৰত্যেক ॥
শ্ৰীদামোদৰক আনি সমাজক,
কৰিয়া বিচাৰ কথা।
দেৱীৰ পূজাক মানে কি নমানে,
কৰয় কিবা অন্যথা ॥

তীৰ্থ স্নান দান কৰ্ম্ম ধৰ্ম্ম হোম,
মানে কি নমানে তাক ।
পুছিবাক যোগ্য হোৱন্ত তোমাৰ,
মিলায়া পণ্ডিত ঝাক ॥
শুনি নৃপবৰে মাতিলা সাদৰে,
ভাল কথা সুমৰাইলা ।
বাগীশ তত্বক সাৰ্ব্বভৌমাচাৰ্য্য,
হুঙ্কাৰি সবে অনাইলা ॥
সত্যত ৰাজেন্দ্ৰ পণ্ডিতৰ ইন্দ্ৰ,
চক্ৰবৰ্ত্তী আছে যত ।
বিদ্যা তপ যোগে সম্পূৰ্ণ সমস্ত,
শাস্ত্ৰত সবে পাৰ্গত ॥
পণ্ডিতৰ গজ পণ্ডিত সমস্ত,
বেদ বিচাৰক আতি ।
গহীন গম্ভীৰ বুদ্ধিত সুথিৰ,
দশদিশে গৈলা খ্যাতি ॥
চন্দন চৌৰাত আসি বসিলন্ত,
আশীষ কৰি ৰজাক ।
ৰজায়ো তাৰাক আদৰ পূৰ্ব্বক
স্থান দিলা বসিবাক ॥
কৰ্পূৰ তাম্বুল কুসুম চন্দন,
দিয়া সভা ৰঞ্জিলন্ত ।
সভাক প্ৰকাশি সিংহাসনে বসি,
আছা নৃপবৰ শান্ত ॥
শিৰে শ্বেত ছত্ৰ চামৰ ঢুলন্ত,
উপৰত চন্দ্ৰাতপ ।
সুবৰ্ণৰ দণ্ড তুলি ধৰি আছে,
দৰশনে হৰে পাপ ॥

মথুৰ গোপাল আন ভাল ভাল,
ছত্ৰ নাজিৰক আদি।
হাঠিয়াৰ দল শিলৈক্ষা বৰুয়া,
গদাধৰ সত্যবাদী ॥
ধীৰ নাৰায়ণ দৰ্প নাৰায়ণ,
কুমাৰ নায়ক গণ।
পাত্ৰ কটোৱাল লোক ভাল ভাল,
বসিলা আসি তেখন ॥
দেৱৰাজ ঋষি ঋষি ব্ৰহ্ম ঋষি,
বসিলা আসি সভাত।
কায়স্থ সকল বৰ বৰ মাল,
আসিলা সবে সি বেলাত ॥
যেন অম্ৰাৱতী পুৰে দেৱসভা,
মধ্যত ইন্দ্ৰ শোভন্ত।
সেহি মতে পৰী ক্ষিত নৰ ইন্দ্ৰ,
শ্ৰীযুক্ত হৈয়া আছন্ত ॥
সেহি সময়ত নৃপতি বোলন্ত,
শুনা দূত সন্নিধান।
দামোদৰ ভক— তক অতিক্ষণে,
আমাৰ আদেশে আন ॥
ৰজাৰ আজ্ঞাক শিৰোগত কৰি,
দূতে তেতিক্ষণে গৈলা।
শীঘ্ৰ বেগ কৰি এৰায়া নগৰি,
প্ৰভুৰ আগে গিত ভৈলা ॥
নমস্কাৰ কৰি কৃতাঞ্জলি ধৰি,
বোলে প্ৰভু শুনিয়োক।
ৰজাৰ আদেশে যাইবে লাগয়,
শীঘ্ৰে প্ৰভু চলিয়োক ॥

শুনি তেতিক্ষণে মধুৰ বচনে,
মাতিলন্ত দামোদৰে।
শুনা ভক্তগণ কৰিয়ো যতন,
চলিবে লাগয় সত্বৰে ॥
এহি বুলি প্ৰভু দোলাতে চৰিয়া,
ভক্ত সমে চলিলন্ত।
বেদুৱা ব্ৰাহ্মণ প্ৰভুৰ লগত,
পয়চাৰে চলিলন্ত ॥
কত বেলি যাই সিংহদ্বাৰ পাই,
নামিলেক প্ৰভু তৈত।
বেতৰ পাদুকা চৰণে পিন্ধিয়া,
পশিলা ৰাজ ঘৰত ॥
নগৰীয়া যত ভাল ভাল লোক,
লগতে আসিয়া আছে।
প্ৰভুৰ লগতে ভকতে সহিতে,
চলি যায় পাছে পাছে ॥
কৃষ্ণৰ চৰণ ধৰি হৃদয়ত,
দেব দামোদৰ যান্ত।
প্ৰবেশ মাত্ৰকে সমস্ত ভকতে,
হৰিধ্বনি কৰিলন্ত ॥
দেখি সভাসদ ভৈলেক তবধ,
সন্তৰ তেজে ধৰষি।
সাত্বিক যতেক উঠিল প্ৰত্যেক,
কিছু মাত্ৰ ৰৈলা বসি ॥
প্ৰভু দামোদৰ সভাৰ ভিতৰ,
প্ৰবেশ ভৈলা যেখন।
পণ্ডিত সমস্তে আতি অৱনতে,
দিয়াইলেক আসন ॥

তাত নৰহ্নিলা ভক্তে আনি দিলা,
কুশৰ কঠ পাৰিয়া।
সভাক সংকাৰ কৰি বাৰম্বাৰ,
বসিলা হৰি স্মৰিয়া॥
ভকত সকলে কঠ চৰা পাৰি;
প্ৰভুৰ পাশে বসিলা।
সিবেলাত যেন সমজ্যাৰ লোক,
বজ্ৰ পড়ি ঝিম গৈলা॥
সবেও তবধ হুয়া নিশবদ,
আছে যেবে কতক্ষণ।
পাছে নৰবায় সভাক শুনাই,
গম্ভীৰে বোলে বচন॥
শুনা গুৰু জন আমাৰ বচন,
পুছিয়ো দামোদৰত।
দুৰ্গাৰ পূজাক জাহ্নবীত স্নান,
নকৰে কোন দোষত॥
যাগ যোগ ব্ৰত এড়িল সমস্ত,
লক্ষ্মী পূজা নকৰয়।
আন শিক্ষা ধৰি লোকেয়ো আচৰি,
কৰ্ম্মত ভ্ৰষ্ট হোৱয়॥
এতেক বুলিয়া মৌন ভৈলা ৰজা,
সভাসদে শুনি আছে।
ৰজাৰ বচন শুনি সেহিক্ষণ,
বাগীশে মাতিলা পাছে॥
শুনা মহান্ত ৰজায়ে পুছন্ত,
কেনে নেদা প্ৰত্যুত্তৰ।
দেৱীক পূজন তীৰ্থক সেবন,
প্ৰসিদ্ধ ইটো লোকৰ॥

বেদৰ বিহিত ধৰ্ম্ম কৰ্ম্ম যত,
দ্বাদশ যেন নিয়ম।
পিতৃ মাতৃ শ্ৰাদ্ধ গায়ত্ৰী সন্ধ্যাক,
আন যত নিত্য কৰ্ম্ম॥
দ্বিজৰ আচাৰ কৰি পৰিহাৰ,
বৌধ মত প্ৰবেশিলা।
তযু উপদেশে প্ৰজাক নিঃশেষে,
কৰ্ম্মত বিমুখ ভৈলা॥
শ্ৰেষ্ঠে যিবা কৰে কনিষ্ঠে আচৰে,
ই বৰ ভৈলা অন্যায়।
ইহাক পুছিবে লাগি নৰনাথে,
আনিলা ঐক মতাই॥
এতেক বুলিয়া মৌন হুয়া ৰৈলা
বাগীশ মহাশয়।
মৌনে সভাসদে আছে নিশবদে,
নজানো আজি কি হয়॥
বায়ু নবহন্তে যেহেন নিশ্চল,
সাগৰত উৰ্ম্মি নাই।
সেহি মতে সভা— সদে নিৰশদে,
আছে প্ৰভু মুখ চাই॥
এতেক বচন শুনি তেতিক্ষণ,
প্ৰভু দামোদৰ সন্ত।
আতি মৃদুস্বৰে বুলিয়া কাতৰে
নিবৰ্ত্তি কথা কহন্ত॥
শুনা বিজ্ঞজন তোৰা বিচক্ষণ,
পণ্ডিত দিগ্বিজয়।
মহাৰাজ সোধে কহিবাক লাগে,
আমাৰ যেন নিশ্চয়॥

তীৰ্থক সেৱন দেবী উপাসন,
ধৰ্ম্ম কৰ্ম্ম যাগ যোগ।
ৰাম কৃষ্ণ নামে সকলে সিজয়,
নলাগে একো উদ্যোগ ॥
তহিতে বহন্ত গঙ্গা যমুনাও,
গোদাবৰী সৰস্বতী।
আন তীৰ্থ যত আছে পৃথিবীত,
স্নানি পাৱে সদগতি ॥
অচ্যুতৰ যত উদাৰ চৰিত্ৰ,
প্ৰসঙ্গ কৰে সতত।
তীৰ্থৰ সমান হোৱে সেহি স্থান,
গীতা ভাগৱত মত ॥
এতেকেসে ৰাম কৃষ্ণ নাম বিনে,
নজানোহু আমি আন।
কৃষ্ণৰ নামত ধৰ্ম্ম কৰ্ম্ম যত,
সবাৰ আশ্ৰয় স্থান ॥
সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ,
দ্বাপৰে পূজা সম্প্ৰতি।
কলিত কৃষ্ণৰ নাম ব্যাতিৰেকে,
নাই নাই আন গতি ॥
সন্ত সঙ্গ লৈয়া যৱে হৰি পদে,
আশ্ৰয় নকৰে নৰ।
তৱে ব্ৰহ্মাণ্ডত আত্মঘাত কৰি,
ফুৰিবেক নিৰন্তৰ ॥
পঞ্চভূত দেহা যাবৎ থাকয়,
তাবত নাম মেড়িবোঁ।
ইদেহ পড়িলে যেহি যোনি পাওঁ,
জন্মে জন্মে নাম লৈবোঁ ॥

এতেক বুলিয়া মৌনে ৰহিলন্ত,
হৰিৰূপ দামোদৰ ।
সভাসদ সবে মৌনে শুনি আছে,
পণ্ডিতে নেদে উত্তৰ ॥
পাছে নৰনাথ বুলিলা সাক্ষাত,
শুনিয়ো পণ্ডিত গণ ।
দামোদৰে যিবা শ্লোক অৰ্থ কৰন্ত,
লক্ষণ মাত্ৰ কল্পন ॥
স্বৰূপ নহয় লক্ষণ কল্পয়,
উৎকৰ্ষ দেখাৱন্ত ।
সেহি বেলা যত্নু— মণি চক্ৰবৰ্ত্তী,
নিৰ্ভয়ে বাক্য বোলন্ত ॥
বিতুৰৰ আগে মৈত্ৰেয়ে কহিছে,
অন্যথা নহে বচন ।
গোবিন্দৰ যশ পৰম নিৰ্ম্মল,
অনিন্দিত সুশোভন ॥
তাহাক শ্ৰৱণ কীৰ্ত্তন স্মৰণ,
কৰয় যিতো সতত ।
সুহিবে কৃতাৰ্থ হেনয় সংশয়,
নাহি নাহি স্বৰূপত ॥
শুনি নৰপতি বুলিলা ত্বৰিত,
ইতো কোন মহাজন ।
কিবা উদাসীন সুহিবা গৃহস্থ,
থাকয় কোন সদন ॥
শুনি সভ্যবৰ্গে কহয় আনন্দে,
নৃপতি পৰীক্ষিতত ।
পাটবাউসীত বড়পেটা ভঙে,
থাকন্ত এহে সাক্ষাত ॥

ৰজায়ে বোলন্ত যিতো ভক্ত হন্ত,
সমস্তৰে এক কথা।
ভকতৰ মত ভকতে ৰাখন্ত,
নকৰন্ত যে অন্যথা॥
এতেক বুলিয়া ক্ষণেক থাকিয়া
উঠি নৃপ পৰীক্ষিত।
সভা বিসৰ্জ্জিয়া অন্তেস পুৰত,
প্ৰবেশ ভৈলা ত্বৰিত॥
গৰিহিত কৰি ভাঙ্গিলা সমাজ,
গৈলা সবে ঘৰাঘৰি।
প্ৰভু দামোদৰ বাসাক গৈলন্ত,
কৃষ্ণৰ নাম স্মৰি॥
অপেক্ষা ৰহিত কৃষ্ণ পাৱে চিত,
দিয়া প্ৰভু ৰহিলন্ত।
ৰজা প্ৰজা চয় কাকো নাহি ভয়,
নিৰপক্ষ মহাসন্ত॥
পূৰ্ব্বৰতে হৰি— প্ৰসঙ্গক কৰি,
সেহি বেতুৱাৰ ঘৰে।
আছে মহাসন্ত জগতে নমস্ত,
একে নৃপতিত পৰে॥
প্ৰসঙ্গ স্খলিত নহন্ত কিঞ্চিত,
ৰাত্ৰি দিনে অবিশ্ৰাম।
জগত নিস্তাৰ কাৰণে ঈশ্বৰ
ধৰি দামোদৰ নাম॥
সেহি দামোদৰ দেৱৰ কিঙ্কৰ,
নামত অৰ্জ্জুন সন্ত।
কলিত সেমত বিপ্ৰৰ কালত,
ভক্তি পন্থ ৰাখিলন্ত॥

যাৰ সকাশত আনন্দে ভকত,
মুকুত ভাৱে থাকন্ত।
দ্বাদশ প্ৰসঙ্গ নকৰয় ভঙ্গ,
তেজস্বী সন্ত অত্যন্ত॥
ৰজা প্ৰজা দুঃখী চোৰ সন্ত ভিক্ষি,
পলু পিস্পৰাক লাগি।
চিন্তন্ত কুশল দুঃখী বৎসল,
ঈশ্বৰত বৰ মাগি॥
হেনয় অৰ্জ্জুন দেবৰ চৰণ,
সকাশত মোৰ মন।
কিঞ্চিতেক মন ভৈলন্ত প্ৰসন্ন,
সেৱন্তে তান চৰণ॥
প্ৰভু দামোদৰ দেৱৰ চৰিত্ৰ,
পদবন্ধে গাৱে ইচ্ছা।
মই হেন মূৰ্খ অধম পাতকী,
যদি দেখা কথা মিছা॥
মিছাক এড়িয়ো সঁচাক ধৰিয়ো,
সাধু সভাসদগণ।
মোক অল্প গুণ ব্যহুল্য কাৰণে,
তোমাসাৰ প্ৰয়োজন॥
সবাৰ পাৱত কাৰো দণ্ডৱত,
মোহৰ দোষ নধৰি।
ৰামৰায় দ্বিজ সন্ত পাৱে আশ,
হৌক বোলা হৰি হৰি॥



# শ্ৰীৰাম যদুমণি।

---

## গোপাল আতাৰ চৰিত্ৰ।

দুলড়ী

শুনিয়া যেমন পাতিয়া শ্ৰৱণ,
কথা আতি অনন্তৰে।
ভবানীপুৰক ইচ্ছা এড়িবেক,
ভৈলা দেৱ গোপালৰ॥
দেৱতা গোপালে ভকত সকলে,
কৰি সবে আলোচন।
নামে কালঝাৰ গ্ৰাম মধ্যে সাৰ,
যাইবাক কৰিলা মন॥
যত সন্ত স্থান আছয় আসামে,
নাহিকে যাৰ উপাম।
নৰনাৰায়ণ নৃপতি পূৰ্ব্বত,
দিলা কালঝাৰ নাম॥
পোল্লা যাৰ নাম নদী অনুপম,
বহে দক্ষিণক লাগি।
তাহাৰ তীৰত আছে লোক যত,
সবে মহা পুণ্যভাগি॥
অনেক বড়িয়া তটীক বণিয়া,
স্বৰ্ণকাৰ কৰ্ম্মকাৰে।
চূৰ্ণকাৰ মালাকাৰ যেনে সোৰা তেলি,
চৰ্ম্মকাৰ কুম্ভকাৰে॥

দৈবজ্ঞ ব্রাহ্মণ আন যত যত,
সৱাৰো বসতি স্থান।
গোপাল দেৱৰ সেবক বিনাই,
নাহিকয় আন তাত ॥
সর্ব্বগুণান্বিত শম্ভু শম্ভুকুণ্ড,
ৰম্যস্থান বিতোপন।]
ভক্ত সব সমে কালঝাৰ গ্রামে,
কৰিলা পাছে গমন ॥
কালঝাৰ গ্রামে আৰু লোক যত,
উদ্যোগ সবে কৰিল।
গোপাল দেৱৰ থাকিবাৰ ঘৰ,
তেখনে সাজিয়া দিল ॥
কৰি পৰিপাটি সাজি চাৰি হাটি,
নামঘৰ সাজি দিল।
ভকত সকল লভিয়া গৃহক,
আনন্দে সবে বঞ্চিল ॥
গোপালে বোলন্ত একখানি কথা,
লাগে আৰ কৰিবাক।
এহি নামঘৰে সাজিবাক লাগে,
এক খানি প্রতিমাক ॥
শুনি ভক্ত সবে উঠিয়া তেখনে,
কৰিলা সবে বিচাৰ।
সহিপ গুৰুৰ ঘৰত আছয়,
পাইলা বার্ত্তা প্রতিমাৰ ॥
বার্ত্তা পায়া পাছে ভকত সকলে,
গোপালত কহিলন্ত।
এক গোটা ৰূপ এক জোৰা বস্ত্র,
দিয়া পঠাই খুজিলন্ত ॥

বসন ৰূপক পায়া তেতিক্ষণে,
ব্ৰাহ্মণে প্ৰতিমা দিলা।
পৰম উৎসৱে প্ৰতিমা আনিবে,
গোপালে আজ্ঞা কৰিলা॥
গোপালৰ বাক্যে ভকত সকলে,
তেখনে সবে লড়িলা।
চতুৰ্দোল কৰি প্ৰতিমাক লৈয়া,
কীৰ্ত্তন আগে কৰিলা॥
কীৰ্ত্তন কৰিয়া প্ৰতিমা আনিয়া,
সমীপক আসি পাইলা।
কৰিয়া আদৰ দেৱতা গোপাল,
আগ বাঢ়িয়া আনিলা॥
সেহি সময়ত বনমালী ওজা,
দেখে দেৱ গোপালক।
পূৰ্ণিমাৰ চান্দ আসয় হেৰক,
বুলিয়া গাইলা গীতক॥
হৰি মন্দিৰৰ মধ্যত আসন,
পাৰিয়া তাতে থাপিল।
পৰিচৰ্য্যা কৰ্ম্ম কৰিবাক আজ্ঞা,
সন্ন্যাসী গুৰুক দিল॥
লোক সমস্তক ফুল চন্দনক,
দিলাহা কৰি যতন।
গোপালৰ আজ্ঞা শিৰত ধৰিয়া,
দিলন্ত ফুল চন্দন॥
নামঘৰ ঘৰৰ ওপৰ ফালত,
ঘৰ দেৱ গোপালৰ।
দক্ষিণ ফালত একে লগে ঘৰ,
যদুমণি শ্ৰীৰামৰ॥

শ্ৰীৰাম দেৱৰ আলক ধৰন্ত,
কৃষ্ণদাস শ্ৰদ্ধা কৰি।
ৰৰযে আতাৰ জানিবাহা থাকে,
চক্ৰপাণি আলধৰি ॥
দেৱতা গোপালে নাম প্ৰসঙ্গক,
দিলন্ত দুই জনক।
গোপালৰ বাক্যে বসিয়া মোতে,
কৰা তিনি প্ৰসঙ্গক ॥
গজলাৰ বাপ থাকন্তে ভৰত,
কৰে তৈৰ কৃত্যকাম।
মুখ্য মুখ্য যত ভকত সকল,
শুনা তাসম্বাৰ নাম ॥
পৰমানন্দ ৰাম— চন্দ্ৰ অনিৰুদ্ধ,
আৰু নাৰায়ণ।
পুৰুষোত্তম ৰামচন্দ্ৰ সনাতন,
এহি মুখ্য ভক্ত জন ॥
গোপাল দেৱক কৰিয়া সেবন,
ভৈল আসি মহাজন।
যবনন্দ ওজাঁ বনমালী ওজাঁ,
বাসুদেৱ নাৰায়ণ ॥
হৰিপতি কৃষ্ণ জয় ৰাম ৰাম,
মুৰাৰি হৰি চৰণ।
নিত্যানন্দ গোপী গুৰু প্ৰাণ হৰি,
ভগৱন্ত সনাতন ॥
জয়ানন্দ গুৰু একাদশ হৰি,
আতাই দুই ৰাম চৰণ।
গোবিন্দ যে গুৰু হৰিদাস শিশু,
দাস আৰু নাৰায়ণ ॥

এহি ভক্ত সবে কৰয় সতত,
নাম ঘৰে প্ৰসঙ্গক।
শ্ৰীৰাম যদু— মণিয়ে কৰন্ত,
অনেক ভাবে প্ৰশ্নক ॥
ভকত সকল হুয়া নিঃশবদ,
শুনি থাকে কৰ্ণ পাতি।
কৰি নিৰীক্ষণ থিৰ কৰি মন,
অনুৰাগ জন্মি আতি ॥
গোপাল দেৱত কৰা প্ৰশ্ন যত,
সিদ্ধান্ত পান্ত তেক্ষণে।
নানানো দোষণ কতোহো কৰন্ত,
গোপালে কৰা খণ্ডন ॥
গোপাল দেৱক কৰিছা সেৱন,
নামত পুৰুষোত্তম।
বুঢ়া গুৰু তাঙ্ক বোলে সৰ্ব্বলোকে,
বিৰক্ত সন্তাপ ৰম ॥
তান লগে এক কথা লাগিলেক,
যদুমণি শ্ৰীৰামৰ।
বৈৰী ৰাজাৰ যোগীৰ গোপীৰ,
বেদ চাৰি দুস্তৰ ॥
কিবা সমগতি আৰা সকলৰ,
আছয় কিবা বিষম।
সমানে সে গতি নাহিকে বিষম,
কহিলা পুৰুষোত্তম ॥
শুনিয়া শ্ৰীৰাম যদুমণি বোলে,
বুলিবা কিয় হেনই।
পতি পুত্ৰ এড়ি গোপিকা সকলে,
কৰিয়া এক নিশ্চয় ॥

কৃষ্ণ দেৱতাৰ সুখে কুরুক্ষেত্রে;
পায়া আছে উপদেশ।
কিয় হুইবে সম কিন্তু গোপাসব,
আৰাত কৰি বিশেষ॥
এহি কথা লাগি কৰা কৰি কৰি,
গৈলন্ত তিনিয়ো জন।
গোপালৰ কাছে কৰিলন্ত পাছে,
এহি কথা নিবেদন॥
শ্রীৰাম যদু— মণি বোলে বাপু,
ইটো কথা অঘটন।
গোপীৰ যোগীৰ দেবৰ ৰাজাৰ,
হুইবেক সম কেমন॥
উপদেশ পৰ গোপিকা সকল,
হুইবেক লাগে বিশেষ।
শুনিয়া গোপালে বোলা যিতো গোপী,
পায়া আছে উপদেশ॥
সিতো গোপী সম সবাহাতে শ্রেষ্ঠ,
জানিবা নিশ্চয় কৰি।
বৈৰী ৰাজা যোগী বেদ ইতো তিনি,
মুহিকয় সমসৰি॥
যিতো গোপী সব বান্ধিয়া দুৱাৰ,
ৰাখিলা পূজন কৰি।
সেহিসে গোপিকা সফল জানিবা,
এহিস্তেসে সমসৰি॥
পুরুষোত্তমৰ গুৰুৰ লাগিল,
সংশয় কিছু মনত।
বুলিয়া সমান কহিলন্ত বাপ,
আপুনি মোত পূৰ্ব্বত॥

গোপালে বোলন্ত শুনিয়োক গুৰু,
কথাৰ কহো কাৰণ।
প্ৰশ্নৰ দ্বাৰাসে কথা সব আসি,
হোৱে জ্ঞান উদিৰণ॥
তুমিসে তেখনি ইসব কথাক,
নপাৰিলা সুধিবাক।
সেহিসে কাৰণে তোমাসাত মই,
নকৈলো ইতো কথাক॥
কল্পতৰু বৃক্ষ সবাতে সমান,
যদ্যপি ফল আছয়।
মাগন্তা জনেসে পাৱয় ফলক,
আনে তাক নপাৱয়॥
ক্ষীৰ সাগৰত আছয় অমৃত,
মথিলেসে পাৱে তাক।
যদি দুগ্ধ যোগ্য কাম ধেনু হয়,
তাকো লাগে দুহিৱাক॥
মাগন্তা মথন্তা দোহন কৰন্তা,
আমা সাত জন ভৈলা।
সেহিসে কাৰণে জ্ঞানা ইদানীক,
ইতো কথা বাজ হৈল॥
আনো প্ৰশ্ন যত কৰন্ত সন্তত,
গোপালে প্ৰপঞ্চি কন্ত।
নানান দোষণ কতোহো কৰন্ত,
কৰিবেক কোনে অন্ত॥
ছোটদলৈ নামে এক বড় আৰ,
তনয় মহা ধৰ্ম্মিষ্ঠ।
নামে জয় কৃষ্ণ মহাগুণৱন্ত,
ধৈৰ্য্যোৱন্ত সন্ত শিষ্ট॥

কামদেৱ নাম আউৰ একজন,
শোভন সৰ্ব্ব কাৰ্য্যত।
দুই হস্তে বড়ুয়া লভিল আসিয়া
গোপালৰ চৰণত॥
দেৱতা গোপালে জ্ঞান উপদেশ,
কহিলা প্ৰকট কৰি।
মহা ভাগৱত ভৈলা দুয়ো জন,
গোপালৰ বাক্য ধৰি॥
কৰিলন্ত সখি অনুৰাগ প্ৰীতি,
অতিৰেক দুইহান্তৰ।
আসনা গমন সততে কৰন্ত,
থানে দেৱ গোপালৰ॥
গোপালৰ মুখে হৰি কথা শুনি,
থাকা গৈয়া দুয়োজন।
একোত কহিলা দেৱতা গোপালে,
বুলিলা শুনা যেমন॥
এতেবেলি কিয় আছা তোৰা সব,
নকৰি গৃহ গমন।
গধূলিকা বেলা ভৈল আসি হেৰা,
বুলিলা শুনি বচন॥
হইল বড় ৰঙ্গ পথ আমাসাৰ,
পাৰিবো বাপ যাইবাক।
গোপালে বোলন্ত তোমাসবে ভাল,
শুনিলা হৰি কথাক॥
হৰি কথা শুনি লৱড়েক দিয়া
যাইবাক যদি পাৰাহা।
আমাসাৰ ঐত তোৰা সবো কিনো,
হৰি কথা শুনিলাহা॥

গোপালৰ বাক্য শুনি তাৰা সবে,
কৃপা মনে মানিলন্ত।
লৱড় দিবাক নপাই ভক্ত হৈলে,
হেনমতে দেখাইলন্ত॥
কামৰূপে ৰাজ্য ভজিল আসিয়া,
আনো নানা গ্ৰাম যত।
আজি ইতো গ্ৰাম কৰিযা,
ভৈল ভকত॥
অসম ৰাজ্যৰ যত ভক্ত সব,
কৰিল আসি সেৱন।
তাসম্বাৰ কথা কৰিবেক অন্ত,
কৰিয়া কোনে বৰ্ণন॥
অসম ৰাজ্যৰ লোক হৰিপতি,
গুৰু নামে এক জন।
পুৰুষোত্তম বান্ধৱৰ সঙ্গে,
কৰিল গৈয়া বঞ্চন॥
তৈৰ পৰা পাচে কালঝাৰ গ্ৰামে,
গোপালৰ থান গৈলা।
গোপাল দেৱক কৰিয়া সেৱন,
হৰিপতি গুৰু বৈলা॥
একদিনা প্ৰতি কৰিলন্ত মতি,
চাহিবাক বান্ধৱক।
দেৱতা গোপাল ভকত সবক,
বুলিলন্ত ভোজনক॥
কৰিয়া ভোজন কৰিল গমন,
ভকত সমে গোপাল।
সেহি সময়ত হৰিপতি গুৰু,
বুলিলন্ত তত্কাল॥

শুনা হৰিপতি থাকিয়োক তুমি,
যাইবে তযু নলাগয়।
তোমাক দেখিলে ঠাকুৰৰ মনে,
কিবা অসন্তোষ হয়॥
শুনি হৰিপতি গুৰু গোপালক,
বুলিলা কৰি বিনয়।
আপুনাৰ সঙ্গে যাইবে বহু ইচ্ছা,
মনত হুয়া আছয়॥
গোপালে বোলন্ত যদি যাৱা তুমি,
নযাইবা আগক তান।
এহি বুলি লড়ি গৈয়া অনন্তৰে,
পাইলা ঠাকুৰৰ স্থান॥
ঠাকুৰৰ গৃহ পাইয়া চোতালত,
বসিলন্ত কঠ পাড়ি।
ভকত সকলে গোপালৰ কাছে,
বসিলন্ত হুয়া সাৰি॥
সেহি সময়ত আছা ভিতৰত,
ঠাকুৰে কৰি শয়ন।
বহু বেলি বসি আছন্ত গোপাল,
তথাপি নাহি গমন॥
ঠাকুৰৰ মাতৃ গোপালক দেখি,
আথেবেথ কৰি গৈ।
উঠ উঠ বাপু কিয় শুতি আছা,
গোপাল আছন্ত বৈ॥
মাতৃবাক্য মহৎ স্নেহৰ গোপাল,
আমাতো অত্যন্ত ৰতি।
বহু বেলি বসি আছা বাট চাই,
শীঘ্রে কৰিয়োক গতি॥

মাতৃৰ বচনে উঠিয়া ঠাকুৰ,
বস্ত্ৰ পৰিধান কৰি।
গৈলন্ত উঠিয়া পুন ভাণ্ডাৰক,
লৈলা সম্ফুৰাত ভৰি॥

সেহি সময়ত হৰিপতি গুৰু,
আথেবেথ কৰি যাই।
দ্বাৰ ঘনে মেলি বুলিবে লাগিলা,
ঠাকুৰৰ মুখ চাই॥

শুনিয়ো ঠাকুৰ কি কৰাহা ঐত,
আচাহা কিয় বসিয়া।
তোমাসাক চাইবে আসিছন্ত আতা,
আছন্ত তৈতে ৰহিয়া॥

হৰিপতি গুৰু শুনিয়া বচন,
ঠাকুৰ পুৰুষোত্তম।
বুলিলা বচন অত্যন্ত ক্ৰোধত,
উঠিলন্ত অগ্নিসম॥

শঙ্কৰৰ নাতি মোহোক ঠাকুৰ,
বুলিয়া তৈতে মাতস।
মাধৱৰ শিষ্য গোপালক আতা,
সম্বন্ধ কৰি বোলস॥

শুনিছোঁ ঈশ্বৰ গোপালক বোলে,
মানিচয় সৰ্ব্বজনে।
নযাইবোহো নযা— ইবোহো কদাচিত,
বুলিলোঁ দৃঢ় বচন॥

ঠাকুৰৰ মাতৃ গোপালক আসি,
বুলিলা মধুৰ বাক্য।
শুনিয়োক বাপ যাউক তোমৰা,
নেদয় আৰ দেখাক॥

কিবা হেতু মন কষ্ট কৰি নাসে,
যাওক আৰ ইবাৰ।
শুনিয়া গোপাল উঠি তৈব পৰা,
কৰিলন্ত নমস্কাৰ॥
ইতো বেলা দেখা ঠাকুৰে নেদিলা,
কৰন্ত অধিক আৰ।
তথাপি ইহান গৃহক নাহিলে,
নাহিকে দোষ আমাৰ॥
দেৱতা গোপাল আইলা তযুকাল,
একো বাক্য নুবুলিয়া।
আমনাগমন নভৈলেক আৰ,
জানিবা সেহি ধৰিয়া॥
ভক্তসব সমে কালঝাৰ গ্ৰামে,
সুখতে বঞ্চি আছন্তে।
কামেশ্বৰ গিৰি নামত সন্ন্যাসী,
আইলা পশ্চিমৰ হন্তে॥
গাৱে ভস্ম ধূলি কপিনৰ ধল,
জণ্টা আস্থ ব্যাঘ্ৰ চৰ্ম্ম।
দেবী উপাসক কেবলে পাষণ্ড,
নাহিকয় কিছু ধৰ্ম্ম॥
পৰীক্ষিত ৰাজা সিতো সন্ন্যাসীক,
কৰিল বহু সৎকাৰ।
যেই বোলে সিতো তাহাক কৰয়,
নকৰে কিছু বিচাৰ॥
ৰাজাৰ আগত সন্ন্যাসী বোলয়,
শুনিয়োক নৰপতি।
তোমাৰ ৰাজ্যত অন্যায় ভৈলেক,
যাইব লোক অধোগতি॥

আশ্বিন মাসত ইতো লোক সবে,
সুপূজয় অম্বিকাক।
পঞ্চ যজ্ঞ বলি দান নকৰয়,
সুপূজয় দেৱতাক॥
ভক্ত ভৈলো বুলি সব ধৰ্ম্ম তেজি,
নামক কৰে কীৰ্ত্তন।
শুনা মহাৰাজা কৰিয়ো বিচাৰ,
নষ্ট ভৈল সৰ্ব্বজন॥
সন্যাসীৰ বাক্যে ৰাজা তেতিক্ষণে,
আদেশিলা দূতগণ।
গ্ৰামে গ্ৰামে যায়া দেবী অম্বিকাক,
কৰিয়ো সবে পূজন॥
মোহোৰ বচনে দেবীৰ পূজাক,
নকৰয় যিতো জন।
অৱশ্য তাহাক কাটিবোহো মই,
বুলিলা দৃঢ় বচন॥
ৰাজাৰ আদেশে দেশে দেশে গৈল,
অহঙ্কাৰে দূতগণ।
দেৱতা গোপালে শুনিলন্ত পাছে,
ৰাজাৰ হেন বচন॥
শুনি তেতিক্ষণে ভক্ত সব সমে,
কৰিলন্ত আলোচন।
ইহাৰ উপায় নাহিকয় আন,
কৰো সবে পলায়ন॥
সেহি সময়ত সুধিয়া পঠালে,
মথুৰদাসে কথাক।
কি হুইবে উপায় কিবা কৰে তাৰা,
কি বোলে বাক্য আমাক॥

শুনিয়া গোপালে বোলন্ত উপাই,
আৰ আন নাহিকয়।
পলালে সে কাৰ্য্য এহি সে আমাৰ,
যুগুতি হুয়া আছয়॥
শুনিয়া মথুৰা— দাসে বোলে হিয়া,
পাইলোঁ হো তাৰা যেন।
ইহাতে থাকিবো কহিকো নযাইবো,
পলাইবো মই কেমন॥
এহি কথা পাছে শুনিয়া গোপাল,
বুলিলন্ত বচনক।
নপলায়া সিতো গৰ্ব্ব বচনৰ,
অৱশ্যে পাইবে ফলক॥
এহি বুলি পাছে উঠি ত্বৰা কালে,
নামঘৰ ভঙ্গাইলন্ত।
ভকত সবক ভাঙ্গিয়া ঘৰক,
পলাইবাক বুলিলন্ত॥
লাগিয়া আমাক নচাইবাহা বাট,
নলইবা বাট কাহাৰ।
যিতো যেন মতে পাৰাহা সত্বৰে,
কৰা কাম পলাইবাৰ॥
এহি বুলি দেৱ গোপাল গৃহক,
যায়া কৰি ভোজনক।
মধ্যাহ্ন বেলাত নজনয়া কাত,
কৰিলন্ত গমনক॥
ঘোৰ অৰণ্যত প্ৰবেশিলা তাত,
দেৱতা গোপাল বৈলা।
অহিত শ্ৰীৰাম যত্নমণি দোহো,
গোপালৰ গৃহে গৈলা॥

গোপাল দেৱক নেদেখি গৃহত,
আথেবেথে আসিলন্ত।
সন্যাসী যে গুৰু বড় গুৰু সঙ্গে,
তেতিক্ষণে লড়িলন্ত॥
লড়ি চাৰি জন কৰিলা গমন,
উত্তৰ দেশক লাই।
নব নগৰৰ এক গৃহস্থৰ,
গৃহক পাইলন্ত যাই॥
সেহি গৃহস্থৰ বাড়ীৰ মধ্যত,
আছে গৃহ একখান।
গৃহস্থে উঠিয়া সেহি গৃহে নিয়া,
ৰহিবাক দিলা স্থান॥
চাউল চৰু মৎস্য আণ্ঠা খাৰ পাত,
সমস্তকে দিলা নিয়া।
ভোজনক প্ৰতি কৰি সবে যুগুতি,
লৈলন্ত কৰ্ম্ম বাণ্টিয়া॥
বড়গুৰু মৎস্য কৰিলা বাচন,
যদুমণি চায়া পাত।
সন্যাসী যে গুৰু জল আনি দিয়া,
শ্ৰীৰামে ৰান্ধন্ত ভাত॥
বড় আতাপাত গৈলন্ত চাইবাক,
জল কৰি ৰবি টান।
প্ৰত্যেকে পটুৱা লৈলেক কাটিয়া,
ৰহিলন্ত একখান॥
দেখিয়া শ্ৰীৰামে উঠি তেতিক্ষণে,
চাহিবাক ধৰিলন্ত।
বসি চাৰি জন কৰিয়া ভোজন,
শয়নক কৰিলন্ত॥

প্ৰভাতে উঠিয়া বসি চাৰি জন,
কৰিলন্ত আলোচন।
কৈক গৈল আতা নপালো উদ্দিশ্য,
কৰোহো কৈক গমন॥
চত মহাঘৰ গ্ৰামক লাগিয়া,
কিবা আতা গৈছন্ত।
আমি সবো আসা তৈকে লাগি যাওঁ,
এহি বুলি লড়িলন্ত॥
কতো বেলি গৈয়া গ্ৰাম পাই পাছে,
কৰিলা তৈতে বঞ্চন।
এক গৃহস্থৰ গৃহে গুপ্তভাৱে,
ৰহিলাহা চাৰি জন॥
শুনিলাহা নৰ কথা মনোহৰ,
গুহ্যতম বিতোপন।
পৰম মঙ্গল ইতো মহাফল,
ৰসক যশো শোভন॥
ধৰ্ম্ম অধৰ্ম্মৰ বাদ দুই অন্তৰ,
আছয় সৰ্ব্ব কালত।
ধৰ্ম্ম সে ৰহয় অধৰ্ম্ম নাশয়,
ধৰ্ম্মক ধৰা সতত॥
ধৰ্ম্ম চিৰন্তন অধৰ্ম্ম পতন,
জানি তাক পৰিহৰা।
সভাসদ যত কৰিয়া শ্ৰৱণ
অপ্ৰয়াসে ভৱতৰা॥